# মানৱতাবাদী
# ডাক্তৰ হৰেকৃষ্ণ গোস্বামী

সম্পাদক

শ্ৰী অশ্বিনী কুমাৰ শৰ্মা

প্ৰকাশক
প্ৰয়াত ডাঃ গোস্বামীদেৱৰ পৰিয়ালবৰ্গ
নলবাৰী

**MANABATABADI DOCTOR HAREKRISHNA GOSWAMI**
A collection of articles on various aspects of a
prominent philanthropist Dr. H.K. Goswami
of Nalbari District, edited by
Sri Aswini Kumar Sarma
and published by the
family of Late Dr. Goswami.

প্ৰকাশক : প্ৰয়াত ডাঃ গোস্বামীদেৱৰ পৰিয়ালবৰ্গ

প্ৰথম প্ৰকাশ : ১ এপ্ৰিল, ২০০৭ ইং চন

বেটুপাত :
হৰ কুমাৰ ডেকা
ত্ৰিৰাজ ঠাকুৰীয়া
খছনুৰ আহমেদ

অৰিহণা : ১০০.০০ টকা

মুদ্ৰক :
শৰাইঘাট ফটো টাইপছ
উদ্যোগ পাম, বামুণীমৈদাম
গুৱাহাটী - ৭৮১০২১

# অৰ্পণ



সৰস্বতী গোস্বামী
জন্ম ঃ—১৮৭৯ খৃষ্টাব্দ
মৃত্যু ঃ—১৯৬৫ খৃষ্টাব্দ

প্ৰয়াত ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ
মাতৃ স্বৰ্গীয়া সৰস্বতী গোস্বামীৰ
পুণ্য স্মৃতিত....

# প্ৰকাশকৰ এষাৰ

পিতৃ, মাতৃ আৰু শিক্ষাগুৰুক পৰম গুৰু বুলি শাস্ত্ৰয়ো উল্লেখ কৰিছে। এওঁলোকৰ ঋণ হেনো একোৱেই শুজিব নোৱাৰি। আমি অভাজনেও আমাৰ জন্মদাতা পৰম আৰাধ্য পিতৃদেৱৰ ঋণ যে কাহানিবা শুজিব পাৰিম, তাক মনে নধৰে। পিতৃদেৱৰ জন্মৰ এশ বছৰ পূৰ্ত্তি উপলক্ষে আমাৰ পৰিয়ালৰ তৰফৰপৰা এটি অনুষ্ঠুপীয়া উৎসৱ উদ্‌যাপনৰ আয়োজন কৰা হৈছে। এই প্ৰসংগতে পিতৃদেৱৰ জীৱনৰ বিভিন্ন দিশ সামৰি এখনি স্মৃতিগ্ৰন্থ প্ৰকাশৰো যো-জা কৰা হৈছে। পিতৃদেৱৰ সান্নিধ্যলৈ অহা বা তেখেতৰ বিষয়ে ভালদৰে জনা কেবাগৰাকী সদাশয় ব্যক্তিয়ে এই স্মৃতিগ্ৰন্থলৈ তেখেসকলৰ লেখা আগবঢ়াইছে। আমি এই ছেগতে মান্যবৰ এই লেখক-লেখিকাবৃন্দলৈ কৃতজ্ঞতাৰ শৰাই আগবঢ়াইছোঁ।

স্মৃতিগ্ৰন্থখনিৰ সম্পাদকৰ দায়িত্ব বিশিষ্ট সাহিত্যিক শ্ৰীযুত অশ্বিনীকুমাৰ শৰ্মাদেৱৰ ওপৰ নিবিষ্ট কৰাত তেখেতে ব্যস্ততাৰ মাজতো এই মহান দায়িত্ব পালন কৰি আমাৰ কৃতজ্ঞতাৰ পাত্ৰ হৈছে। সংকলনটিৰ প্ৰকাশন কাৰ্যত লাগি থকা মোৰ জ্যেষ্ঠ আৰু কণিষ্ঠ পুত্ৰ ক্ৰমে শ্ৰীমান অখিল আৰু তপন গোস্বামীকো এই ছেগতে মোৰ স্নেহাশীষ যাছি দীৰ্ঘায়ু কামনা কৰিছোঁ।

উদ্‌যাপন সমিতিৰ সভাপতি মাননীয় শ্ৰীযুত ৰমণী বৰ্মণদেৱ, সম্পাদক শ্ৰীৰবীন পাটগিৰীকে আদি কৰি সমূহ সদস্য আৰু উপদেষ্টা বৃন্দ আৰু স্মৃতিগ্ৰন্থ সম্পাদনা সমিতিৰ সভাপতি ড° হৰিনাথ শৰ্মাদলৈদেৱকে ধৰি সমূহ সদস্যক মোৰ আন্তৰিক শলাগ নিবেদন কৰিছোঁ। শিল্পী খছনুৰ আহমেদ আৰু গীতিকাৰ প্ৰহাস কুমাৰ ভট্টাচাৰ্যৰ সক্ৰিয়তাও পাহৰিব নোৱাৰোঁ।

সদৌ শেষত শতবাৰ্ষিকী উদ্‌যাপন সমিতিক আৰু গুৱাহাটীৰ (বামুণীমৈদামৰ) শৰাইঘাট ফটো টাইপ্‌ছৰ স্বত্বাধিকাৰী শ্ৰীযুত যোগেশ শৰ্মাদেৱকে ধৰি সমূহ কৰ্মীকে প্ৰকাশক হিচাপে আমি আমাৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ। আমাৰ এই গ্ৰন্থ সংকলন আৰু প্ৰকাশ পিতৃদেৱৰ প্ৰতি থকা অকৃত্ৰিম

শ্ৰদ্ধাৰ নিদৰ্শন বুলি ধৰি লৈ, সদাশয় পঢ়ুৱৈ সমাজে তাৰ পৰা কিঞ্চিৎমানো উপকৃত হ'লে আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

স্বৰ্গগত পিতাৰ অদেখা আশীৰ্বাদ ভিক্ষাৰে—

আপোনালোকৰ শ্ৰদ্ধাবনত
**শ্ৰীভুবন চন্দ্ৰ গোস্বামী**
নলবাৰী, ১/৪/০৮/০৭ইং

# সম্পাদকৰ কলম

বিংশ শতাব্দীৰ প্ৰথম দশকৰ প্ৰথমাৰ্দ্ধতে খুদিয়া সত্ৰৰ পূত-পবিত্ৰ-পৰিবেশত এক নৈষ্ঠিক গোস্বামী পৰিয়ালত জন্ম গ্ৰহণ কৰা গাঁৱৰ ল'ৰা ডাঃ হৰেকৃষ্ণ গোস্বামী আছিল আধুনিক নলবাৰীৰ নিৰ্মাতাসকলৰ অন্যতম জননেতা, যাৰ নামেই আছিল পৰিচয়। তেওঁৰ নাম যেনে আছিল পবিত্ৰ, ভগৱৎমুখী; কামো আছিল্ তেনে নিখুঁত আৰু মহত্বপূৰ্ণ। অনাড়ম্বৰ বেশভূষা, উদাৰনৈতিক চৰিত্ৰ, নিঃস্বাৰ্থ সমাজসেৱা আৰু বিজ্ঞ স্বাৱলম্বিতাৰ অধিকাৰী ডং গোস্বামী নলবাৰীৰ সকলো গঠনমূলক সৎ কামতেই আছিল নিবিড়ভাবে সম্পৃক্ত। নলবাৰীৰ সকলো শ্ৰেণী লোকৰ মাজত, সকলো অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত, ইয়াৰ বাট-পথ, ধূলি-বালি, চিন্তা-চেতনাৰ লগত তেওঁ হৈ পৰিছিল একাকাৰ আৰু শয়নে-সপোনে নলবাৰীক এখন উন্নত চহৰ হিচাপে ৰূপ দান কৰাৰ কামত ব্ৰতী। অৱশ্যে এই ক্ষেত্ৰত তেওঁ অকলশৰীয়া নাছিল; অনন্যসাধাৰণ সহযোগীও লাভ কৰিছিল কেইবাগৰাকীমান। সমাজৰ কাম কৰাৰ বিনিময়ত কিবা যে তেওঁৰ ব্যক্তিগত স্বাৰ্থ-লাভৰ আশা নিহিত আছিল, সেয়া কেতিয়াও নহয়। অসমৰ বাহিৰত ডাক্তৰী বিদ্যা শিকি আহি তেওঁ তাহানি এটি সুন্দৰ গজগজীয়া চৰকাৰী চাকৰি লৈ নিজকে বিষয়-বাসনাত মত্ত ৰাখি গোঁসাইৰ ঘৰৰ সন্তানে প্ৰাচুৰ্যপূৰ্ণ জীৱন-যাপন কৰি পৰম আড়ম্বৰ আৰু ভোগবাদিতাৰে জীৱন উপভোগ কৰিব পাৰিলেহেঁতেন যদিও তেওঁ উৎসৰ্গীকৃত মনোভাবেৰে নিজাকৈ ফাৰ্মাচী খুলি, চিকিৎসা বৃত্তি গ্ৰহণ কৰি স্বাৱলম্বিতাৰ আদৰ্শ দেখুৱালে। জনপ্ৰিয়, মানৱদৰদী ডাঃ গোস্বামী নলবাৰীৰ সৰ্বতোপ্ৰকাৰ উন্নয়নত নিজকে সপি দি সৰ্বসাধাৰণৰ মাজত 'প্ৰভু', 'গোঁসাই'ৰূপে স্থান লাভ কৰিলে। এয়া তেওঁৰ অনন্য সাধাৰণ ব্যক্তিত্বৰে নিদৰ্শন। জাতিৰ জনক বাপুজীৰ অহিংসা নীতিত বিশ্বাস স্থাপন কৰা গোস্বামীদেৱে ভাৰতৰ স্বাধীনতা আন্দোলনত এগৰাকী নিষ্ঠাবান কংগ্ৰেছ কৰ্মী হিচাপে সক্ৰিয় ভূমিকা গ্ৰহণ কৰি দেশে স্বাধীনতা লাভ কৰাত যি অৰিহণা যোগালে সি সদা-স্মৰ্ত্তব্য। আৰ্তজনৰ সেৱা আৰু পৰোপকাৰ কৰি আনন্দ লাভ কৰা সৰলপ্ৰাণ, কোমল হিয়াৰ গোস্বামীদেৱ আছিল এগৰাকী নিঃস্বাৰ্থ জনসেৱক আৰু অকৃত্ৰিম সাহিত্যানুৰাগীও।

এই গৰাকী গুণী, কৰ্মযোগী, বদান্য লোকৰ জীৱনৰ সকলো দিশত আলোকপাত কৰি তেওঁৰ জন্ম শতবাৰ্ষিকী উপলক্ষে প্ৰকাশ কৰিবলৈ লোৱা এই স্মৃতিগ্ৰন্থখনত প্ৰয়াতগৰাকীক ভালদৰে জনা, তেওঁৰ নিকট সান্নিধ্যলৈ অহা, তেওঁৰ বিষয়ে পঢ়া-শুনা কৰা বিভিন্ন গুণমুগ্ধ লোকে তেখেতসকলৰ বহুমূলীয়া লেখা আগবঢ়াইছে। সেয়েহে আমি ইয়াত এই মহান ব্যক্তিগৰাকীৰ বিষয়ে বাহুল্যকৈ কোবাৰপৰা বিৰত থাকিলোঁ।

প্ৰয়াত গোস্বামীদেৱৰ পৰিয়ালৰ এই স্মৃতিগ্ৰন্থ প্ৰকাশৰ উদ্যোগ প্ৰকৃততে যোগ্য পিতৃৰ যোগ্য সন্তানৰ উপযুক্ত কৰ্ম সম্পাদন। ই কৃতজ্ঞ জাতিৰ মহৎ কৰ্মৰ বাস্তৱ নিদৰ্শন। স্বৰ্গীয় গোস্বামীদেৱৰ জ্যেষ্ঠ পুত্ৰ আমাৰ অগ্ৰজ প্ৰতিম মাননীয় শ্ৰীযুত ভুবন চন্দ্ৰ গোস্বামীদেৱৰ প্ৰায় নিৰ্দেশ মানিয়েই এই স্মৃতিগ্ৰন্থখনৰ সম্পাদনাৰ দায়িত্ব বহন কৰিবলগীয়াত পৰিলোঁ। গ্ৰন্থ সম্পাদনা বৰ উজু কাম নহয়; বিশেষকৈ স্মৃতিগ্ৰন্থ। বিভিন্ন প্ৰবন্ধ-পাতিত একে কথাৰ পুনৰাবৃত্তি হয়েই। তাক এৰাই চলিবলৈ সচেতনতাৰে সম্পাদকীয় কেচি অৱশ্যে স্থান বিশেষে প্ৰয়োগ কৰিব লগা হৈছে। তাৰ বাবে সংশ্লিষ্ট লেখক-লেখিকাবৃন্দৰ ওচৰত মাৰ্জনা বিচাৰিছোঁ। তৎসত্বেও এনে দোষ যে বৈ যোৱা নাই সেয়া নহয়।

সংকলনটিৰ প্ৰবন্ধ-পাতি সংগ্ৰহ কৰাব ক্ষেত্ৰত শ্ৰদ্ধেয় শ্ৰীযুত ভুবন চন্দ্ৰ গোস্বামীদেবৰ একানপতীয়া চেষ্টা আৰু তেখেতৰ পুত্ৰ শ্ৰীমান অখিল গোস্বামী আৰু তপন গোস্বামীৰ সক্ৰিয় সহযোগে আমাৰ সম্পাদনাৰ পৰিশ্ৰম যথেষ্টখিনি লাঘৱ কৰিছে। এই ছেগতে আমি এই দুয়োগৰাকী উপযুক্ত সু-সন্তানক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। যিসকল লেখক-লেখিকাই গ্ৰন্থখনিলৈ লেখা আগবঢ়াই বহুমূলীয়া দান একোটি দিলে, তাৰ বাবেও আমি সম্পাদনা সমিতিৰ ফালৰ পৰা তেখেতসকলক শলাগৰ শৰাই যাঁচিলোঁ। আমাৰ শান্তি এটাই যে আমি বীৰপূজা কৰিবলৈ ওলাইছোঁ; যি বীৰ মানৱতাবাদী দৰ্শনত বিশ্বাসী বীৰ, সমাজকৰ্মী বীৰ। আমি ভাবোঁ, ঈশ্বৰ পূজাতকৈ বীৰ পূজা শ্ৰেষ্ঠ—তেওঁ যুদ্ধক্ষেত্ৰৰেই হওক, ৰাজনীতি ক্ষেত্ৰৰেই হওক, সাহিত্য ক্ষেত্ৰৰেই হওক অথবা সমাজ জীৱনৰেই হওক। সদৌ শেষত আমাৰ সম্পাদনাৰ সমূহ দোষ-ত্ৰুটীৰ মাৰ্জনা বিচাৰি আৰু প্ৰয়াত গোস্বামীদেৱৰ সুবিমল জীৱন-চৰ্যাৰ মহান প্ৰভাৱ উত্তৰপুৰুষসকলৰ ওপৰত পৰাৰ কামনা কৰি আমাৰ সম্পাদকীয়ৰ ইতিৰেখা টানিলোঁ।

শ্ৰদ্ধাবনত

**শ্ৰীঅশ্বিনী কুমাৰ শৰ্মা**

১/৪/০৭ ইং

# প্ৰয়াত ডাঃ হৰেকৃষ্ণ গোস্বামী জন্ম-শতবাৰ্ষিকী উদ্‌যাপন সমিতিৰ সম্পাদকৰ সম্পাদকীয় প্ৰতিবেদন

পৰম শ্ৰদ্ধাভাজন আজিৰ সভাৰ সভাপতি মহোদয়, উদ্বোধক ডাঙৰীয়া, মুখ্য অতিথি মহোদয়, গ্ৰন্থ উন্মোচক সমন্বিতে আমন্ত্ৰিত বিশিষ্ট অতিথিবৃন্দ, প্ৰয়াত গোস্বামীদেৱৰ গুণগ্ৰাহী সুধী সমাজ আৰু সজ্জনসকল! প্ৰতিবেদনৰ প্ৰাক্‌মুহূৰ্তত আটাইলৈ সশ্ৰদ্ধ প্ৰণাম জনাইছোঁ।

আধুনিক নলবাৰীৰ নৱনিৰ্মাতাসকলৰ অন্যতম, সুচিকিৎসক, জননেতা প্ৰয়াত ডাঃ হৰেকৃষ্ণ গোস্বামী জন্ম-শতবাৰ্ষিকীৰ পূতলগ্নত নিজকে সংলগ্ন কৰিবলৈ পাই ধন্য মানিছোঁ। সাধাৰণভাৱে ব্যক্ত কৰিব খোজা আমাৰ অনুভৱত হ'ব পৰা অজানিত ভুল-ভ্ৰান্তিৰ বাবে পোনতে আমি সুধী, বিদ্বৎসমাজৰ মাৰ্জনা প্ৰাৰ্থনা কৰিছোঁ।

বাস্তৱ জীৱনত জটিলতা-ৰহিত, সহজ-সৰল চিন্তাধাৰাৰে পুৰিপুষ্ট জনহিতৈষী প্ৰয়াত ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ ব্যক্তিত্বৰ অতুলনীয় গুণৰাশিয়ে স্কুলীয়া জীৱনতে আমাক আকৰ্ষিত কৰিছিল। প্ৰয়াত পিতৃদেৱ বিশিষ্ট ব্যৱসায়ী উপেন্দ্ৰ নাথ পাটগিৰীৰ লগত প্ৰয়াত গোস্বামীদেৱৰ সম্পৰ্ক আছিল নিকট। সেই সূত্ৰে সৰুৰে পৰাই তেখেতৰ লগত আমাৰো ঘনিষ্ঠ সম্পৰ্ক গঢ়ি উঠিছিল। মফছলীয় চহৰ নলবাৰীত বাস কৰিলেও গোস্বামীয়ে আছিল অকৃত্ৰিম গ্ৰাম্য জীৱন ধাৰাৰ বাহকস্বৰূপ। আমাৰ স্কুল-কলেজৰ দিনবিলাকত তেখেতৰ কৃত্ৰিমতাহীন উপদেশমূলক বক্তৃতাই আমাৰ দৰে অনেক ছাত্ৰকে অনুপ্ৰাণিত, আকৰ্ষিত কৰিছিল। নলবাৰী তেতিয়া আছিল এখনি উন্নত গাঁও। তাক আধুনিক ৰূপ দিয়াসকলৰ অন্যতম গোস্বামীদেৱ আছিল উঠি অহা চামৰ অভিভাৱকস্বৰূপ। নলবাৰী নিৰ্মাণৰ সপোন বুকুত বান্ধি তেখেতে নামি পৰিছিল সমাজৰ বিভিন্ন স্তৰৰ গুণগত উন্নয়নত। জীৱিকাৰ বৃত্তি চিকিৎসাও যেন সেই ক্ষেত্ৰত হৈ পৰিছিল গৌণ। তেখেতসকলৰ দিনত এনেয়েও চিকিৎসা বৃত্তি, দায়িত্ববোধ আৰু নিৰ্মাণৰ স্বপ্নই তেখেতক অৰ্থৰ প্ৰতিও উদাসীন কৰি তোলা

পৰিলক্ষিত হৈছিল। প্ৰয়াত গোস্বামীদেৱ আমাৰ উপৰি প্ৰজন্মৰ মূল্যবোধ ভিত্তিক ৰাজনীতিত সফল পথিকৃত আছিল। তেখেতৰ ৰাজনীতি আছিল পৰহিতৈষণাৰ দ্বাৰা সংপৃক্ত। গান্ধীবাদী-ৰাজনীতিৰ অহিংস নীতিৰ দ্বাৰা পৰিচালিত গোস্বামীদেৱে ভাৰতৰ জাতীয় মুক্তি সংগ্ৰামত লোৱা ভূমিকা আছিল নিঃসন্দেহে অনুকৰণীয়। আদৰ্শগত চিন্তাধাৰাৰে ৰাজনীতিক সমাজনীতিলৈ ৰূপান্তৰিত কৰাৰ বাবে তেখেত হৈ পৰিছিল সৰ্বজনগ্ৰাহ্য। আজিৰ পংকিলতাপূৰ্ণ ৰাজনীতিৰ পথাৰখন যিদৰে স্বাৰ্থকেন্দ্ৰিক হৈ পৰিছে তাৰ বিপৰীতে গোস্বামীদেৱৰ ৰাজনীতি আছিল সম্পূৰ্ণ স্বাৰ্থশূন্য যাৰ চালিকাশক্তি আছিল জনহিতৈষণা। সৎ সমাজহিতৈষী ৰাজনীতিৰ সফল স্বপ্নদ্ৰষ্টা আছিল প্ৰয়াত গোস্বামীদেৱ।

এনে এগৰাকী জনদৰদী, সমাজহিতৈষী মহান ব্যক্তিৰ জন্ম শতবাৰ্ষিকী পালনৰ মাধ্যমেদি আজিৰ নব প্ৰজন্মক অতীতৰ লগত চিনাকি কৰি দিয়াৰ লগতে তেখেতৰ বৈচিত্ৰ্যপূৰ্ণ কৰ্মৰাজি পুনৰ বিশ্লেষণ কৰিবলৈ লোৱা প্ৰচেষ্টাক সুধীসমাজে নিশ্চয় আন্তৰিকতাৰে গ্ৰহণ কৰিব। নৱ প্ৰজন্মই অতীতৰ মধুৰতাখিনি সুঁৱৰি তাৰেই আলোকত বৰ্তমানৰ গতিপথ ৰচনা কৰাত সহায়ক হ'ব বুলি আমাৰ দৃঢ়বিশ্বাস। গোস্বামীদেৱৰ কৰ্মৰাজি বিভিন্নজনৰ লেখাৰ মাজেৰে পৰিস্ফুটিত হোৱা হেতু তাৰ কিঞ্চিতো আমি এই লেখনিত সামৰিব খোজা নাই, পাঠকসমাজ বিৰক্ত হোৱাৰ আশংকাত।

আশা ৰাখিম, প্ৰয়াত গোস্বামীদেৱৰ কৰ্মৰাজিয়ে সমাজ জীৱনৰ লগত একাত্মতা অনুভৱ কৰাসকলৰ মনত সেৱাৰ মনোভাৱৰ উন্মেষ ঘটাব। শতবাৰ্ষিকী উদ্‌যাপনৰ সাৰ্থকতাও তাৰ ওপৰতেই নিৰ্ভৰ কৰিছে।

গোস্বামীদেৱৰ জন্ম শতবাৰ্ষিকী উদ্‌যাপনৰ ক্ষেত্ৰত তেখেতৰ পৰিয়ালবৰ্গৰ সদস্যসকলে আগবঢ়োৱা অকৃত্ৰিম সহায় সহযোগ প্ৰশংসনীয়। অনুষ্ঠানটি সাফল্যমণ্ডিত কৰি তোলাৰ বাবে যিসকল লোক আৰু অনুষ্ঠান-প্ৰতিষ্ঠানে বিভিন্ন ধৰণে সহায় সহযোগ আগবঢ়ালে সেই সকলৰ নামোল্লেখ নকৰাকৈয়ে যাচিছোঁ আন্তৰিক শলাগ।

জয়তু প্ৰয়াত হৰেকৃষ্ণ গোস্বামীদেৱ।

ইতি—

**শ্ৰীৰবীন পাটগিৰী**

সম্পাদক

# স্মৃতি গ্ৰন্থ সম্পাদনা সমিতি



বহি থকা বাঁওফালৰ পৰা শ্ৰী অশ্বিনী শৰ্মা (সম্পাদক), ড° হৰিনাথ শৰ্মা দলৈ (সভাপতি), ড° লীনা ডেকা (সদস্য)

ঠিয় হৈ থকা বাঁওফালৰ পৰা শ্ৰী তপন গোস্বামী (সদস্য), শ্ৰী প্ৰহাস ভট্টাচাৰ্য (সদস্য), শ্ৰী কমল শৰ্মা (সদস্য)

## [illegible] ডাঃ [illegible] গোস্বামী জন্ম-শতবাৰ্ষিকী [illegible]পন সমিতি



বাঁওফালৰ পৰা বহি থকা - শ্ৰী ভুবন চন্দ্ৰ গোস্বামী (সদস্য), শ্ৰী ৰমণী বৰ্মণ (সভাপতি), শ্ৰী ৰবীন পাটগিৰী (সম্পাদক), শ্ৰী অনিল গোস্বামী (সদস্য)

বাঁওফালৰ পৰা ঠিয় হৈ থকা - শ্ৰী তপন গোস্বামী (সদস্য), শ্ৰী কমল শৰ্মা (সদস্য), শ্ৰী অখিল গোস্বামী (সদস্য), শ্ৰী যোগেন গোস্বামী (সদস্য),

সদস্য, মকিবুৰ হুছেইন, ত্ৰিকেন দাস আৰু খচনুৰ আহমেদ স্থিৰ ছবিত অনুপস্থিত।

# সূচী পৰ্ণিকা

**(ক) বিভিন্নজনৰ দৃষ্টিত ডাঃ গোস্বামীদেৱ ঃ**

# মানৱতাবাদী ডাক্তৰ হৰেকৃষ্ণ গোস্বামী

**ৰমণী বৰ্মন**

মানুহ মৰণশীল—এয়া এক চিৰন্তন সত্য। মৃত্যুৰ লগে লগে মানৱীয় শৰীৰ মাটিৰ লগত মিলি যায়। তথাপিও কিছু কিছু লোকে এই বিশ্বত অমৰ হৈ থাকে। মৰণৰ পিছতো তেওঁলোক জীয়াই থাকে জীৱিত কালত তেওঁলোকে কৰি অহা মহান কৰ্মৰ বাবেই। কামেহে মানুহক জীয়াই ৰাখে। তেনে এজন কৰ্মদক্ষ পুৰুষ আছিল ডাঃ হৰেকৃষ্ণ গোস্বামী। ১৯০৫ চনৰ ১৫ ফেব্ৰুৱাৰীত নলবাৰী চহৰৰ পৰা নাতিদূৰত অৱস্থিত খুদিয়া সত্ৰত জন্ম গ্ৰহণ কৰিছিল ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে। 'ঘোযাৰত্ন', 'শংখচূড় বধ', 'মহিষাসুৰ বধ' আদি গ্ৰন্থৰ ৰচয়িতা গোপাল মিশ্ৰ আছিল খুদিয়া সত্ৰৰ প্ৰতিষ্ঠাতা। এই গোপাল মিশ্ৰৰে একাদশ অধস্তন পুৰুষ হ'ল ডাঃ হৰেকৃষ্ণ গোস্বামী।

সত্ৰীয়া পৰিৱেশত ডাঙৰ-দীঘল হোৱা গোস্বামীয়ে ১৯২৯ চনত নলবাৰী চৰকাৰী গৰ্ডন হাইস্কুলৰ পৰা মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৩১ চনত তেখেতে কটন কলেজৰ পৰা আই.এ. পাছ কৰি কলিকতাৰ প্ৰেছিডেন্সী মেডিকেল কলেজত ভৰ্তি হয়। উক্ত কলেজৰ পৰাই গোস্বামী ডাঙৰীয়াই ১৯৩৬ চনত এল.এম.এফ. পৰীক্ষা পাছ কৰে। সেই সময়ত চৰকাৰী চাকৰি সহজলভ্য হোৱাতো গোস্বামী ডাঙৰীয়াই চৰকাৰী চাকৰি নকৰিলে। তেখেতে নিজাববীয়াকৈ চিকিৎসালয় (লক্ষ্মী ফাৰ্মাচী) খুলি তাতে ৰোগীৰ চিকিৎসা কৰিবলৈ লৈছিল। এনেকৈয়ে গোস্বামী ডাঙৰীয়াই চিকিৎসক হিচাপে নিজকে প্ৰতিষ্ঠিত কৰিবলৈ সমৰ্থ হৈছিল।

হৰেকৃষ্ণ গোস্বামী তেতিয়া কটন কলেজৰ ছাত্ৰ। সমগ্ৰ ভাৰতবৰ্ষতে তেতিয়া ভাৰতৰ স্বাধীনতাৰ বাবে আন্দোলনৰ লেলিহান শিখা বিয়পি পৰিছে। 'স্বৰাজ আমাৰ জন্ম স্বত্ব' ধ্বনিৰে ভাৰতবৰ্ষৰ আকাশ-বতাহ মুখৰিত, মহাত্মা গান্ধীৰ আহ্বানত অসমতো স্বাধীনতাৰ বাবে 'জোৰদাৰ' আন্দোলন অব্যাহত আছে। ছাত্ৰ সমাজে পঢ়া-শুনা এৰি অহিংস আন্দোলনত জপিয়াই পৰিছে। আন বহুত ছাত্ৰৰ দৰেই হৰেকৃষ্ণ গোস্বামীয়েও কটন কলেজত পঢ়ি থকা সময়তে ভাৰতবৰ্ষৰ এই স্বাধীনতা সংগ্ৰামৰ প্ৰতি আকৰ্ষিত হয় আৰু আন্দোলনৰ বিভিন্ন

কাৰ্যসূচীত নিজকে চামিল কৰে। সেই সময়ত স্বাধীনতা ৰণৰ প্ৰধান সেনানীসকলে ডেকাসকলক স্বাধীনতা আন্দোলনৰ কাৰ্যপন্থা সম্পৰ্কে ভূ-ভা দিয়াৰ উপৰিও শৰীৰ চৰ্চা আদিতো প্ৰশিক্ষণ দিছিল। অম্বিকাগিৰী ৰায়চৌধুৰীয়ে দিয়া এনে প্ৰশিক্ষণত হৰেকৃষ্ণ গোস্বামীয়েও অংশ গ্ৰহণ কৰিছিল।

হৰেকৃষ্ণ গোস্বামী আছিল প্ৰধানতঃ এগৰাকী সু-চিকিৎসক। চিকিৎসক হিচাপে জনসাধাৰণৰ সেৱা আগবঢ়োৱাৰ উপৰিও ডাঃ গোস্বামীয়ে কংগ্ৰেছৰ হৈ গাঁৱে-ভূঞে স্বাধীনতা সংগ্ৰামৰ বাবে মেল-মিটিং কৰি ফুৰিছিল; সংগ্ৰামী জনতাৰ খবৰ সংগ্ৰহ কৰিছিল। এনেবোৰ কাৰ্যৰ বাবে তেখেত পুলিচৰ দৃষ্টিতো পৰিছিল। তথাপিও ডাঃ গোস্বামীয়ে নিষ্ঠাৰে কংগ্ৰেছ দলৰ হৈ কাম কৰিছিল। পাগলাদিয়া নৈৰ পাৰত অৱস্থিত বালিলেছাৰ 'ভঠেলিৰ খলা'ত তেখেতে মে' দিৱসত লাল পতাকাও উত্তোলন কৰিছিল। অথচ, তেখেত আছিল হাড়ে-হিমজুৱে কংগ্ৰেছী। কংগ্ৰেছত বাদে অন্য ৰাজনৈতিক দলৰ কৰ্মীৰ প্ৰতিও তেখেত উদাৰ আছিল। ১৯৫০-৫১ চনত কমিউনিষ্ট অপাছেনৰ সময়ত ডাঃ গোস্বামী নলবাৰী পৌৰসভাৰ পৌৰপতি আছিল। ৰাতি থাকেগৈ খুদিয়াসত্ৰৰ ঘৰত। এদিন মাজনিশা খুদিয়াত ওলালগৈ বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ নেতা ৰাভা ডাঙৰীয়া, যাৰ মূৰৰ বিনিময়ত ইতিমধ্যে দহ হাজাৰ টকা ঘোষণা কৰা হৈছিল। ৰাভাই আত্মগোপন কৰি থকা সত্ত্বেও ভোকত ৰ'ব নোৱাৰি ডাঃ হৰেকৃষ্ণ গোস্বামীৰ ঘৰত মাজনিশা ওলাইছিলগৈ। ইচ্ছা কৰাহেঁতেন ডাঃ গোস্বামীয়ে ৰাভাক ধৰাই দিব পাৰিলেহেঁতেন। সত্ৰীয়া পৰিবেশত ডাঙৰ-দীঘল হোৱা ডাঃ গোস্বামীয়ে কিন্তু আশ্ৰিতক 'অভয়দান' কৰাৰ নিচিনাকৈ ৰাভাকো খুৱাই-বুৱাই পঠিয়াইছিল আৰু এই সত্যটো অতি গোপনে ৰাখিছিল। এয়া ডাঃ গোস্বামীৰ উদাৰতাৰ ব্যক্তিত্বত অন্য এক উল্লেখনীয় নিদৰ্শন।

বৃহত্তৰ নলবাৰী অঞ্চলটোৰ শিক্ষা, সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত বিভিন্ন অনুষ্ঠান স্থাপনৰ লগতে সেই সমূহৰ উত্তোৰত্তৰ উন্নতি কামনা কৰি নিঃস্বাৰ্থভাৱে আগভাগ লোৱা বৰেণ্য ব্যক্তিসকলৰ ভিতৰত নিঃসন্দেহে ডাঃ হৰেকৃষ্ণ গোস্বামীও আছিল অন্যতম। নলবাৰীৰ সমাজ জীৱনৰ উন্নয়নৰ বাবে ডাঃ গোস্বামীয়ে যৎপৰোনাস্তি চেষ্টা কৰিছিল। ১৯৩৭-৪০ চনলৈ তেখেত বতাহগিলা মৌজা ৰায়ত সভাৰ সম্পাদক (প্ৰতিষ্ঠাপক) আছিল। মৌজা-কংগ্ৰেছৰ তেখেত প্ৰতিষ্ঠাপক সভাপতিও আছিল। নলবাৰী সংস্কৃত কলেজত ১৯৫৪-৬৭ চনলৈ তেখেতে সম্পাদক ৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। পিছত ১৯৮১ চনৰ পৰা পাঁচ বছৰ কাল সেই কলেজৰ সভাপতি পদত অধিষ্ঠিত আছিল। নলবাৰী ছোৱালী

হাইস্কুলৰো ১৯৫৭-৬৬ চনলৈ সম্পাদক আৰু ১৯৬৬-৭১ চনলৈ তেখেত সভাপতি আছিল। ১৯৫৯ চনৰ পৰা ১৯৮৭ চনলৈ তেখেত নলবাৰী দেৱীৰাম পাঠশালা হাইস্কুলৰ সৈতেও জড়িত হৈ আছিল। বহু বছৰ ধৰি তেখেত নলবাৰীৰ নাট্যমন্দিৰ কমিটিৰ সম্পাদক আৰু সভাপতি ৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। ১৯৩৮ চনত তেখেত নলবাৰী টাউন কমিটিৰো সদস্য আছিল। ১৯৪৯-৫৫ চনলৈ তেখেত পৌৰসভাৰ সভাপতি হিচাপে অধিষ্ঠিত আছিল। তেখেতৰ নেতৃত্বতে নলবাৰীত বিজুলীবাতিৰ ব্যৱস্থা হৈছিল। নলবাৰীক মহকুমা ৰূপে স্বীকৃতি দিয়াৰ বাবে যি দাবী কমিটি গঠিত হৈছিল, ডাঃ গোস্বামী সেই কমিটিৰো সম্পাদক আছিল। ১৯৫৫ চনত নলবাৰী কলেজত অনুষ্ঠিত হৈছিল অসম কলেজ শিক্ষক সংস্থাৰ বাৰ্ষিক অধিৱেশন। ডাঃ গোস্বামী সেই অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল। ১৯৬৫ চনত নলবাৰীত বহা অসম সাহিত্য সভাৰ অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰো তেখেত সম্পাদক আছিল। মাদক দ্ৰব্য নিবাৰণ, নলবাৰী নগৰ সমিতি, নলবাৰী চিকিৎসা সন্থা, ৰাজ্যিক চিকিৎসা সন্থা আদিৰ সৈতে ওতঃপ্ৰোতভাৱে ডাঃ গোস্বামী জড়িত আছিল। নলবাৰী কলেজ পৰিচালনা সমিতিৰ তিনি বছৰৰ বাবে (১৯৭৬-৭৯) সভাপতিৰ পদৰ উপৰিও তেখেত কলেজখনৰ সকলো কামতে নিয়োজিত হৈ আছিল। ইয়াৰ বাহিৰেও তেখেত গৰ্ডন হাইস্কুল, কামৰূপ সংস্কৃত সঞ্জীৱনী সভা, গুৱাহাটী স্কুল ব'ৰ্ড, বিষ্ণুৰাম মেধি হাইস্কুল, কটৰা হাইস্কুল, কেন্দুকুছি এম.ই. স্কুল, উত্তৰ নলবাৰী বিদ্যাপীঠ, নাহেৰবাৰী এম.ই. স্কুল আদিৰ সৈতে ওতঃপ্ৰোতভাৱে জড়িত হৈ আছিল। তেখেত আছিল খুদিয়া-ৰঙাফালি ৰাস্তা নিৰ্মাণ সমিতিৰো সভাপতি, পূব নলবাৰী আঞ্চলিক পঞ্চায়তৰ সভাপতি, নলবাৰী জিলা কংগ্ৰেছৰ উপ-সভাপতি, নলবাৰী টাউন কংগ্ৰেছৰ সভাপতি, নলবাৰী জিলা মুক্তি যুঁজাৰু সন্মিলনৰ সভাপতি। সাহিত্য সমাজ, পূৰ্বভাৰতীৰ লগতো ডাঃ গোস্বামী জড়িত হৈ আছিল। সময়-সুযোগ পালে তেখেতে সাহিত্য চৰ্চাও কৰিছিল। এসময়ত 'আৱাহন'ত দুই-এটা লেখনি প্ৰকাশিত হৈছিল। তেখেতৰ একমাত্ৰ প্ৰকাশিত পুথি 'মোৰ জীৱনত এভুমুকি'।

ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে সামাজিক কাম-কাজতে সমগ্ৰ জীৱন নিয়োজিত কৰি ৰাখিছিল। নলবাৰীৰ সমাজ জীৱনত ডাঃ গোস্বামী আছিল একেধাৰে এজন সুচিকিৎসক, ৰাজনৈতিক তথা সামাজিক মূল্যবোধত প্ৰবল বিশ্বাসী সহজ-সৰল এজন অতি জনপ্ৰিয় সমাজকৰ্মী।

পঞ্চাশ আৰু ষাঠিৰ দশকত স্কুল-কলেজৰ ছাত্ৰাৱস্থাৰ পৰা নলবাৰী

কলেজত শিক্ষক হিচাপে যোগদান কৰাৰ পাছতো মোৰ দৰে আৰু বহুতৰ বাবে ডাঃ গোস্বামী আছিল এজন প্ৰকৃত মৰমিয়াল অভিভাৱক। নলবাৰী কলেজৰ প্ৰথম অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামী ৰাজনৈতিক মতাদৰ্শত ছ'চিয়েলিষ্ট আৰু ১৯৫২ চনৰ প্ৰথম সাধাৰণ নিৰ্বাচনত পাৰ্টিৰ হৈ অসম বিধান সভালৈ প্ৰতিদ্বন্দিতাও কৰিছিল। সেই সময়ত ডাঃ হৰেকৃষ্ণ গোস্বামী আৰু হৰিচৰণ পাঠকদেৱ আছিল কংগ্ৰেছৰ অতি শক্তিশালী নেতা। শ্ৰদ্ধেয় ত্ৰৈলোক্যনাথ গোস্বামীদেৱে কংগ্ৰেছ-বিৰোধী হোৱা সত্ত্বেও তেখেতৰ সংগ এৰা নাছিল। বৰঞ্চ সকলো সময়তে অধ্যক্ষ গোস্বামী ছাৰৰ লগত কলেজৰ স্বাৰ্থত কলেজখনৰ বিকাশ আৰু উন্নতিৰ বাবে অহৰহ চেষ্টা চলাই আছিল। নলবাৰীত যিকোনো সামাজিক-সাংস্কৃতিক অনুষ্ঠান আদি স্থাপনৰ ক্ষেত্ৰত গোস্বামী ছাৰৰ লগত ওতঃপ্ৰোতভাৱে জড়িত থাকি সক্ৰিয়ভাৱে সহযোগ আগবঢ়াইছিল ডাঃ হৰেকৃষ্ণ গোস্বামী আৰু পাঠক ডাঙৰীয়াই।

১৯৬৫ চনত নলবাৰীত অসম সাহিত্য সভাৰ অধিৱেশনখনি সাফল্যমণ্ডিত কৰি তোলাৰ গুৰিতে আছিল ডাঃ হৰেকৃষ্ণ গোস্বামী আৰু হৰিচৰণ পাঠকদেৱ। অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীদেৱক সভাপতি হিচাপে লৈ গঠিত অভ্যৰ্থনা সমিতিত ডাঃ হৰেকৃষ্ণ গোস্বামী আৰু ডাঃ নৃপেন্দ্ৰমল্ল বুজৰবৰুৱা আছিল যুটীয়া সম্পাদক। আজিকালিৰ দৰে সেই সময়ৰ সাহিত্য সভাৰ সকলো অধিৱেশনত চৰকাৰী পৃষ্ঠপোষকতা পাবলৈ নাছিল। বিশেষকৈ নলবাৰীত বহা অসম সাহিত্য সভাৰ অধিৱেশন নলবাৰী অঞ্চলৰ সকলো শ্ৰেণীৰ লোকৰ সম্পূৰ্ণ সহযোগত ৰাইজৰ দান-বৰঙণিৰে সাফল্যমণ্ডিত কৰি তোলা হৈছিল। চৰকাৰৰ ফালৰ পৰা এটা ফুটাকড়িও অনুদান হিচাপে আগবঢ়োৱা নাছিল। এইদৰে অসম সাহিত্য সভাৰ নলবাৰী অধিৱেশনখন সাফল্যমণ্ডিত কৰাৰ ক্ষেত্ৰত অন্যান্যসকলৰ লগতে ডাঃ হৰেকৃষ্ণ গোস্বামী, ডাঃ নৃপেন্দ্ৰমল্ল বুজৰবৰুৱা আৰু হৰিচৰণ পাঠক ডাঙৰীয়াৰ অৰিহণা আছিল উল্লেখযোগ্য। অধিৱেশনৰ শেষত ৰাহি হোৱা শকত পৰিমাণৰ ধন অন্য সাহিত্য কৰ্মত খৰচ কৰা হৈছিল।

ডাঃ হৰেকৃষ্ণ গোস্বামী আছিল এক বিৰল ব্যক্তিত্বৰ অধিকাৰী। নলবাৰী চহৰ তথা এই বৃহত্তৰ অঞ্চলটোৰ উন্নয়নমূলক বিভিন্ন কাম-কাজত জড়িত হৈ তেখেতে যেনেদৰে বিমল আনন্দ লাভ কৰিছিল ঠিক তেনেদৰে অন্যান্য লোকেও এনে ধৰণৰ সামাজিক উন্নয়নমূলক কাম-কাজত জড়িত হৈ পৰিলে আনন্দিত হৈছিল আৰু নিৰ্মোহভাৱে তেনে লোকক প্ৰশংসাও কৰিছিল। ডাঃ গোস্বামীদেৱৰ মহতী গুণৰাজিৰ নিদৰ্শনৰ ক্ষেত্ৰত আমাৰ ব্যক্তিগত জীৱনৰ কিছু কথা মনলৈ

আহিছে। সেয়া ১৯৭৮-৭৯ চনৰ কথা। অসমত তেতিয়া জনতাৰ চৰকাৰ। উক্ত সময়ছোৱাতে নলবাৰী চহৰত খোৱা পানী যোগানৰ আঁচনি, চৰকাৰী গৰ্ডন হায়াৰ ছেকেণ্ডাৰী স্কুলৰ নতুন ভবন নিৰ্মাণ, চাৰ্কিট হাউছৰ নিৰ্মাণ তথা নলবাৰী জিলা ঘোষণা ('৭৯) আদি অনেক উন্নয়নমূলক কাম-কাজত আমি প্ৰত্যক্ষভাৱে জড়িত আছিলো। (জিলাখন অৱশ্যে আনুষ্ঠানিকভাৱে উদ্বোধন কৰা হৈছিল ১৯৮৫ চনত) সম্পূৰ্ণ উদাৰ মনৰ গৰাকী ডাঃ গোস্বামীয়ে সেই সময়ৰ আমাৰ কাম-কাজৰ প্ৰশংসা কৰিছিল, আমাক আশীৰ্বাদ সহ ধন্যবাদ জনাইছিল। আমাক লগ পালেই ডাঃ গোস্বামীয়ে সকীয়াই দিছিল You are in power now. You should exercise your power for the greater interest of the people of this locality. ডাঃ গোস্বামীৰ তেনে মৰমসনা উৎসাহপূৰ্ণ কথাত আমি আপ্লুত হৈ পৰিছিলো। তেখেতৰ চৰণত সেৱা জনোৱাৰ মুহূৰ্তত আমাৰ মানসপটত জিলিকি উঠিছিল এখন ছবি; সেই ছবি তেখেতৰে সমগোত্ৰীয় স্বধৰ্মী স্বাধীনতা সংগ্ৰামী, চৰকাৰী চিকিৎসক তথা আমাৰ পিতৃদেৱ ডাঃ লক্ষীকান্ত বৰ্মন। যিজনাই ১৯৩০ চনত চৰকাৰী চাকৰি বাদ দি মুক্তি সংগ্ৰামত জপিয়াই পৰাৰ অপৰাধত বৃটিছ সাম্ৰাজ্যবাদী শক্তিৰ মিলিটাৰী পুলিছৰ হাতত বন্দী হ'বলগীয়াত পৰিছিল আৰু অকথ্য-অবৰ্ণনীয় নিৰ্যাতন সহ্য কৰিবলগীয়াত পৰিছিল। সেই মুহূৰ্তত ডাঃ হৰেকৃষ্ণ গোস্বামীৰ চৰণত সেৱা জনাই আমাৰ পিতৃদেৱৰ সান্নিধ্য পোৱা যেন লাগিছিল।

ডাঃ গোস্বামীয়ে নলবাৰী কলেজ স্থাপন সম্পৰ্কত হোৱা তাহানিৰ বিভিন্ন মেল-মিটিং আৰু কলিকতা বিশ্ববিদ্যালয়ৰ অনুমতি প্ৰাপ্তিৰ ক্ষেত্ৰত হোৱা বহুৰঙী অভিজ্ঞতাৰ কথা প্ৰায়ে আমাৰ সকলোৰে আগত ব্যক্ত কৰিছিল। নলবাৰী কমাৰ্চ কলেজ স্থাপনৰ সম্পৰ্কত আমাৰ ভূমিকাকো তেখেতে প্ৰশংসা কৰিছিল। কমাৰ্চ কলেজ স্থাপন সম্পৰ্কত নলবাৰীত আহ্বান কৰা হৈছিল এখন ৰাজহুৱা সভা— যিখন সভাত মোক সভাপতি নিৰ্বাচিত কৰিছিল। সেই সভাত কমাৰ্চ কলেজ স্থাপনৰ সম্পৰ্কে বিশদভাৱে আলোচনা কৰা হৈছিল। কমাৰ্চ কলেজ স্থাপনৰ প্ৰয়োজন অনুভৱ কৰিয়ে মোক সভাপতি হিচাপে লৈ এখন কমিটি গঠন কৰা হৈছিল সেই সভাত। সেই সভাখনতে ডাঃ হৰেকৃষ্ণ গোস্বামী, হৰিচৰণ পাঠক, ডাঃ নৃপেন্দ্ৰ মল্ল বুজৰবৰুৱা আদি সন্মানীয় ব্যক্তিসকল সন্মুখৰ আসনত বহি আছিল। মোক সভাপতি হিচাপে লৈ কমিটিখন গ্ৰহণ কৰাৰ পাছত মই মোৰ নামটো পৰিহাৰ কৰি ডাঃ নৃপেন্দ্ৰ মল্ল বুজৰবৰুৱাক সভাপতিৰ পদটো গ্ৰহণ কৰিবলৈ অনুৰোধ জনালোঁ। ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে সেইদিনা আমাৰ এনে

কাৰ্যক 'উদাৰতাৰ পৰিচয়' বুলি প্ৰশংসা কৰিছিল। কমাৰ্চ কলেজৰ কমিটি গঠনৰ দুই-চাৰি দিনৰ ভিতৰতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অনুমতি আদায় কৰি লোৱাৰ উপৰিও অনুমতি পোৱাৰ দিনৰ পৰাই অসম চৰকাৰৰ পৰা মাহে দুই হাজাৰ টকাকৈ গ্ৰ্যাণ্ট পোৱাৰ ব্যৱস্থা কৰি দিয়া হৈছিল। ডাঃ গোস্বামীদেৱৰ লগত আমাৰ ব্যক্তিগত এনে অনেক কথাৰ জৰিয়তে তেখেতৰ পৰ্যবেক্ষণ শক্তি আৰু চৰিত্ৰৰ মহতী গুণৰ পৰিচয় পাইছিলো। সঁচাকৈয়ে ডাঃ হৰেকৃষ্ণ গোস্বামীৰ ব্যক্তিত্ব আছিল অনন্য।

এনেহেন মানৱতাবাদী জনপ্ৰিয় ব্যক্তি ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ জন্ম-শতবাৰ্ষিকী উৎসৱৰ দিনা তেখেতৰ প্ৰতি ভক্তিভৰা সশ্ৰদ্ধ প্ৰণাম যাচিলোঁ। ❑

---

শ্ৰীযুত বৰ্মন অসমৰ প্ৰাক্তন শিক্ষা মন্ত্ৰী। সাহিত্য-সংস্কৃতি-সমাজ আৰু ৰাজনীতি-সচেতন ব্যক্তি।

# মানৱ দৰদী ডাঃ হৰেকৃষ্ণ গোস্বামীৰ জীৱনত এভুমুকি

ডাঃ ভূমিধৰ বৰ্মণ

এসময়ৰ অবিভক্ত কামৰূপ জিলা আৰু বৰ্তমানৰ নলবাৰী জিলাত অৱস্থিত ঐতিহ্যমণ্ডিত খুদীয়া সত্ৰত অসম মাতৃৰ এজন সুযোগ্য সন্তান, মুক্তি যুঁজাৰু, বিশিষ্ট সমাজসেৱক আৰু জনদৰদী চিকিৎসক ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ জন্ম হৈছিল ১৯০৫ চনৰ এটি শুভ মুহূৰ্তত। তেখেতৰ পিতৃ ৺লক্ষ্মীনাথ গোস্বামী আছিল এগৰাকী বিশিষ্ট সংস্কৃত পণ্ডিত তথা ধৰ্মপ্ৰাণ ব্যক্তি।

প্ৰত্যেক মানুহৰ জীৱন গঢ়াৰ ক্ষেত্ৰত পৰিৱেশ আৰু ঘৰখনৰ এটা বিশিষ্ট ভূমিকা থাকে। ডাঃ গোস্বামীদেৱৰ ক্ষেত্ৰটো তাকেই প্ৰতিফলিত হৈছিল। বাল্য কালৰে পৰা পাই অহা সত্ৰৰ নাম-কীৰ্তন তথা ধৰ্মীয় পৰিবেশে তেখেতক আধ্যাত্মিকতাবাদী জনদৰদী তথা জনহিতকাৰীকৰণৰ ক্ষেত্ৰত অনুপ্ৰেৰণা জগাইছিল যাৰ ফলস্বৰূপে আমি তেখেতক এজন বিশিষ্ট সমাজকৰ্মী, জনদৰদী আৰু দুখীয়াৰ ত্ৰাণকৰ্তা হিচাপে পাবলৈ সক্ষম হৈছিলোঁ।

বৃটিছৰ দিনত ইচ্ছা থাকিলেও শিক্ষানুষ্ঠানৰ অভাৱত বহুতো মেধাৱী ছাত্ৰ-ছাত্ৰীয়ে ভবা মতে শিক্ষা লাভ কৰিব পৰা নাছিল। সৌভাগ্যক্ৰমে ডাঃ গোস্বামীৰ ঘৰৰ ওচৰতে এখন প্ৰাথমিক স্কুল আছিল আৰু তাতেই তেখেতে স্কুলীয়া শিক্ষা জীৱন আৰম্ভ কৰিছিল। পিছত তেতিয়াৰ দিনতেই নলবাৰীত প্ৰতিষ্ঠিত হোৱা গৰ্ডন হাইস্কুলৰ পৰা তেখেতে স্কুলীয়া শিক্ষা সাং কৰি সেই সময়ৰ অসমৰ শিক্ষাৰ মধ্যমণি স্বৰূপ শিক্ষানুষ্ঠান কটন কলেজত নামভৰ্তি কৰিছিল।

তেখেতে কটন কলেজত থকা সময়তেই কটন কলেজখন মহাত্মা গান্ধীৰ নেতৃত্বত গঢ়ি উঠা স্বাধীনতা আন্দোলনৰ ঘাই কেন্দ্ৰস্বৰূপে ব্যৱহৃত হৈছিল। সেই সময়ত অসমৰ বিভিন্ন স্থানৰ পৰা অহা চোকা চোকা ছাত্ৰ-ছাত্ৰীবিলাকে তাত অধ্যয়ন কৰিছিল। তেওঁলোকে নিজ নিজ অঞ্চললৈ গৈ গান্ধীজীৰ বাণী প্ৰচাৰ

কৰিছিল। তেনে এটা পৰিবেশত ডাঃ গোস্বামীৰ অন্তৰতো সুপ্ত দেশপ্ৰেম জাগ্ৰত হৈ উঠে আৰু গান্ধীজীৰ স্বাধীনতা আন্দোলনত যোগ দিবলৈ সুবিধা পায়।

গান্ধীজীৰ আহ্বানে ছাত্ৰ-ছাত্ৰীসকলক বিশেষভাৱে আকৰ্ষণ কৰাত বৃটিছসকল সচকিত হৈ উঠিছিল আৰু ছাত্ৰ-ছাত্ৰীসকলক গান্ধীজীৰ আন্দোলনৰ পৰা আঁতৰাই ৰখাৰ বাবে সেই সময়ৰ অসমৰ শিক্ষাধিকাৰ কানিংহাম চাহাবে কুখ্যাত 'চাৰকুলাৰ'খন জাৰি কৰিছিল। কিন্তু শাশ্বত দেশপ্ৰেমে কাৰো বাধা নামানে। সেয়েহে ছাত্ৰ-ছাত্ৰী তথা সমগ্ৰ অসমৰ ৰাইজে এই আইনৰ বিৰুদ্ধে গৰজি উঠিল। ফলত বহু ছাত্ৰ-ছাত্ৰী বৃটিছৰ পুলিচ বাহিনীৰ হাতত নিৰ্যাতিত হ'ল আৰু কিছুমানে শিক্ষা জীৱন বাদ দি সক্ৰিয়ভাৱে আন্দোলনত নামি পৰিল। শোষক আৰু শাসক গোষ্ঠীৰ উদ্দেশ্য ওফৰাই দিলে। ডাঃ গোস্বামীয়েও কানিংহাম চাৰ্কুলাৰৰ বিৰোধী আন্দোলনত যোগ দি গান্ধীজীৰ নিৰ্দেশ মানিছিল।

কটন্ কলেজৰ পৰা আই.এ. পাছ কৰি ডাঃ গোস্বামীয়ে কলিকতালৈ গৈ প্ৰেছিডেন্সি মেডিকেল কলেজত ডাক্তৰী শিক্ষা আৰম্ভ কৰে। সেই সময়ত অসমৰ অন্যান্য অঞ্চলৰ দৰে নলবাৰী অঞ্চলতো চিকিৎসাৰ অভাৱত কলেৰা আৰু মেলেৰীয়াত শ শ মানুহৰ লানি নিছিগা মৃত্যুৱে ডাঃ গোস্বামী আৰু তেওঁৰ পৰিয়ালবৰ্গক ডাক্তৰী পঢ়াৰ আগ্ৰহ প্ৰকাশ কৰিছিল যাতে দুৰ্গত মানুহখিনিক পিছত সহায় কৰিব পাৰে।

কলিকতাত থকা সময়তো ডাঃ গোস্বামীৰ গান্ধীজীৰ প্ৰতি থকা আনুগত্য আৰু দেশপ্ৰেম কমা নাছিল বৰং বৃদ্ধিহে হৈছিল। সেই সময়ৰ ভাৰতবৰ্ষৰ কেন্দ্ৰস্থল কলিকতাত থাকি সকলো আদৰ্শ তথা অনুপ্ৰেৰণা লাভ কৰিবলৈ সক্ষম হৈছিল। কলিকতাত থকা সময়তে ডাঃ গোস্বামীয়ে সেই সময়ৰ সৰ্বভাৰতীয় নেতাসকলক সোঁশৰীৰে দেখিবলৈ আৰু তেখেতসকলৰ দেশপ্ৰেমৰ বক্তৃতা শুনিবলৈ পাইছিল যাৰ ফলত তেখেতৰ দেশ তথা দেশৰ জনগণৰ প্ৰতি দায়বদ্ধতা আৰু অধিক বৃদ্ধি হৈছিল।

কলিকতাত থকা সময়তে ডাঃ গোস্বামীদেৱৰ বিশিষ্ট অসমীয়া সাহিত্যিক তথা প্ৰসিদ্ধ অসমীয়া আলোচনী 'আবাহন'ৰ সম্পাদক ৺দীননাথ শৰ্মা ডাঙৰীয়াৰ লগত সু-সম্পৰ্ক গঢ়ি উঠিছিল। ৺দীননাথ শৰ্মা আছিল এগৰাকী নিঃস্বাৰ্থবান দেশপ্ৰেমিক, সাহিত্যিক। তেখেতৰ দ্বাৰা সম্পাদিত আৱাহনত স্বদেশ প্ৰেমৰ ভাব সম্পূৰ্ণৰূপে দেখিবলৈ পোৱা গৈছিল। ডাঃ গোস্বামীয়েও সেই ঐতিহাসিক আলোচনীখনত প্ৰবন্ধ প্ৰকাশ কৰা কথাই তেখেত যে এজন সাহিত্যপ্ৰেমী আছিল তাকেই সূচাইছিল। কলিকতাত থকা কালছোৱাতেই ডাঃ

গোস্বামীয়ে দেশভক্ত তৰুণৰাম ফুকন আৰু বিশিষ্ট সাহিত্যিক আৰু পিছলৈ গুৱাহাটী হাই কৰ্টৰ মুখ্য ন্যায়াধীশ হলিৰাম ডেকা আদি প্ৰসিদ্ধ লোকসকলৰ সান্নিধ্যলৈ আহিবলৈ সক্ষম হৈছিল। ১৯৩৬ চনত তেখেতে কলিকতাৰ পৰা চিকিৎসা শিক্ষা সাং কৰি নিজৰ ঠাই নলবাৰীলৈ উভতি আহি নলবাৰীতেই চিকিৎসা জীৱন আৰম্ভ কৰে। তেখেতৰ নলবাৰীৰ চিকিৎসাৰ কোঠাতো চিকিৎসাৰ লগতে ডাঃ ভুৱনেশ্বৰ বৰুৱাদেৱৰ আৰ্হিত সমাজ উন্নয়ন, স্বাধীনতা সংগ্ৰামৰ আলোচনাৰ কেন্দ্ৰ হৈ পৰিছিল। নলবাৰী পৌৰসভা গঠনৰ ক্ষেত্ৰতো তেখেতে বিশেষ ভূমিকা লৈছিল। পৌৰসভাৰ পৌৰপতিৰ দায়িত্বও ল'ব লগা হৈছিল। বৰ্তমান নলবাৰীৰ গাতে লাগি থকা বতাহগিলা, নতুন দেহৰ মৌজাক ৰাইজৰ সুবিধাৰ্থে নলবাৰী এছ.ডি.চি. অফিছৰৰ লগত সংলগ্ন কৰাত তেখেতৰ ভূমিকা প্ৰশংসা কৰিবলগীয়া। সেই সময়ত তেখেত বতাহগিলা মৌজা ৰায়ত সভাৰ প্ৰতিষ্ঠাপক সম্পাদকৰ দায়িত্বত আছিল। তেখেতে ৰায়তসকলৰ উন্নতিৰ বাবে দেহে-কেহে কাম কৰিছিল। তেখেত নিজেই বহুত মাটিৰ মালিক আছিল। কিন্তু কৰ আদি লোৱাৰ ক্ষেত্ৰত মহান উদাৰ আছিল। দুখীয়া লোকসকলক কৰ ৰেহাই দিয়াৰ উপৰিও তেখেতে প্ৰয়োজনত সহায়হে কৰিছিল। মই ১৯৬৭ চনত নতুন দেহৰ মৌজাৰো বিধায়ক থকা কালত এনে বহুতো কথা দুখীয়া ৰাইজৰ মুখত শুনিবলৈ পাই আনন্দিত হৈছিলো।

নলবাৰী পৌৰ সমিতিৰ পিছত নলবাৰী পৌৰসভাৰ তেখেত আৰম্ভণীৰ পৰাই সদস্য থাকি পিছত সভাপতি হৈ নলবাৰী নগৰখনৰ বাট-পথ, স্বাস্থ্য, শিক্ষাৰ ক্ষেত্ৰত উন্নতি সাধিব পাৰিছিল।

বৰ্তমান নলবাৰী জিলাৰ শ্ৰেষ্ঠ শিক্ষানুষ্ঠান নলবাৰী কলেজ প্ৰতিষ্ঠাৰ ক্ষেত্ৰতো তেখেতৰ বৰঙণি আছিল অসীম। নলবাৰী কলেজখন স্থাপনৰ বাবে তেখেতে নলবাৰী নগৰৰ উপৰিও গ্ৰাম্য অঞ্চললৈ গৈও ৺ত্ৰৈলোক্যনাথ গোস্বামী, ৺হৰিচৰণ পাঠক, প্ৰভাত চন্দ্ৰ গোস্বামী আদি বিশিষ্ট সংগঠকসকলৰ লগত দান-বৰঙণি সংগ্ৰহ কৰিছিল। নলবাৰী সংস্কৃত কলেজখন গঠনৰ ক্ষেত্ৰতো তেখেতৰ বৰঙণি আছে। নলবাৰী অঞ্চলৰ অন্য বহুতো শিক্ষানুষ্ঠানেই তেখেতৰ অনুপ্ৰেৰণাতেই জন্ম লাভ কৰিছিল। নলবাৰী শিক্ষাপ্ৰেমী ৰাইজে সদায় ডাঃ গোস্বামী ডাঙৰীয়াক স্মৰণ কৰি থাকিব। ১৯৬৫ চনৰ নলবাৰী চহৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ তেখেতে সম্পাদনা সমিতিৰ সম্পাদকৰ দায়িত্ব সুচাৰুৰূপে পালন কৰিছিল। এই ক্ষেত্ৰত ৺ত্ৰৈলোক্যনাথ গোস্বামী, হৰিচৰণ ঠাকুৰীয়া, ৺ডাঃ নৃপেন্দ্ৰমল্ল বুজৰ বৰুৱা আদিৰ ভূমিকাও অতুলনীয়।

নলবাৰী অঞ্চলৰ সাহিত্য বিকাশৰ ক্ষেত্ৰতো তেখেতৰ বৰঙণি উল্লেখযোগ্য। নলবাৰীক মহকুমালৈ উন্নতি কৰাত ৺শ্ৰীমান প্ৰফুল্ল গোস্বামী, ৺হৰিচৰণ পাঠক, ৺প্ৰভাত নাৰায়ণ চৌধুৰী আদিৰ লগত ডাঃ গোস্বামীয়েও বিশেষ ভূমিকা লৈছিল। যাৰ ফলস্বৰূপে ১৯৬৭ চনত সেই সময়ৰ মুখ্যমন্ত্ৰী ৺বিমলাপ্ৰসাদ চলিহা ডাঙৰীয়াই নলবাৰী মহকুমাটো উদ্বোধন কৰাত বাস্তৱ ৰূপ লৈছিল। মুখ্যমন্ত্ৰী চলিহা ডাঙৰীয়াক পতিয়ন নিয়াৰ ক্ষেত্ৰত সেই সময়ৰ জ্যেষ্ঠ বিধায়ক ৺প্ৰভাত নাৰায়ণ চৌধুৰীদেৱৰ ভূমিকা বিশেষভাৱে স্বীকাৰ কৰিবলগীয়া। সেই সময়ত ৺সুৰেণ দাস ডাঙৰীয়া আৰু ময়ো নলবাৰীৰ বিধায়ক আছিলো। চৌধুৰী ডাঙৰীয়াই চলিহা ডাঙৰীয়াক কৈছিল— 'আমাক মন্ত্ৰী নালাগে, মহকুমাটো দিয়ক।' পিছত ১৯৮৫ চনৰ ১৪ আগষ্টৰ দিনা এই নলবাৰী মহকুমাটোকেই মাননীয় মুখ্যমন্ত্ৰী ৺হিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰ নিৰ্দেশত আমি জিলা হিচাপে উদ্বোধন কৰিবলৈ সমৰ্থবান হৈছিলো।

নলবাৰীৰ কংগ্ৰেছৰ নেতা হিচাপে ডাঃ গোস্বামীক বিশেষভাৱে স্বীকৃতি দিব লাগিব। তেখেত বতাহগিলা আৰু নতুন দেহৰ মৌজাৰ কংগ্ৰেছৰ প্ৰতিষ্ঠাপক সভাপতিৰ দায়িত্ব লৈ কংগ্ৰেছৰ সংগঠনক নলবাৰীত দৃঢ় কৰিব পাৰিছিল। তেখেত গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি, মহেন্দ্ৰ মোহন চৌধুৰী আদি মহান নেতাসকলৰ অতি বিশ্বাসভাজন আছিল। ৺মহেন্দ্ৰ মোহন চৌধুৰী ডাঙৰীয়াই তেখেতক খুব ভাল পাইছিল আৰু মোক ডাঃ গোস্বামী আৰু হৰিচৰণ পাঠক এই দুজন জ্যেষ্ঠ নেতাৰ পৰামৰ্শক্ৰমে কাম কৰিবলৈ কৈছিল।

এজন বিশিষ্ট জনদৰদী চিকিৎসক হিচাপে নলবাৰী অঞ্চলৰ ৰাইজক সেৱা কৰাৰ উপৰিও বৰ্তমান নমাটি প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰখনৰো তেখেতেই জন্মদাতা আছিল। তেখেতে পূব নলবাৰী আঞ্চলিক পঞ্চায়তৰ সভাপতি হিচাপে তাৰ অন্তৰ্গত খাটা, বতাহগিলা, নতুন দেহৰ আৰু ওপৰ বৰভাগ মৌজাৰ ৰাইজৰ গ্ৰাম্য জীৱনৰ উন্নতি সাধনৰ ক্ষেত্ৰত কৃতকাৰ্যতা লাভ কৰিছিল।

এইজন বিশিষ্ট জনদৰদী চিকিৎসক, সমাজকৰ্মী আৰু নলবাৰী ৰাইজৰ এজন বিশেষ বন্ধু ডাঃ হৰেকৃষ্ণ গোস্বামী ১৯৬৭ চনত মই বিধায়ক হোৱাৰ পৰাই ঘনিষ্ঠ সম্পৰ্ক আছিল। তেখেতে বিভিন্ন সময়ত মোক সুপৰামৰ্শ দি বিভিন্ন উন্নয়নমূলক কাৰ্যত সহায় কৰিছিল। তেখেত এজন সুবক্তাও আছিল। তেখেতৰ লগত বহুতো সভা-সমিতিত যোগ দিয়াৰ সুযোগো মই পাইছিলো। তেখেত আছিল এজন একেবাৰেই নিৰহংকাৰী আৰু মৰমিয়াল উদাৰ ব্যক্তি। সমাজ আৰু

ব্যক্তিৰ উন্নতি সাধন কৰাই আছিল তেখেতৰ ধৰ্ম আৰু পৰোপকাৰেই আছিল তেখেতৰ ব্ৰত।

এইগৰাকী ডাঃ গোস্বামী ডাঙৰীয়াৰ কৃতিত্বৰ কথা আমাৰ সদায় স্বীকাৰ্য হৈ ৰ'ব। এই ছেগতে মই সমগ্ৰ নলবাৰী জিলাৰে নতুন চাম পুৰুযক এইগৰাকী মহান ব্যক্তিৰ আদৰ্শেৰে অনুপ্ৰাণিত হৈ সমাজ আৰু দহৰ উন্নতিৰ হকে কাম কৰি যোৱাৰ বাবে অনুৰোধ জনালো। তেতিয়াহে আমাৰ সমাজখন সুস্থ আৰু সমৃদ্ধিশালী হ'ব।

---

ডাঃ বৰ্মণ বৰ্তমান অসমৰ ৰাজহ মন্ত্ৰী।

# জন্ম শতবৰ্ষত ডাঃ হৰেকৃষ্ণ গোস্বামী

**শশী শৰ্মা**

১৯০৫ চনৰ কথা। মাথোঁ ১৫ দিনৰ অগা-পিছাকৈ নলবাৰীত উপজিছিল দুটি শিশু। ১৫ ফেব্ৰুৱাৰীৰ দিনা উপজিছিল শিশু হৰেকৃষ্ণ গোস্বামী আৰু ৩ মাৰ্চৰ দিনা উপজিছিল শিশু ত্ৰৈলোক্য নাথ গোস্বামী। দুয়োটা দুটা বৈষ্ণৱ পৰিয়ালত উপজিছিল। হৰেকৃষ্ণ গোস্বামী উপজিছিল দামোদৰদেৱৰ প্ৰিয় শিষ্য আৰু অসমীয়া কথা-সাহিত্যৰ জনক স্বৰূপ ভট্টদেৱৰ প্ৰিয় সখা প্ৰসিদ্ধ বৈষ্ণৱ গ্ৰন্থ 'ঘোষাৰত্ন'ৰ ৰচক গোপাল মিশ্ৰৰ দ্বাৰা প্ৰতিষ্ঠিত খুদিয়াসত্ৰত। আৰু ত্ৰৈলোক্য নাথ গোস্বামী উপজিছিল প্ৰবীণ বৈষ্ণৱ আৰু সমাজ সংস্কাৰক শ্ৰীচৈতন্যৰ বংশধৰৰ দ্বাৰা প্ৰতিষ্ঠিত নলবাৰীৰ নাৰায়ণপুৰ সত্ৰত। দুয়ো একেখন গৰ্ডন স্কুলতে পঢ়িছিল আৰু কিছুদিন একেখন কটন কলেজতো পঢ়িছিল। হৰেকৃষ্ণ গোস্বামী গ'ল কলকাতাৰ প্ৰেছিডেন্সী মেডিকেলত পঢ়িবলৈ আৰু ত্ৰৈলোক্য নাথ গোস্বামী কটনৰ পৰাই এম. এ. আৰু পিছত আইন কলেজৰ পৰা আইনৰ স্নাতক উপাধি লাভ কৰি শিক্ষকতাতে লাগি থাকিল। ১৯৪৫ চনৰ জুলাইৰ পৰা ত্ৰৈলোক্য নাথ গোস্বামী নলবাৰী কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ। হৰেকৃষ্ণ গোস্বামীয়ে ডাক্তৰী শিক্ষা শেষ কৰি আহি ব্যক্তিগতভাৱে চিকিৎসা দান আৰু সমাজ সেৱাত মনোনিবেশ কৰে। আধুনিক নলবাৰীৰ অন্যতম বিশিষ্ট নিৰ্মাতা ডাঃ হৰেকৃষ্ণ গোস্বামী। সেই ১৯৪৫ চনৰ পৰা ১৯৮৮ চনৰ ২২ ফেব্ৰুৱাৰীৰ দিনা ত্ৰৈলোক্য নাথ গোস্বামীয়ে মৃত্যুবৰণ কৰা কাললৈ দুয়ো আছিল হৰিহৰাত্মা, অভিন্ন হৃদয় বন্ধু। ত্ৰৈলোক্য গোস্বামী আবদ্ধ থাকিল বিশেষকৈ শিক্ষা আৰু সাহিত্য-সংস্কৃতি জগতত আৰু ডাঃ হৰেকৃষ্ণ গোস্বামী প্ৰতিপন্ন হ'ল সৰ্বঢাক ৰূপে, অৰ্থাৎ তেওঁ চিকিৎসা, শিক্ষা, সাহিত্য-সংস্কৃতি, ৰাজনীতি, সমাজ সেৱা সকলোতেই বিশিষ্টভাৱে অংশ্ৰ গ্ৰহণ কৰিছিল আৰু সেয়ে সৰ্বস্তৰৰ জনসাধাৰণৰ লগত আছিল তেওঁৰ মধুৰ সম্পৰ্ক, যাক বুলিব পাৰি প্ৰকৃত অৰ্থতে জনপ্ৰিয় লোক।

এটা প্ৰশ্ন স্বাভাৱিকতে মনলৈ আহে, অসম-প্ৰসিদ্ধ বৈষ্ণৱ পৰিয়ালৰ ল'ৰা হৰেকৃষ্ণ ডাক্তৰ হ'ল কেনেকৈ? অসমৰ বৈষ্ণৱসকল দেখোঁ শুচিবায়ুগ্ৰস্ত।

লক্ষ্মীনাথ বেজবৰুৱাৰ এজন ককায়েক গোলাপ বেজবৰুৱাই পিতাক বৈষ্ণৱ দীননাথ বেজবৰুৱাৰ ইচ্ছাৰ বিৰুদ্ধে ইংলণ্ডলৈ গৈ ডাক্তৰী শিকাৰ কাৰণে তেওঁক ত্যজ্য পুত্ৰ কৰিছিল। গোলাপ বেজবৰুৱা আৰু কোনো দিন অসমলৈ ঘূৰি নাহিল, শিক্ষা লাভৰ পিছত গৈ দক্ষিণ আফ্ৰিকাতহে চিকিৎসা সেৱা দিছিল। সিমানেই নে, লক্ষ্মীনাথে ব্ৰজধৰ্মী ঠাকুৰ পৰিয়ালৰ ছোৱালী বিয়া কৰোৱা কাৰণে মৰা বুলি ধৰি লৈ চৰু-হাড়ী পেলোৱা নাছিল নে? হৰেকৃষ্ণ গোস্বামী বৈষ্ণৱ পৰিয়ালত ওপজা সত্ত্বেও হ'ব পাৰে এয়ে যে স্বয়ং দামোদৰদেৱ আৰু তেওঁৰ অনুগামীসকল আছিল মুকলিমূৰীয়া, ৰক্ষণশীলতাৰ স্থান দামোদৰী সত্ৰ আৰু পন্থাত নাছিল, আজিও নাই। কোনো সন্দেহ নাই যে সেই উদাৰনৈতিক চিন্তা-চেতনাৰ ফলতে হৰেকৃষ্ণ গোস্বামীয়ে নিৰ্বিবাদে ডাক্তৰী শিকি ঘূৰি আহি নলবাৰীত স্বাধীনভাৱে চিকিৎসা সেৱা দান কৰিবলৈ লয় আৰু প্ৰায় আমৰণ চিকিৎসা দান কৰে।

তেতিয়া ডাক্তৰৰ অভাৱ আছিল খুব বেছি, বিশেষকৈ লোকেল ব'ৰ্ডৰ অধীনস্থ চিকিৎসালয়ত। ডাঃ গোস্বামীলৈ হেনো উপযাচিয়ে কাম আগ বঢ়াইছিল। কিন্তু তেওঁলোক উপজিছিল স্বাধীনতা আন্দোলনৰ ধামখুমিয়াত। গৰ্ডন স্কুলত পঢ়ি থকা কালতো ১৯২৯ চনৰ পৰা স্বাধীনতা আন্দোলন, কটন কলেজত পঢ়ি থকা সময়তো স্বাধীনতা আন্দোলন। আন্দোলনৰ নেতৃমণ্ডলীৰ লগতো গঢ় লৈ উঠিছিল মধুৰ সম্পৰ্ক। গোপীনাথ বৰদলৈ, তৰুণৰাম ফুকন, নবীন চন্দ্ৰ বৰদলৈ আদিৰ তেওঁ প্ৰিয়পাত্ৰ হ'ব পাৰিছিল। এই ঘটনাবোৰে তেওঁৰ চিন্তাত স্বাধীন চেতনা গঢ়ি তুলিছিল। গতিকে চাকৰিৰ প্ৰতি আকৃষ্ট নহৈ নিজাকৈ ফাৰ্মাচী পাতি চিকিৎসা দানতে তেওঁ মনোনিবেশ কৰে আৰু মুক্তি সংগ্ৰামতো অংশ গ্ৰহণ কৰে। তেওঁক কিন্তু চৰকাৰে গ্ৰেপ্তাৰ কৰিব পৰা নাছিল। কাৰণ তেওঁ ডাক্তৰ। তেওঁৰ অবাধগতি। চাইকেলৰ আগত ষ্টেথোস্কোপৰ সৈতে বেগখন সততে ওলমিয়ে আছিল। তেওঁ যেন চিকিৎসা দিবলৈহে অহা-যোৱা কৰে। তেওঁ আছিল আন্দোলনৰ চহৰ আৰু গাঁৱৰ সম্পৰ্কৰক্ষী কৰ্মী। লগতে আছিল সমগ্ৰ নলবাৰীৰ উন্নতি সাধনৰো অগ্ৰণী কৰ্মী আৰু নেতা। ১৯৩৮ চনত নলবাৰী পৌৰ সমিতি গঠন হয় আৰু তেতিয়াৰে পৰা পৌৰ সমিতিৰ লগত প্ৰথমে পৌৰপাল ৰূপে আৰু ১৯৪৯ চনৰ পৰা ১৯৫৬ চনলৈ সভাপতি ৰূপেও কাৰ্যনিৰ্বাহ কৰে। তেওঁৰ কাৰ্যকালতে নলবাৰী পৌৰসমিতি পৌৰসভালৈ উন্নীত হয়। তেওঁৰ একাণপতীয়া চেষ্টাৰ ফলত নলবাৰীত বিজুলী উৎপাদন কৰি বিজুলীৰ যোগান

ধৰা হৈছিল। নলবাৰীৰ দৈনিক বজাৰখনো বৰ্তমানৰ স্থানলৈ স্থানান্তৰিত হয় তেওঁৰ কাৰ্যকালতেই।

নলবাৰী সংস্কৃত শিক্ষাৰ কেন্দ্ৰস্থান ৰূপে অসম বিদিত। ভাৰত বিখ্যাত সংস্কৃত পণ্ডিত মহামহোপাধ্যায় ধীৰেশ্বৰচাৰ্য প্ৰভৃতিৰ চেষ্টাত গঢ় লৈ উঠিছিল 'কামৰূপ সংস্কৃত সঞ্জীৱনী সভা' আৰু সেই সঞ্জীৱনী সভাই ১৯৩৮ চনত প্ৰতিষ্ঠা কৰিছিল নলবাৰী সংস্কৃত কলেজ, ডাক্তৰ গোস্বামী ইয়াৰ প্ৰতিষ্ঠা কালৰে পৰা আছিল তাৰ লগত জড়িত, শেষৰফালে তেওঁ পৰিচালনা সমিতিৰ সম্পাদক আৰু সভাপতি ৰূপেও কাৰ্যনিৰ্বাহ কৰিছিল আৰু ঘৰ-দুৱাৰ আদিৰ সংস্কাৰ সাধনত গুৰুত্ব আৰোপ কৰিছিল। এসময়ৰ সংস্কৃত কলেজত আধুনিক শিক্ষাৰ কাৰণে নলবাৰী কলেজৰ শ্ৰেণী আৰম্ভ কৰাৰ আলাপ-আলোচনাও চলিছিল। ভাৰতত আধুনিক শিক্ষা প্ৰৱৰ্তনত ইংৰাজ চৰকাৰৰ সমূলি সমৰ্থন নাছিল। আধুনিক শিক্ষা মানে ভাৰতীয় লোক তেওঁলোকৰ সমচেতনা সম্পন্ন ৰূপে গঢ় লৈ উঠা। ইংৰাজে গুৰুত্ব আৰোপ কৰিছিল পৰম্পৰাগত সংস্কৃত আৰু আৰবী পাৰ্চীৰ মাজত ভাৰতক আবদ্ধ ৰাখিবলৈ। কিন্তু ভাৰতীয় নবজাগৰণৰ অগ্ৰদূত স্বৰূপ ৰাজা ৰামমোহন ৰায়, ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰ প্ৰমুখ্যে ভাৰতীয় নেতৃবৰ্গ আছিল আধুনিক শিক্ষাৰ দৃঢ় সমৰ্থক। তাৰ ফলত কলকাতাত প্ৰতিষ্ঠিত হৈছিল ১৮১৩ চনত হিন্দু কলেজ আৰু ১৮৩৫ চনত মেডিকেল কলেজ। আধুনিক শিক্ষাৰ এই দুটা প্ৰতিষ্ঠানে সমগ্ৰ ভাৰততে বিয়পালে এক অভিনৱ আন্দোলন। অসমৰ কটন কলেজ তাৰেই প্ৰভাৱৰ সুফল আৰু আচলতে সেই আলোড়নৰ প্ৰভাৱতেই ১৯৪৫ চনত প্ৰতিষ্ঠিত হয় নলবাৰী কলেজ। ডাক্তৰ গোস্বামী নলবাৰী কলেজৰ অন্যতম প্ৰতিষ্ঠাপক সদস্য। তেওঁ আমৰণ নলবাৰী কলেজৰ লগত জড়িত, শেষৰ ফালে তেওঁ পৰিচালনা সমিতিৰ সভাপতিও হৈছিল।

ভাৰতীয় নৱজাগৰণৰ প্ৰৱৰ্তক পুৰুষসকলে সঠিকভাৱেই উপলব্ধি কৰিছিল যে সংস্কৃত পণ্ডিত আৰু ইমাম-মৌলবী আদি মূলতঃ অতীতমুখী আৰু ৰক্ষণশীল। শাস্ত্ৰৰ দোহাই দি তেওঁলোকে কঠোৰভাৱে বৰ্ণবাদো জীয়াই ৰাখে আৰু নাৰীকো পুৰুষৰ অধীন কৰিয়ে ৰাখিব বিচাৰে। আৰু সম্ভৱতঃ সেই কাৰণেই সংস্কৃত শিক্ষাৰ কেন্দ্ৰস্থান নলবাৰীত নাৰীৰ আনুষ্ঠানিক শিক্ষাত সমূলি গুৰুত্ব আৰোপ কৰা নহৈছিল। আধুনিক শিক্ষাৰে শিক্ষিতসকলৰ একাংশ আগবাঢ়ি আহিল ছোৱালীৰ শিক্ষা অনুষ্ঠান প্ৰতিষ্ঠাত। গৰ্ডন স্কুলৰ প্ৰসিদ্ধ প্ৰধান শিক্ষক মণিৰাম দাসৰ নেতৃত্বত প্ৰতিষ্ঠিত হ'ল ১৯৩৮ চনতে নলবাৰী ছোৱালী এম.ই. স্কুল। ডাঃ গোস্বামী তাৰো প্ৰতিষ্ঠাপক সদস্য আৰু হাইস্কুললৈ উন্নীত

হোৱাত কেবাবছৰো পৰিচালনা সমিতিৰ সম্পাদক আৰু সভাপতি হৈছিল। ডাঃ গোস্বামীৰ এটা বৈশিষ্ট্য আছিল এয়ে যে তেওঁ নামত নহয়, কামতো খাটিছিল, অনুষ্ঠানৰ উন্নতি সাধনত দেহে-কেহে লাগিছিল। ছোৱালী হাইস্কুলৰ উন্নতি সাধনতো তেওঁ বিশিষ্ট ভূমিকা বহন কৰিছিল।

তেওঁলোকৰ জীৱনৰ সৰ্বোৎকৃষ্ট কীৰ্তি হ'ল নলবাৰী কলেজ। ১৯৪৫ চনত আনুষ্ঠানিকভাৱে নলবাৰী কলেজৰ শ্ৰেণী আৰম্ভ হোৱা কালত কলিকতা বিশ্ববিদ্যালয়ৰ ভিতৰতে গাঁও অঞ্চলত প্ৰতিষ্ঠিত পোনপ্ৰথম কলেজ নলবাৰী কলেজ। কলেজৰ কাৰণে যে তেওঁলোকে কায়ো-মনো-বাক্যে কি চেষ্টা আৰু শ্ৰমেই কৰা নাছিল! নলবাৰী কলেজেই ত্ৰৈলোক্য গোস্বামী আৰু হৰেকৃষ্ণ গোস্বামীক অভিন্ন-হৃদয় বন্ধুতো পৰিণত কৰে। দুয়োৰে ৰাজনৈতিক আদৰ্শ আছিল ভিন ভিন। ডাঃ গোস্বামী কংগ্ৰেছী। কংগ্ৰেছৰ বিষয়ববীয়া, চৰকাৰৰ ওপৰ মহলৰো বিশ্বস্ত ব্যক্তি। অধ্যক্ষ গোস্বামী কংগ্ৰেছ বিৰোধী, সমাজবাদী। কিন্তু কলেজৰ কামত তেওঁলোক সকলো সময়তে অভিন্ন। প্ৰতিষ্ঠাকালত ঘৰ-দুৱাৰ সজাৰ অৰ্থে ধন সংগ্ৰহত সবাৰো অগ্ৰণী ভূমিকা বহন কৰিছিল ডাঃ গোস্বামীয়ে। তেওঁৰ একান্ত চেষ্টাৰ ফলত নিৰ্মিত হৈছিল 'কেদাৰমল বাজাজ হল', 'বিলাস ৰায় ছাত্ৰ নিবাস ভৱন'। প্ৰথম স্তৰত অধ্যক্ষ গোস্বামীৰ সৈতে প্ৰায় প্ৰতি দেওবাৰে চাইকেলেৰে ঘূৰি ঘূৰি সংগ্ৰহ কৰিছিল বৰঙণি। আনকি হাতত টিনৰ চুঙা লৈ ৰেলযাত্ৰীৰ পৰা দুটকা সংগ্ৰহ কৰিবলৈও বাদ দিয়া নাছিল। নলবাৰী কলেজ প্ৰতিষ্ঠাৰ মূলত আছিল চাৰি সহপাঠী বন্ধু প্ৰভাত চন্দ্ৰ গোস্বামী, ডাঃ হৰেকৃষ্ণ গোস্বামী, হৰিচৰণ পাঠক আৰু কবিৰাজ মহাদেৱ শৰ্মা। কবিৰাজৰ ফাৰ্মাচীখন আছিল আধুনিক নলবাৰীৰ এটা ডাঙৰ আড্ডা। কবিৰাজ দুখীয়া, কিন্তু আছিল উদাৰমনা। কলেজৰ প্ৰেৰণাদাতা কবিৰাজ আৰু কৰ্মকাৰক আছিল বাকীকেইজন।

নলবাৰী নাট্যমন্দিৰৰো সকলো আলাপ-পৰিকল্পনা হৈছিল কবিৰাজৰ ফাৰ্মাচীতেই। নাট্য মন্দিৰৰ উন্নতি-অৱনতিৰ লগত তেওঁলোক জড়িত। ডাঃ গোস্বামী নাট্য মন্দিৰৰ সম্পাদক আৰু সভাপতিও আছিল। তেওঁৰ সম্পাদনা কালত ব্ৰজনাথ শৰ্মাই ভ্ৰাম্যমান থিয়েটাৰৰ দল আৰু সহ-অভিনয় প্ৰদৰ্শন কৰি ফুৰিছিল। ডাঃ গোস্বামীয়ে ৰক্ষণশীল বংশৰ বাধা-বিপত্তিলৈ কেৰেপ নকৰি ব্ৰজ শৰ্মাৰ দলক নলবাৰী নাট্য মন্দিৰত সহ অভিনয় প্ৰদৰ্শন কৰিবলৈ অনুমতি প্ৰদান কৰিছিল। তেওঁৰ উদাৰ আৰু সাহসী মনৰ বহু কথা আৰু কাৰ্যই মনলৈ আহে। তাৰে এটা হ'ল অসম আন্দোলনৰ কালৰ। ১৯৮৪ চনৰ মাৰ্চৰ ২ তাৰিখৰ পৰা

নলবাৰীত অনুষ্ঠিত হৈছিল নতুন সাহিত্য পৰিষদৰ ৰাজ্যিক সন্মিলন। আন্দোলন বিৰোধী কাৰণে কোনোৱে ঠাই নিদিয়ে। জানিবা শিক্ষামন্ত্ৰীৰপৰা ছোৱালী হাইস্কুলত প্ৰতিনিধি শিবিৰ পাতিবলৈ অনুমতি অনা হ'ল। সভাবোৰ অনুষ্ঠিত কৰিবলৈ লাগে নাট্য মন্দিৰ। নাট্য মন্দিৰৰ অনুমতিৰ কাৰণে যোৱা হ'ল সভাপতি ডাঃ গোস্বামীৰ ওচৰলৈ। তেওঁ এটা হাঁহি মাৰি বিনাভাৰাই ব্যৱহাৰ কৰাৰ কাৰণে অনুমতি দিলে। অন্যান্য বহুতৰ দৰে ডাঃ গোস্বামী সংকীৰ্ণ ৰাজনীতিত নাছিল, তেওঁ আছিল উদাৰমনা। অৱশ্যে বহুতে তেওঁৰ সৰলতা আৰু উদাৰতাক দুৰ্বলতা বুলি ক'বলৈও এৰা নাছিল।

তেওঁৰ কথা কৈ অন্ত কৰিব নোৱাৰি। নলবাৰী চহৰ অঞ্চল আৰু সমগ্ৰ নলবাৰী এলেকাত এনে শিক্ষা-সংস্কৃতি-চিকিৎসাৰ অনুষ্ঠান-প্ৰতিষ্ঠান নাই, যাৰ লগত তেওঁ সক্ৰিয়ভাৱে জড়িত নাছিল। গাঁৱলীয়া অঞ্চলৰ বাট-পথ নিৰ্মাণৰ লগতো তেওঁ আছিল ঘনিষ্ঠভাৱে জড়িত। তেওঁ ছাত্ৰ কালৰে পৰা লেখা-মেলা কৰিছিল, কিন্তু সাধক-লেখক নাছিল। সাহিত্যৰ অনুষ্ঠানৰ সহৃদয় সমৰ্থকহে আছিল। নলবাৰী সাহিত্য সমাজ, নলবাৰী লেখক সংঘ আদিৰ তেওঁ সক্ৰিয় সহযোগী আছিল। ১৯৬৫ চনত অনুষ্ঠিত অসম সাহিত্য সভাৰ নলবাৰী সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ তেওঁ আছিল অন্যতম যুটীয়া সম্পাদক। সন্মিলনৰ সফলতাৰ কাৰণে নলবাৰীৰ উপৰি অসমৰ ভিন ভিন ঠাইলৈ গৈ আমি বহুতেই বৰঙণি সংগ্ৰহ কৰিছিলো। ডাঃ গোস্বামী আৰু হৰিচৰণ পাঠক বন্ধুদ্বয়ৰ ভূমিকাও বিশেষভাৱে স্মৰণীয়। উৰিষ্যাৰ প্ৰাক্তন মুখ্যমন্ত্ৰী, সাহিত্যিক ডঃ হৰেকৃষ্ণ মহতাবক মুখ্য অতিথি হিচাপে আমন্ত্ৰণ জনাই অনা হৈছিল। গুৱাহাটী বিমান বন্দৰৰ পৰা ডাঃ গোস্বামী গৈ ডঃ মেহতাবক আদৰি আনিছিল। সেই সূত্ৰে দুয়োৰে মাজত গঢ় লৈ উঠিছিল বন্ধুত্ব। তাৰ পিছৰ বছৰ উৰিষ্যাৰ প্ৰজাতন্ত্ৰ সাহিত্য পৰিষদৰ সন্মিলনলৈ ত্ৰৈলোক্য নাথ গোস্বামীৰ লগতে নিমন্ত্ৰিত হৈ গৈ মুকলি সভাত অসমীয়াতে বক্তৃতা দি উপস্থিত দৰ্শকক আনন্দিত কৰিছিল ডাঃ গোস্বামীদেৱে।

তেওঁৰ চৰিত্ৰৰ ভূষণ আছিল এয়ে যে তেওঁৰ হীনমন্যতা নাছিল। সকলোৰে লগত মিলিব পাৰিছিল। পণ্ডিতৰ লগত ঘনিষ্ঠ সম্পৰ্ক থকাৰ দৰে সামান্য, সাধাৰণ কৃষক-শ্ৰমিকৰ লগতো তেওঁৰ আছিল সমানে ঘনিষ্ঠতা। সত্ৰাধিকাৰৰ সন্তান হৈয়ো ডাঙৰ হ'বলৈ আগবাঢ়ি যোৱাৰ দৰে, অস্পৃশ্যতা বৰ্জনতো একেদৰে তেওঁ আগবাঢ়ি গৈছিল। পৌৰপতি থকা কালত নলবাৰীৰ দোমপাৰাক 'সোণপুৰ' নামকৰণ কৰি ঠাইখনৰ আৰু বাসিন্দাসকলৰ মৰ্যাদা

বৃদ্ধিত তেৰেঁই আগভাগ লৈছিল। কংগ্ৰেছ দলৰ মণ্ডল কংগ্ৰেছৰ পৰা জিলা কংগ্ৰেছলৈ সভাপতি, উপ-সভাপতিৰ বাব তেওঁ বহন কৰিছিল, কিন্তু আন বহুতৰ দৰে ক্ষমতা খকুৱা নাছিল, আকাংক্ষিত বাব নোপোৱা কাৰণে দলো ত্যাগ কৰা নাছিল। তেওঁ কংগ্ৰেছী নেতা। বিষ্ণু ৰাভাৰ মূৰৰ বিনিময়ত কংগ্ৰেছ চৰকাৰে দহ হাজাৰ টকাৰ পুৰস্কাৰ ঘোষণা কৰি গৈছে। সেই সময়তে আত্মগোপনকাৰী বিষ্ণু ৰাভা গৈ ডাঃ গোস্বামীৰ ঘৰত মাজনিশা উপস্থিত হৈ খাদ্য বিচাৰে। তেওঁ ৰাভাক খুৱাই-বুৱাই ৰাতিয়েই বিদায় দিছিল, কোনো পক্ষৰে সেই কথাৰ সম্ভেদ কিন্তু দিয়া নাছিল।

এইজন বহুমুখী ব্যক্তিৰ জন্মৰ এশ বছৰ পূৰ হ'ল। এই ছেগতে তেওঁৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি যাচিলোঁ। ❑

---

শ্ৰীশৰ্মা অসমৰ এগৰাকী প্ৰথিতযশা সাহিত্যিক। প্ৰায় ডেৰকুৰিৰো অধিক গ্ৰন্থৰ ৰচক। বিশিষ্ট সমালোচক আৰু চোভিয়েট নেহৰু বঁটা প্ৰাপক।

# শতবৰ্ষ পূৰ্তিত
# ডাঃ হৰেকৃষ্ণ গোস্বামীৰ সোঁৱৰণ

**ড° হৰিনাথ শৰ্মাদলৈ**

বিংশ শতিকাৰ চতুৰ্থ দশকত যিকেইগৰাকী শিক্ষিত ডেকাই নলবাৰী ৰেল ষ্টেচন আশ্ৰিত এখণ্ড ঠাই সাধ্যানুসৰি উন্নতিৰ ফালে আগুৱাই নিবলৈ যত্ন কৰিছিল, তেওঁলোকৰ ভিতৰত ডাঃ হৰেকৃষ্ণ গোস্বামীও অন্যতম। বাকীকেইগৰাকীৰ ভিতৰত প্ৰধান আছিল প্ৰভাত নাৰায়ণ চৌধুৰী, শ্ৰীমান প্ৰফুল্ল গোস্বামী আৰু হৰিচৰণ পাঠক।

উল্লিখিত দশকটোৰ ভিতৰত নলবাৰীয়ে গ্ৰামাঞ্চলৰ মোট সলাই ক্ৰমশঃ নগৰৰ ৰূপ ল'বলৈ ধৰিছিল বুলিবহে পাৰি। ৰেল ষ্টেচনটোৱেই আছিল ইয়াৰ মুখ্য আকৰ্ষণ আৰু এই আকৰ্ষণতেই ইয়াৰ চাৰিওফালৰ অন্ততঃ ১০/১৫ মাইল দূৰৰ পৰা মানুহ ইয়ালৈ আহিছিল খোজ কাঢ়ি। দেখা গৈছিল দুটা ভগা-ছিগা ৰাস্তা---এটা আহিছিল পূব ফালৰ পৰা পশ্চিমমুৱাকৈ আৰু আনটো আহিছিল দক্ষিণ ফালৰপৰা উত্তৰমুৱাকৈ—এই দুয়োটা নলবাৰীত লগ হৈ উত্তৰফালে অলপ আগবাঢ়ি গৈ ৰেল ষ্টেচনক স্পৰ্শ কৰিছে। সেই সময়ত নলবাৰীত আছিল এটা চাৰ্কোল অফিছ, এখন থানা, এখন লোকেল ব'ৰ্ড, হাস্পতাল, এটা পোষ্ট অফিছ আৰু লৌহ স্তম্ভ আশ্ৰিত দুই-তিনি মহলীয়া চাবিটামান ঘৰ। এই ঘৰকেইটা কিছু পৰিৱৰ্তিত ৰূপত এতিয়াও দেখিবলৈ পোৱা যায়। এইকেইটা ঘৰ সেইদিনৰ একশ্ৰেণী লোকৰ ব্যৱসায়ৰ মূল আশ্ৰয় আছিল যদিও সেইবোৰে ঠাইখণ্ডক কিছু নগৰমুখী কৰি তুলিছিল। চৰকাৰী বিষয়াৰ ভিতৰত এছ.ডি.চি. জনেই আছিল প্ৰধান আৰু শান্তি ৰক্ষাত মুখ্য আছিল থানাৰ পুলিছ ইন্সপেক্টৰ।

উচ্চতৰ শিক্ষা প্ৰদানৰ কাৰণে এখন ছোৱালী হাইস্কুল আৰম্ভ হৈছিল যদিও চকুত লগা হিচাপে গা কৰি উঠিছিল গৰ্ডন হাইস্কুলখনে। শিক্ষা জগতখনত চকু-কাণ দিয়াৰ কাৰণে এজন আছিল 'চাব ইন্সপেক্টৰ'। সেই সময়ত, অৰ্থাৎ আলোচ্যমান দশকটোৰ শেষৰ ফালৰ পৰা উক্ত ৰাস্তা দুটাৰ সংযোগ স্থানত ষ্টেচনমুৱাকৈ থকা এটা সৰু ঘৰত 'লক্ষ্মী ফাৰ্মাচী' নামৰ বিজ্ঞাপন এখন মাৰি

থোৱা আছিল। এই ফাৰ্মাচীখনত বহি এগৰাকী ব্যক্তিয়ে নানা ধৰণৰ মানুহৰ আগত হাঁহি হাঁহি গলগলীয়া মাতেৰে স্বাস্থ্যবিজ্ঞান, ৰাজনীতি, সমাজনীতি, ধৰ্মনীতি আদি বিষয়ৰ কথা পাতি থকা মানুহে প্ৰায়েই দেখা পাইছিল। এইগৰাকী ব্যক্তিয়েই আছিল ডাঃ হৰেকৃষ্ণ গোস্বামী।

ডাঃ হৰেকৃষ্ণ গোস্বামীৰ বংশ-মৰ্যাদা উল্লেখনীয়। খৃষ্টীয় ষোড়শ শতিকাৰ অতীব বিখ্যাত বৈষ্ণৱাচাৰ্য মহাপুৰুষ শ্ৰীশ্ৰীদামোদৰদেৱৰ অন্যতম প্ৰপন্ন শিষ্য আৰু বৈকুণ্ঠনাথ ভট্টাচাৰ্য (ভট্টদেৱ)ৰ সহপাঠী (সখি) গোপালমিশ্ৰ নিজ গুৰুৰ আদেশ মৰ্মে আহিছিল নলবাৰী অঞ্চললৈ। নলবাৰীৰ গাতে লাগি থকা উত্তৰ ফালৰ খুদিয়া গাঁৱত তেওঁ সত্ৰ স্থাপন কৰি তাৰ পৰা দামোদৰদেৱৰ মতাদৰ্শ মতে পৱিত্ৰ বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিবলৈ আৰম্ভ কৰিছিল। গোপালমিশ্ৰ আছিল পণ্ডিত আৰু কবি। 'ঘোষাৰত্ন'ই তেওঁৰ পাণ্ডিত্য আৰু কবিত্ব চিৰযুগমীয়া কৰি ৰাখিছে। এইগৰাকী পণ্ডিত গোপাল মিশ্ৰৰ একাদশ অধস্তন পুৰুষ লক্ষ্মীনাথৰ ঔৰসত হৰেকৃষ্ণৰ জন্ম হয় খুদিয়া সত্ৰত। তেওঁ কটন কলেজৰ পৰা ১৯৩১ খৃ.ত আই.এ. পাছ কৰি কলিকতালৈ যায় আৰু তাৰ প্ৰেছিডেন্সী কলেজত পঢ়ি এল.এম.এফ. পাছ কৰি জন্মভূমি নলবাৰীলৈ ঘূৰি আহে। এই নামৰ চিকিৎসাবিজ্ঞানৰ পৰীক্ষা পাছ কৰি আহি গোস্বামীয়ে কোনো চাকৰিলৈ মন নকৰি নলবাৰীৰ উল্লিখিত 'লক্ষ্মী ফাৰ্মাচী'তে বহি চিকিৎসাৰ যোগেদি প্ৰকাৰান্তৰে জনসাধাৰণৰ সেৱা আগবঢ়াবলৈ আৰম্ভ কৰে আৰু জীৱনভৰি তেওঁ তাত লাগি থাকে।

ডাঃ হৰেকৃষ্ণ গোস্বামী আছিল বিচিত্ৰ প্ৰবৃত্তিমুখী। আনুষ্ঠানিকভাৱে চিকিৎসাবিজ্ঞান শিকিলেও অকল সেই দিশৰ জ্ঞান-অভিজ্ঞতাৰ প্ৰসাৰণতে তেওঁৰ মনোনিৱেশ নিবিষ্ট হৈ থকা নাছিল বুলি বুজা যায়। তেওঁ স্বাভাৱিকতে আছিল দেশপ্ৰেমিক, সমাজপ্ৰিয় আৰু সংস্কৃতিৰ উপাসক। আনুষ্ঠানিক শিক্ষা শেষ কৰি তেওঁ দেখিলে গ্ৰামাঞ্চল নলবাৰীৰ উন্নতিৰ কাৰণে কৰিবলগীয়া বহুত আছে। এই ধৰণৰ ভাব-প্ৰৱণতাই আনকি নিজৰ আৰ্থিক দিশৰ চিন্তা পাহৰাই ৰাখি সমাজ উন্নতিৰ চিন্তাহে তেওঁৰ মনত অধিক উন্মুক্ত কৰি দিয়া বুলি ক'ব পৰা যায়। ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে আপেক্ষিকভাৱে যি দীঘলীয়া জীৱন (১৯০৫-১৯৯২ খৃ.) যাপন কৰিছিল, সি মহীয়ান হৈ উঠিছিল ত্যাগ স্বীকাৰ আৰু উৎসৰ্গিত আদৰ্শত। জীৱন ভৰি তেওঁ সামাজিক, ৰাজনৈতিক, শৈক্ষিক, ধৰ্মীয় আদি দিশৰ যিমানবোৰ অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত সংশ্লিষ্ট থাকি কাম কৰি গৈছে, সেইবোৰেই ইয়াৰ প্ৰকৃষ্ট দৃষ্টান্ত।

মহাত্মা গান্ধীৰ আদৰ্শত উদ্বুদ্ধ হৈ আজীৱন তেওঁ কংগ্ৰেছৰ বহুত কাম কৰিছে, কিন্তু এম.এল.এ. হোৱাৰ কাৰণে তেওঁৰ প্ৰয়াস দেখা নগ'ল।

শিক্ষাৰ ক্ষেত্ৰত দেখা যায়—১৯৪৫ খৃ.ত নলবাৰী কলেজ স্থাপন প্ৰসঙ্গত আগভাগ লোৱা একনিষ্ঠ কৰ্মীকেইজনৰ ভিতৰত ডাঃ হৰেকৃষ্ণ গোস্বামীও অন্যতম। গোস্বামী এই শ্ৰেষ্ঠ অনুষ্ঠানখনৰ পৰিচালনা সমিতিৰ সদস্য প্ৰায় সকলো সময়তে আছিল, আনকি এবাৰ কি দুবাৰ ইয়াৰ সভাপতিৰূপেও অনুষ্ঠানটো গঢ় দি তোলাত সহায়তা কৰিছিল। ইয়াৰ উপৰিও, নলবাৰী সংস্কৃত কলেজ, নলবাৰী সংস্কৃত সঞ্জীৱনী সভা, পূৰ্ব ভাৰতী নাট্যমন্দিৰ, নমাটি চিকিৎসালয়, নলবাৰী গৰ্ডন হাইস্কুল, নলবাৰী ছোৱালী হাইস্কুল, দেবীৰাম হাইস্কুল আদি বহুত শিক্ষানুষ্ঠানৰ উপদেষ্টা, কৰ্মকৰ্তা, পৰিচালনা সমিতিৰ সদস্য বা সভাপতি ৰূপে তেওঁ জড়িত আছিল। নলবাৰী টাউন কমিটি আৰু পাছত নলবাৰী পৌৰসভা গঠনতো গোস্বামীৰ অৱদান উল্লেখনীয়. এই দুয়োবিধতে কোনো কোনো সময়ত তেওঁ সভাপতিৰ পদো অলংকৃত কৰিছিল। ইয়াৰ উপৰিও নলবাৰীৰ ৰাস্তা-ঘাটৰ উন্নতি, নলবাৰী বজাৰখনৰ (হাটখোলা) স্থানান্তৰ আদিতো তেওঁৰ তৎপৰতা আছিল যথেষ্ট। বহুত ধৰ্মীয় অনুষ্ঠানৰ প্ৰতি আনুগত্য দেখুৱাৰ লগতে সেইবোৰৰ উন্নতিৰ কল্পেও তেওঁ আজীৱন সচেষ্ট আছিল, এই ক্ষেত্ৰত তেওঁৰ পৈত্ৰিক 'খুদিয়া সত্ৰ'ৰ উপৰিও 'দামোদৰ ধাম সত্ৰ'ৰ (আঠঘৰীয়া) লগত একনিষ্ঠ সম্বন্ধও আছিল।

ক'ব পৰা যায়—ধাৰ্মিক, পণ্ডিত, বৈষ্ণৱাচাৰ্য গোপাল মিশ্ৰৰ প্ৰকৃত উত্তৰাধিকাৰী আছিল ডাঃ হৰেকৃষ্ণ গোস্বামী। তেওঁৰ উদাৰতা, ধৰ্মপ্ৰৱণতা, মানৱপ্ৰেম, সমাজপ্ৰীতি আদি গুণেই ইয়াৰ সাক্ষ্য প্ৰদান কৰিছে। ১৯৯২ ইং চনৰ ৭ মাৰ্চ তাৰিখত এইগৰাকী পুৰুষে নৰদেহ এৰিছে যদিও সমাজৰ মানস দৃষ্টিত তেওঁ আজিও বিৰাজমান। ❑

---

'নলবাৰী-ৰত্ন' ড° দলৈদেৱ অসমৰ এগৰাকী প্ৰসিদ্ধ সাহিত্যিক-সমালোচক। ভালেমান গৱেষণাধৰ্মী গ্ৰন্থৰ লেখক। সাহিত্যৰ বুৰঞ্জীকাৰ।

# মানুহৰ সেৱক ডাঃ হৰেকৃষ্ণ গোস্বামী

**কনকসেন ডেকা**

চিকিৎসা আৰু সমাজ সেৱা যদি একেটা মুদ্ৰাৰে ইপিঠি-সিপিঠি হয়, তেন্তে তেনে এটি মুদ্ৰাৰেই নাম ডাঃ হৰেকৃষ্ণ গোস্বামী। তেওঁ যিটো সময়ত জন্মগ্ৰহণ কৰিছিল, তেতিয়া আয়ুৰ্বেদ আৰু জৰা-ফুকাই চিকিৎসাৰ মাধ্যম আছিল। এলোপেথিক চিকিৎসা তেতিয়া বহুতৰ বাবে এলাগী হৈ আছিল যদিও তেনে সময়তেই খুদিয়া সত্ৰত জন্ম লাভ কৰা উদাৰমনা হৰেকৃষ্ণই সেৱাৰ মনোভাৱেৰে আধুনিক চিকিৎসাৰ মাধ্যমত শিক্ষা লাভ কৰিবলৈ আগবাঢ়ে আৰু শিক্ষা সমাপ্ত কৰি ৰাইজৰ বাবে জীৱন উচৰ্গা কৰে। ডাঃ গোস্বামীৰ বাহন আছিল চাইকেলখনেই আৰু দিন-ৰাতিৰ ছেদ-ভেদ নোহোৱাকৈ বিভিন্ন ৰোগৰ চিকিৎসাত ব্ৰতী হৈছিল। সেই সময়ত ডাঃ হৰেকৃষ্ণ গোস্বামীয়েই অঞ্চলটোৰ ধন্বন্তৰিস্বৰূপ আছিল। তেওঁৰ চিকিৎসাৰ ওপৰত ৰোগীৰ বিশ্বাস আছিল অপৰিসীম। ডাঃ গোস্বামীয়ে চিকিৎসা সেৱাক বৃত্তি হিচাপে লৈছিল যদিও ব্যৱসায় হিচাপে লোৱা নাছিল। সম্পূৰ্ণভাৱে মানৱতাবাদী দৃষ্টিভংগীৰে তেওঁ সমাজক সেৱা কৰি গৈছিল।

কেৱল চিকিৎসা সেৱাতেই নিজকে আৱদ্ধ নাৰাখি সামগ্ৰিকভাৱে নলবাৰী অঞ্চলৰ সামাজিক উন্নয়নৰ বাবে তেওঁ আপ্ৰাণ চেষ্টা চলাইছিল। সেই সময়ত নলবাৰীত উচ্চ শিক্ষাৰ বিশেষ অনুষ্ঠান নাছিল। দৰাচলতে সংস্কৃত শিক্ষাৰ প্ৰতিয়েই বিদগ্ধ চামৰ আকৰ্ষণ আছিল। কিন্তু ডাঃ হৰেকৃষ্ণ গোস্বামী, শিক্ষাবিদ ত্ৰৈলোক্য নাথ গোস্বামী প্ৰভৃতিয়ে উপলব্ধি কৰিছিল যে আধুনিক শিক্ষা অবিহনে বৰ্তমান যুগৰ স'তে খোজ মিলাই আগবাঢ়ি যোৱাটো সম্ভৱ নহয়। সেই বাবেই কলেজ এখনি স্থাপনৰ বাবে তেওঁলোকে উদ্যোগ লৈছিল আৰু সেই ক্ষেত্ৰত সফল হৈছিল। সেই সময়ত স্ত্ৰী শিক্ষাৰ প্ৰচলনো প্ৰায় নাছিল বুলিয়ে ক'ব পাৰি। ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে স্ত্ৰী শিক্ষাৰ প্ৰসাৰৰ হেতুকে কন্যা বিদ্যালয় স্থাপনত গুৰুত্ব দিছিল। তেওঁৰ জীৱনকালত নলবাৰীত এনে এটি শিক্ষানুষ্ঠান নোলাব, যিটোৰ স'তে প্ৰত্যক্ষ বা পৰোক্ষভাৱে ডাঃ গোস্বামী জড়িত হৈ থকা নাছিল। দেশৰ স্বাধীনতা আন্দোলনৰো তেওঁ এগৰাকী বিশিষ্ট কৰ্মী আছিল আৰু সেই

সূত্রে কংগ্রেছী ৰাজনীতিৰ স'তে জড়িত হৈ পৰিছিল যদিও কম্যুনিষ্ট আৰু ছ'চিয়েলিষ্ট দলৰ সদস্যসকলেও তেওঁৰ পৰা হৃদ্যতা লাভ কৰিবলৈ সক্ষম হৈছিল এইবাবেই যে ৰাজনীতিৰ ক্ষেত্রত তেওঁ উদাৰ নীতি গ্রহণ কৰিছিল। সভা-সমিতি পাতিবলৈ হ'লে বিৰোধী দলৰ কৰ্মীসকলেও ডাঃ গোস্বামীৰ ওচৰলৈ আহিছিল আৰু তেওঁ সঁহাৰি জনোৱাৰ ক্ষেত্ৰত কাৰ্পণ্য নকৰিছিল। সৰবৰহী ডাঃ গোস্বামী সেয়েহে জীৱিত কালতেই এক প্ৰতিষ্ঠানত পৰিণত হৈছিল। তেওঁৰ অংশগ্ৰহণ ব্যতিৰেকে নলবাৰীত কোনো ধৰণৰ গঠনমূলক কামৰ চিন্তা কৰা নহৈছিল। সেই সময়ছোৱাৰ প্ৰায়বোৰ সামাজিক সংগঠনৰ স'তে ডাঃ গোস্বামী জড়িত হৈ আছিল। নিৰহংকাৰী ডাঃ গোস্বামীয়ে সমাজৰ নিঃস্বজনৰ স'তেও সহৃদয়তা গঢ়ি তুলি মহানুভৱতাৰ পৰিচয় দিব পাৰিছিল। সকলো সময়তে সন্তুষ্টিৰ মানসিকতাৰে বিধৌত ডাঃ গোস্বামী আছিল নলবাৰীৰ বিভিন্ন শ্ৰেণীৰ লোকৰ বাবে অভিভাৱকস্বৰূপ। আজি এই সংসাৰত ডাঃ গোস্বামী নাথাকিলেও নলবাৰীৰ ভালেসংখ্যক সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠানে তেওঁৰ আদৰ্শকে জীয়াই ৰাখিছে। গোস্বামীৰ আদৰ্শই যুগে যুগে নতুন পুৰুষক যাতে প্ৰেৰণা যোগাই যাব পাৰে, তাৰ বাবে বিস্তৃত পৰিসৰত এইগৰাকী মহান ব্যক্তিৰ কৰ্মৰাশিৰ চিন্তা-চৰ্চা হোৱাটো বাঞ্ছনীয়। জন্মশতবাৰ্ষিকী উপলক্ষে ডাঃ গোস্বামীৰ স্মৃতিত গভীৰ শ্ৰদ্ধাঞ্জলি আগবঢ়ালোঁ আৰু তেওঁৰ আদৰ্শই সমাজক পোহৰৰ বাট দেখুৱাব বুলি প্ৰাৰ্থনা কৰিলোঁ। ❑

---

শ্ৰীডেকা দৈনিক আৰু তিনিদিনীয়া 'অগ্ৰদূত'ৰ সম্পাদক। নিৰ্ভীক সাংবাদিক আৰু লেখক। কেবাখনো গ্ৰন্থৰ গ্ৰন্থকাৰ। বৰ্তমান অসম সাহিত্য সভাৰ সভাপতি।

# আধুনিক নলবাৰীৰ অন্যতম ৰূপকাৰ ডাঃ হৰেকৃষ্ণ গোস্বামী

**হাইদৰ হুছেইন**

আমি গাঁৱৰ খেতিয়কৰ ঘৰত উপজিছিলোঁ। আমাৰ গাঁৱৰ আৰু ঘৰৰ পৰিবেশে আমাৰ বাবে দূৰৰ পাহাৰসদৃশ বিখ্যাত মানুহবোৰক দূৰৰ পৰা ভুমুকি মাৰি চোৱাৰ সুবিধা দিয়া নাছিল। আমাৰ ভাগ্য ভাল যে আমি আমাৰ ল'ৰালিকালতে আমাৰ ঘৰৰ পৰা প্ৰায় পাঁচ মাইল দূৰৰ নলবাৰীৰ বৰ্ণাঢ্য ব্যক্তিত্বৰ অধিকাৰী কেইবাজনো সমাজপ্ৰিয় লোকহিতৈষী নেতৃস্থানীয় ব্যক্তিক ওচৰৰ পৰা লগ পোৱাৰ সৌভাগ্য ঘটিছিল। তেখেতসকলৰ বক্তৃতা শুনাৰো সুযোগ পাইছিলো আমি পাঠশালা স্কুলত পঢ়াৰ সময়তে। পিছত আমি যেতিয়া হাইস্কুল আৰু কলেজত পঢ়িছিলো—তেতিয়া সেই ব্যক্তিসকলৰ কথা আৰু কামৰ মিল দেখি আমি নিজেই অভিভূত হৈছিলো। তেখেতসকলে যি কৈছিল তাকেই কৰিবলৈ চেষ্টা কৰিছিলো। চাইকেলত উঠি, পিচলৈ ৰিক্সাত উঠি আৰু তাৰো আগতে খোজ কাঢ়ি ফুৰা—সেই ব্যক্তিসকলে সেই সময়ৰ আমাৰ সমাজৰ সৰু-সাধাৰণ মানুহে সহজে বুজি পোৱা কথা কৈছিল, তেখেতসকলক সাৰথি কৰি এই মানুহখিনিয়ে সমগ্ৰ অঞ্চলটো শিক্ষা-স্বাস্থ্য, যাতায়াত আদি সৰ্বদিশতে আগবঢ়াই নিয়াৰ বাবে অহোপুৰুষাৰ্থ কৰিছিল। সেই বৰ্ণাঢ্য ব্যক্তিত্বৰ অধিকাৰী ব্যক্তিকেইজনৰ মাজত ডাঃ হৰেকৃষ্ণ গোস্বামী আছিল অন্যতম। আজিও তেখেতৰ উদাত্ত অথচ নিৰ্ভেজাল বচনভংগী আৰু উপদেশমূলক কথা-বতৰাবোৰ আমাৰ মনৰ পৰ্দাত ভাহি উঠে। আমি পাঠশালা স্কুলত পঢ়াৰ সময়ত আমাৰ গাঁৱত পাঠশালা স্কুল এখনো নাছিল। পঞ্চাশৰ দশকৰ শেষৰ ফালে প্ৰয়াত সিদ্ধিনাথ শৰ্মাই গাঁৱৰ হোজা কৃষক-শ্ৰমিক ৰাইজে পোনতে এখন পাঠশালা, তাৰ পিছত এখন মাইনৰ, শেষত এখন হাইস্কুল পতাৰ চেষ্টাৰে অঞ্চলটোৰ মানুহক আধুনিক শিক্ষাৰ পোহৰে কিদৰে মানুহৰ সমাজখন সমৃদ্ধ কৰিব পাৰি, পোহৰাব পাৰি তাৰেই সপোন দেখিবলৈ শিকাইছিল। সেই সপোনৰ স্ৰষ্টাৰ ৰূপত সেইসময়তে আমাৰ গাঁৱত আবিৰ্ভাৱ ঘটিছিল—ডাঃ হৰেকৃষ্ণ

গোস্বামী, হৰিচৰণ পাঠক আদি সমাজ সংস্কাৰকৰ। দীৰ্ঘদিন ধৰি আমাৰ গাঁৱৰ সেই স্কুলসমূহৰ সভাপতিৰ দায়িত্ব পালন কৰিছিল—ডাঃ হৰেকৃষ্ণ গোস্বামী, হৰিচৰণ পাঠক, প্ৰভাত নাৰায়ণ চৌধুৰী, শ্ৰীমান প্ৰফুল্ল গোস্বামী আদি নেতাই। পৰৱৰ্তী কালত তেখেতসকলক ওচৰৰ পৰা পাইছিলো আৰু তেখেতসকলৰ মৰম-চেনেহে আমাক জীৱনৰ বাটত বাট বুলাৰ সাহস যোগোৱাৰ উপৰিও আমাৰ চকুৰ আগৰ আৰু চাৰিওফালৰ মানুহবোৰক উপেক্ষা কৰি অচিনাকি পৃথিৱী এখনৰ কল্পনাত বিভোৰ হৈ প্ৰতাৰণা কৰিব পাৰি কিন্তু প্ৰকৃতাৰ্থত মানৱ সেৱা কৰিব যে নোৱাৰি, সেই কথাটোও বুজাৰ সমল যোগাইছিল।

সামাজিক দায়বদ্ধতা কি, কিদৰে মানৱ কল্যাণৰ হকে কাম কৰি জীয়াই থকাৰ আনন্দ উপভোগ কৰিব পাৰি—সেই কথাটোও ভাবিবলৈ আমি প্ৰেৰণা পাইছিলো ডাঃ হৰেকৃষ্ণ গোস্বামীৰ দৰে ব্যক্তিসকলৰ পৰাই। ডাঃ হৰেকৃষ্ণ গোস্বামীৰ জন্ম হৈছিল অসমৰ খ্যাতিমান বৈষ্ণৱ কবি, সু-সাহিত্যিক কবি ৰত্ন গোপাল মিশ্ৰই প্ৰতিষ্ঠা কৰা খুদিয়া সত্ৰত। ঐতিহ্যমণ্ডিত খুদিয়া সত্ৰলৈ সোতৰ শতিকাত আহোম স্বৰ্গদেউ শিৱ সিংহই ১৫৬৭ বিঘা ৪ কঠা ১০ লেচা মাটি দান কৰিছিল। খুদিয়া সত্ৰ অকল ধৰ্মীয় প্ৰচাৰৰ প্ৰাণকেন্দ্ৰই নাছিল, সাহিত্য আৰু সংস্কৃতিৰো প্ৰাণকেন্দ্ৰ আছিল। অসমীয়া সাহিত্যৰ বহুতো আপুৰুগীয়া পুথিৰ ভঁৰালস্বৰূপ সত্ৰখনে সমগ্ৰ অঞ্চলটোতে জ্ঞানৰ বিকাশৰ ক্ষেত্ৰতো বিশেষ অৰিহণা আগবঢ়াইছিল। ডাঃ হৰেকৃষ্ণ গোস্বামী খুদিয়া সত্ৰৰ সত্ৰাধিকাৰো হৈছিল। সত্ৰৰ চাৰিবেৰৰ পৰা ওলাই আহি ডাঃ গোস্বামীয়ে জাত-পাত আৰু ধৰ্মৰ পৰিচিত বৃত্ত ভাঙি কিদৰে নলবাৰী অঞ্চলৰ হিন্দু-মুছলমান, ধনী-দুখীয়া সকলো শ্ৰেণীৰ মানুহৰ বুকুৰ আপোন হৈ নলবাৰীক সম্প্ৰীতিৰ পীঠস্থান কৰি গঢ়াৰ সংকল্পত নিবিড়চিত্তে আত্মনিয়োগ কৰিছিল—আমি ভাবি আচৰিত হৈছিলো। খুদীয়া সত্ৰত পুৱাৰে পৰা দোভাগ নিশালৈ চলা ভকতসকলৰ গীত, পদ, নাম-প্ৰসংগ শুনি উদাৰ আৰু মুক্ত পৰিবেশৰ সম্ভেদ লাভ কৰা বুলি গোস্বামীয়ে নিজেই স্বীকাৰ কৰি গৈছে। ডাঃ গোস্বামীৰ স্কুলীয়া দিনত নলবাৰীত এখন হাইস্কুলো নাছিল যদিও তেখেতে প্ৰাথমিক স্কুলত পঢ়ি থাকোতেই নলবাৰীত গৰ্ডন হাইস্কুল প্ৰতিষ্ঠা হৈছিল। অসমৰ কীৰ্তিমান শিক্ষাবিদসকলৰ অন্যতম সাহিত্যিক, শিল্পী, অভিনেতা ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আছিল সেই সময়ৰ গৰ্ডন হাইস্কুলৰ প্ৰধান শিক্ষক। ১৯২৯ চনত কটন কলেজত নামভৰ্তি কৰিয়েই স্বৰাজ আন্দোলনত সহযোগ কৰাৰ সুবিধা লাভ কৰা ডাঃ গোস্বামীয়ে ছাত্ৰকালতে তেখেতৰ প্ৰিয় নেতা কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ উজানবজাৰত

থকা বৃহৎ চৌহদত অম্বিকাগিৰী ৰায়চৌধুৰীৰ অধীনত প্ৰশিক্ষণ গ্ৰহণ কৰিছিল। স্বৰাজ আন্দোলনে অসমৰ আকাশ-বতাহ নিনাদিত কৰাৰ আগতে আই.এ. পাছ কৰি উঠি গোস্বামী মেডিকেল পঢ়িবলৈ ১৯৩২ চনত কলকাতালৈ গৈছিল। সেই সময়ত কলকাতাৰ স্কুল-কলেজ মানেই ব্ৰিটিছ সাম্ৰাজ্যবাদ বিৰোধী আন্দোলনৰ ঘাটি স্বৰূপ হৈ পৰিছিল।

খুদিয়া সত্ৰৰ পৰা নলবাৰীৰ গৰ্ডন হাইস্কুলত ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ দৰে বিৰল-প্ৰতিভাধৰ শিক্ষকৰ সান্নিধ্য, নবীন চন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকনৰ দৰে কংগ্ৰেছী নেতাৰ লগত হোৱা পৰিচিত আৰু সেই সময়ৰ শিক্ষা-সংস্কৃতি আৰু ৰাজনীতিৰ প্ৰাণকেন্দ্ৰ কলকাতাৰ বিশেষ পৰিস্থিতিয়ে ডাঃ গোস্বামীৰ তাৰুণ্যভৰা মনত 'দেশ বুলিলে আদেশ নেলাগে' বোলা আজিৰ কবিৰ ভাষাই যেন তেতিয়াই দোলা দি গৈছিল। তেখেতে নিজেও 'মোৰ জীৱনত এভুমুকি' নামৰ গ্ৰন্থত 'প্ৰকৃততে মোৰ কৰ্মজীৱন কলিকতীয়া ছাত্ৰ জীৱনৰ প্ৰতিফলন মাথোন' বুলি লিখি জীৱনত কলকাতাৰ বৈচিত্ৰ্যপূৰ্ণ সমাজখনৰ বহুমূলীয়া প্ৰভাৱৰ কথাই স্বীকাৰ কৰি গৈছে। কলকাতাৰ এ.এছ.এল. ক্লাবৰ সদস্য ভৰ্তি হোৱা গোস্বামীয়ে সেই সময়ত ৺দীননাথ শৰ্মাৰ সম্পাদনাত প্ৰকাশিত 'আৱাহন'ত প্ৰকাশিত বিবিধ বিষয়ৰ প্ৰবন্ধ-পাতিয়ে তেখেতৰ সাহিত্য সাধনাৰ প্ৰতি জন্মা বিশেষ অনুৰাগৰ পৰিচয় দাঙি ধৰিছিল। কলকাতাতে তেখেতে কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ সান্নিধ্যও লাভ কৰিছিল। ডাক্তৰী পৰীক্ষা পাছ কৰি আহি তেখেতে চৰকাৰী বা সেই সময়ৰ লোকেল ব'ৰ্ডৰ অধীনস্থ চিকিৎসালয়ত চাকৰি নকৰি প্ৰাইভেট প্ৰেক্‌টিছত মনোযোগ দিছিল। পৰিয়াল-পৰিজন আৰু বন্ধু-বান্ধৱৰ কোনো কোনোৱে পৰামৰ্শ দিয়াৰ উপৰিও দেশভক্ত তৰুণৰাম ফুকনেও চৰকাৰী চাকৰি কৰিবলৈ পৰামৰ্শ আগবঢ়োৱাৰ পিছতো তেখেতে ব্যক্তিগতভাৱে চিকিৎসা সেৱা আগবঢ়োৱাত মনোনিবেশ কৰিছিল। গান্ধীবাদী আদৰ্শত বিশ্বাসী ডাঃ গোস্বামী নিজেও কংগ্ৰেছী ৰাজনীতিত জড়িত হৈ পৰিছিল। সেই সময়ৰ ক্ষেত্ৰখনত প্ৰৱেশৰ প্ৰথম ঢাপটোৱে আছিল—সমাজ সেৱা। আজিকালিৰ দিনৰ ব্যৱহাৰিক ৰাজনীতিত সমাজৰ সেৱা কৰাৰ স্থান গৌণ হৈ পৰিছে যদিও সেই সময়ৰ ৰাজনীতিত সমাজ সেৱাই আছিল ৰাজনীতিৰ মূল কথা। কলকাতাত ডাক্তৰী পঢ়ি আহি চিকিৎসক হিচাপে প্ৰতিষ্ঠা লাভ কৰা হৰেকৃষ্ণ গোস্বামী ডাঙৰীয়াই কংগ্ৰেছৰ সদস্য ভৰ্তি হৈছিল, স্বৰাজ আন্দোলনত সক্ৰিয়ভাৱে নিজকে জড়িত কৰি দেশ মাতৃৰ মুক্তিৰ হকে কষ্ট স্বীকাৰ কৰিছিল—কিন্তু তাৰ বিনিময়ত ক্ষমতা আৰু ঐশ্বৰ্যশালী হোৱাৰ স্বপ্নত কোনোদিনে বিভোৰ হৈ পৰা নাছিল। ওচৰ-

চুবুৰীয়াৰ সুখ-দুখত তেখেতে হাঁহিছিল আৰু কান্দিছিল। এম.এল.এ., সাংসদ, মন্ত্ৰী হোৱাৰ হাবিয়াসে তেখেতক কোনোদিনে খেদি ফুৰা নাছিল। 'বতাহগিলা মৌজা ৰায়তসভা' প্ৰতিষ্ঠা কৰি সামাজিক সংগঠনত নিজকে জড়িত কৰি সমাজ সেৱাৰ ব্ৰতত ব্ৰতী হোৱা গোস্বামী কোনোদিনে পিছলৈ উভতি চোৱা নাছিল বা নিজৰ আদৰ্শৰ পৰা পিচহুহকি অহা নাছিল। নলবাৰী পৌৰসভাৰ বিস্তৃতি আৰু বিকাশৰ লগতো তেখেতে নিজকে জড়িত ৰাখিছিল।

ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে নিজেই এঠাইত লিখিছে 'নলবাৰী কলেজ আমাৰ জীৱনৰ সাধনাৰ ধন'। ১৯৪৫ চনত প্ৰতিষ্ঠিত নলবাৰী কলেজেই বোধহয় অসমৰ গ্ৰামাঞ্চলৰ প্ৰথমখন আগশাৰীৰ কলেজ। সাংস্কৃতিক দিশত নলবাৰীৰ একধৰণৰ সুকীয়া বৈশিষ্ট্য আছে। সংস্কৃত শিক্ষাৰ উপৰিও শাস্ত্ৰীয় জ্ঞান সাধনাৰ ক্ষেত্ৰতো নলবাৰীৰ স্থান এতিয়াও শীৰ্ষত। আধুনিক শিক্ষাৰ বিকাশৰ ক্ষেত্ৰত নলবাৰী কলেজে সমগ্ৰ অঞ্চলটোকে শৈক্ষিক মানচিত্ৰত সুকীয়া স্থান দিছে। অকল দেশতে নহয়, বিদেশতো নলবাৰী জিলাৰ অনেক কীৰ্তিমান লোকে বিভিন্ন দিশত ব্যুৎপত্তি প্ৰদৰ্শন কৰি আহিছে। নলবাৰী কলেজ প্ৰতিষ্ঠাত অগ্ৰণী ভূমিকা পালন কৰা লোকসকলৰ ভিতৰত ডাঃ হৰেকৃষ্ণ গোস্বামীৰ স্থান আগশাৰীত আছিল। নলবাৰী কলেজক আশ্ৰয় কৰি এতিয়া নলবাৰীত মহেন্দ্ৰ নাৰায়ণ ছোৱালী মহাবিদ্যালয়, কমাৰ্চ কলেজ, আইন কলেজ, বি.এড. কলেজ, তাৰো বহু আগৰে পৰা চলি থকা সংস্কৃত কলেজ আদি উচ্চ শিক্ষানুষ্ঠানসমূহৰ উপৰি সমগ্ৰ অঞ্চলটোৰ প্ৰধান গাঁও অঞ্চলতো অগণন কলেজ প্ৰতিষ্ঠা হৈছে। নলবাৰী জিলাৰ এক বৃহত্তৰ অঞ্চলত বিভিন্ন পৰ্যায়ৰ যিবোৰ শিক্ষানুষ্ঠান প্ৰতিষ্ঠিত হৈছে সেই আটাইবোৰ শিক্ষানুষ্ঠানতে পৰোক্ষই হওক বা প্ৰত্যক্ষই হওক ডাঃ হৰেকৃষ্ণ গোস্বামীৰ অৱদান আছে।

আজি সমগ্ৰ অসমতে শৈক্ষিক ক্ষেত্ৰত নলবাৰী অঞ্চলে বিশেষ স্থান লাভ কৰিছে। অতীজৰে পৰা সংস্কৃত শিক্ষাৰ আৰু সাহিত্য চৰ্চাৰ ক্ষেত্ৰত আগবঢ়া নলবাৰীত সাহিত্য সাধনাৰ পৰিৱেশ এতিয়াও আছে। সাহিত্য সাধনা আৰু সুস্থ শৈক্ষিক পৰিবেশ সৃষ্টিৰ ক্ষেত্ৰত এই শৈক্ষিক প্ৰতিষ্ঠানসমূহে গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰি আহিছে। সেই অনুষ্ঠান-প্ৰতিষ্ঠানসমূহ জীয়াই থকালৈ ডাঃ হৰেকৃষ্ণ গোস্বামীৰ দৰে সমাজহিতৈষী কৰ্মযোগী সমাজসেৱা সকলো জীয়াই থাকিব।

আমাৰ দেশৰ ঐতিহাসিক দৃষ্টিভংগী আৰু ইতিহাস চৰ্চাৰ ধাৰা এতিয়ালৈ সম্পূৰ্ণ পক্ষপাতমুক্ত হ'ব পৰা নাই। ডাঃ গোস্বামীয়ে কংগ্ৰেছ ৰাজনীতি কৰিছিল, সেই সময়ৰ নলবাৰী কলেজৰ অধ্যক্ষ সু-সাহিত্যিক ত্ৰৈলোক্যনাথ গোস্বামী

ডাঙৰীয়াকে ধৰি বহুকেইজন ডাঃ গোস্বামীৰ সহকৰ্মী সমাজবাদী আদৰ্শত বিশ্বাসী আছিল, সেই সময়ৰ নলবাৰী কমিউনিষ্ট আন্দোলনৰো পীঠস্থানস্বৰূপ হৈ পৰিছিল। সত্ৰাধিকাৰ পৰিয়ালত জন্মগ্ৰহণ কৰা ডাঃ হৰেকৃষ্ণ গোস্বামী উত্তৰাধিকাৰ সূত্ৰে বহু সম্পত্তিৰ অধিকাৰী হৈছিল আৰু কমিউনিষ্ট দলৰ লগত ভূ-স্বামী হিচাপে সংঘাততো লিপ্ত হ'বলগা হৈছিল। তাৰ মাজতো দল-মত নিৰ্বিশেষে সকলোৰে লগত মিলি স্কুল-কলেজ স্থাপনৰ লগতে অন্যান্য উন্নয়নমূলক কামত তেখেতসকলে অভিন্ন হৃদয়ৰ দৰে নিয়োজিত হৈছিল। এনে নিৰপেক্ষ আৰু পক্ষপাতমুক্ত আছিল বাবেই কুৰি শতিকাৰ প্ৰায় ছয়টা দশকৰ নলবাৰীৰ সামাজিক ইতিহাসৰ এটা উজ্জ্বল চৰিত্ৰ ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱ আজিও স্মৰণীয় হৈ আছে। ❑

---

হাইদৰ হুছেইন 'অসমীয়া প্ৰতিদিন' কাকতৰ সম্পাদক। নিৰ্ভীক সাংবাদিক, সুবক্তা।

# সমাজকৰ্মী বিশিষ্ট ব্যক্তি ডাঃ হৰেকৃষ্ণ গোস্বামী

**জগন্নাথ চক্ৰৱৰ্তী**

কেৱল নলবাৰীয়ে নহয়, অবিভক্ত কামৰূপ জিলাত ডাঃ হৰেকৃষ্ণ গোস্বামী এটা সুপ্রসিদ্ধ, জনাজাত নাম। প্রায় ৬টা দশক জনজীৱনৰ ৰাজহুৱা স্বাৰ্থৰ বাবে নিজকে উছৰ্গা কৰা এজন সাধু, সৎ আৰু নিৰ্ভীক সমাজসেৱী গোস্বামীদেৱ। গোপাল মিশ্রৰ দ্বাৰা প্ৰতিষ্ঠিত খুদীয়া সত্ৰত সত্ৰীয়া পৰিবেশত জন্ম লাভ কৰি ডাঙৰ-দীঘল হোৱা গোস্বামী কেতিয়াও গোড়া নাছিল। নলবাৰী গৰ্ডন স্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজৰ পৰা আই.এ. পাছ কৰে ১৯৩১ চনত। তেতিয়া নলবাৰী অঞ্চলত ডাক্তৰৰ অভাৱ। নলবাৰী লোকেল ব'ৰ্ড দাতব্য চিকিৎসালয়ত বঙালী ডাক্তৰ। সেইবাবে তেখেতক কলিকতালৈ ডাক্তৰী পঢ়িবলৈ পঠায়। সেই সময়ত নলবাৰী অঞ্চলত এজন মাত্র ডাক্তৰ। বালিকুছিৰ ডাঃ কাশীনাথ শৰ্মা। তেখেতকো নলবাৰীৰ মানুহে নেপায়, কাৰণ তেখেতে লোকেল ব'ৰ্ডৰ চাকৰি লৈ সদায় নলবাৰীৰ বাহিৰত ব্যস্ত। ১৯৩৬ চনত গোস্বামীয়ে ডাক্তৰী পাছ কৰি নলবাৰীত নিজাকৈ এখন ফাৰ্মাচী খোলে। সেই সময়ত ডাঃ বাণী কিংকৰ গোস্বামীয়েও নলবাৰীত চিকিৎসা আৰম্ভ কৰে গোস্বামীক অনুসৰণ কৰি। কৈৰাৰাত গোপাল ভাগৱতী; মদন মোহন সখোৱাৰ দেৱনাথ শৰ্মা; বুদ্ৰুকুছিৰ গৌৰীকান্ত শৰ্মা; ভদ্ৰাৰ প্ৰসন্ন মজুমদাৰ; পাঁজিপৰৰ গোপেশ্বৰ চক্ৰৱৰ্তী; দতমাৰ সৰ্বেশ্বৰ চক্ৰৱৰ্তী; চান্দকুছিৰ নবীনমল্ল বৰুৱা; কুন্দাৰ গাঁৱৰ সোনা চা আদি কেবাজনে ঢাকাৰ পৰা ডাক্তৰী ডিপ্লমা পৰীক্ষা পাছ কৰি আমাৰ অঞ্চলত ডাক্তৰ হয়। এইসকল লোকে মেলেৰিয়া আৰু হাইজাৰ পৰা মানুহক ৰক্ষা কৰিছিল। ১৯৪১ চনত দুজন এম.বি. ডাক্তৰ নলবাৰীলৈ আহে—ডাঃ বীৰেন্দ্ৰ চৌধুৰী আৰু ডাঃ গিৰীশ চন্দ্ৰ চৌধুৰী।

এতিয়া গোস্বামীদেৱৰ কথালৈ আহোঁ। ১৯৩০ চনত গান্ধীজীয়ে লোণ আইন ভঙ্গ কৰি দাণ্ডি যাত্ৰা কৰাত দেশব্যাপী গণ আন্দোলন হয়। সেই আন্দোলনত কলেজীয়া ছাত্ৰ গোস্বামীয়ে যোগ দি নিজৰ সচেতনতা প্ৰকাশ কৰে

আৰু তেতিয়াৰ পৰা গান্ধীবাদী হৈ পৰে। ডাক্তৰী পাছ কৰি ১৯৩৬ চনত নলবাৰীৰ এন.টি. ৰোডত নিজাকৈ ফাৰ্মাচী খুলি চিকিৎসা সেৱা আৰম্ভ কৰে আৰু ৰাজহুৱা সামাজিক কামতো নিজকে জড়িত কৰে। তেখেতে কৃষক সভাৰ দায়িত্ব লয়—সহায়ক কনক বৰ্মা। দুয়ো বতাহগিলা আৰু নতুনদেহৰ মৌজা টিঙ চক্ৰৰ পৰা কটাই আনি নলবাৰী চক্ৰৰ লগত লগ লগায়। এইটো এটা ডাঙৰ কাম। সেই সময়ত নলবাৰীত কামৰূপ জিলাৰ ৩য় মহকুমা আৰু পৌৰ সভাৰ আন্দোলন আৰম্ভ। সেইবাবে ৰাজহুৱা সভাই এটা কমিটি গঠন কৰি দিয়ে। তাৰ সম্পাদক ডাঃ হৰেকৃষ্ণ গোস্বামী আৰু প্ৰভাত নাৰায়ণ চৌধুৰী। তাৰ ফলস্বৰূপে ১৯৩৮ চনত নলবাৰী টাউন কমিটি গঠন হয়। প্ৰথমখন চৰকাৰৰ মনোনীত কমিটি। ১৯৫৩ চনত যেতিয়া পৌৰসভা হয়, তেতিয়া গোস্বামী নিৰ্বাচিত পৌৰপতি হয় আৰু কেইবাবছৰো তেখেত এই পদত থাকি বজাৰখন এন.টি. ৰোডৰ পৰা আনি বৰ্তমানৰ ঠাইত আৰম্ভ কৰে। তদুপৰি জনস্বাৰ্থৰ হকে ভালেমান কাম কৰে।

১৯৩৮ চনত নলবাৰী সংস্কৃত সঞ্জীৱনী সভাৰ সৌজন্যত নলবাৰী সংস্কৃত কলেজ প্ৰতিষ্ঠা হয়। প্ৰথম ছেক্ৰেটাৰী আছিল ৰায় চাহাব মণিৰাম দাস। গোস্বামীদেৱ বহু বছৰ সংস্কৃত কলেজৰ সম্পাদক আৰু সভাপতি থাকি নিজৰ দক্ষতা প্ৰকাশ কৰিছিল। এই অনুষ্ঠানৰ লগত জীৱনৰ শেষ পৰ্যায়লৈ জড়িত আছিল।

১৯৪১ চনৰ পৰা নলবাৰী কলেজ পতা আন্দোলন আৰম্ভ হয়, এই আন্দোলনৰো মধ্যমণি ডাঃ গোস্বামী। প্ৰভাত চন্দ্ৰ গোস্বামী সম্পাদক, হৰেকৃষ্ণ গোস্বামী আৰু হৰিচৰণ পাঠক সোঁহাত। টকা-পইচা সংগ্ৰহত এই কমিটি লাগি পৰে। গোস্বামী নহ'লে একো নহয়। গোস্বামী আৰু পাঠক দুয়ো সুদূৰ কলিকতালৈ গৈ তেতিয়াৰ অধিবক্তা হলিৰাম ডেকাৰ সহায়ত কলেজৰ বাবে অনুমতি আনি ১৯৪৫ চনত কলেজ প্ৰতিষ্ঠা কৰে। অধ্যক্ষ হয় খ্যাতনামা সাহিত্যিক ত্ৰৈলোক্য নাথ গোস্বামী। পিছে অন্তৰ্ভুক্তিৰ বাবেও গোস্বামী কলিকতালৈ গৈছিল। নলবাৰী কলেজৰ অপৰিহাৰ্য ব্যক্তি ডাঃ হৰেকৃষ্ণ গোস্বামী। তেখেত আজীৱন কলেজ কমিটিৰ সদস্য হোৱাৰ উপৰি ছয় বছৰ সভাপতি আছিল। নলবাৰী কলেজে চিৰদিন গোস্বামীৰ কৰ্তব্য নিষ্ঠা আৰু পৰিশ্ৰম স্মৰণ কৰি থাকিব। এইজনা ব্যক্তিয়ে নলবাৰীৰ উন্নতি আৰু অগ্ৰগতিৰ কথা সদায় চিন্তা কৰিছিল। ১৯৬৫ চনত নলবাৰীত অসম সাহিত্য সভাৰ অধিৱেশন হৈছিল, তাৰ অভ্যৰ্থনা সমিতিৰ সম্পাদক ডাঃ হৰেকৃষ্ণ গোস্বামী আৰু

ডাঃ নৃপেন্দ্ৰ মল্ল বুজৰবৰুৱা। গোস্বামী আৰু আন সদস্যসকলে অহোপুৰুষাৰ্থ কৰি এই সভা সাফল্যমণ্ডিত কৰিছিল।

নলবাৰী সাহিত্য সমাজ, নলবাৰী লেখক সংঘৰ তেখেত নিয়মীয়া সদস্য আছিল আৰু সভাত উপস্থিত হৈ নিজৰ লেখা পাঠ কৰিছিল। আঠঘৰীয়াৰ 'ধীৰেশ্বৰাচাৰ্য ন্যাস পুঁজি'ৰো তেখেত সভাপতি আছিল। নলবাৰী গৰ্ডন হাইস্কুলৰ পৰিচালনা সমিতিৰ সদস্য আছিল। নলবাৰী ছোৱালী হাইস্কুল, দেৱীৰাম পাঠশালা, মহেন্দ্ৰ নাৰায়ণ বালিকা বিদ্যাপীঠ, বালিকা মহাবিদ্যালয়ৰ জন্মলগ্নৰে পৰা তেখেত সক্ৰিয় সদস্য আছিল। নলবাৰী জিলাৰ বহুতো হাইস্কুলৰ তেখেত পৰিচালনা সমিতিৰ সভাপতি আছিল। তেখেতে শিক্ষাপ্ৰেমী আৰু শিক্ষা প্ৰচাৰক হিচাপে বিশিষ্ট ভূমিকা পালন কৰিছিল। নিজৰ মতত দৃঢ় আছিল যদিও কাৰো লগত তেখেত বাক্‌যুদ্ধত লিপ্ত নহৈছিল। ত্ৰৈলোক্য নাথ গোস্বামী প্ৰজা চ'ছিয়েলিষ্ট দলৰ সদস্য, গোস্বামী কংগ্ৰেছৰ, কলেজৰ পৰিচালনাৰ ক্ষেত্ৰত গোস্বামীয়ে সদায় অধ্যক্ষক সমৰ্থন কৰিছিল—তাত ৰাজনীতি নাছিল। গোস্বামী সহনশীল ব্যক্তি। সদায় উচিত আৰু হক কথাৰ বাবে মাত মাতিছিল। সেইবাবে তেখেত নলবাৰীৰ অতীৱ জনপ্ৰিয় আৰু সৎ ব্যক্তি বুলি সকলোৰে পৰা শ্ৰদ্ধা লাভ কৰিছিল। তেখেত নলবাৰী নাট্য মন্দিৰৰ সম্পাদক আৰু বহুদিন সভাপতিও আছিল। তেখেত কংগ্ৰেছী লোক আছিল যদিও বিৰোধী দলৰ লোকসকলৰ লগত সদ্ভাব আৰু বন্ধুত্ব আছিল। এইটো তেখেতৰ বিশেষ গুণ। আমৃত্যু তেখেত গান্ধীবাদী আৰু কংগ্ৰেছী আছিল। সদায় খাদী পোছাক পৰিধান কৰি চাইকেলত ঘূৰি ফুৰিছিল। বিধায়ক নোহোৱা সত্ত্বেও তেখেত সমাজৰ চিকিৎসা, বাট-পথ আৰু শিক্ষা প্ৰচাৰত সদায় জড়িত আছিল। সেইগুণে তেখেত আছিল জনসাধাৰণৰ অতি জনপ্ৰিয় নেতা।

১৯৪৫ চনত পণ্ডিত নেহৰু নলবাৰীলৈ আহিছিল। পণ্ডিতজীক আদৰণি জনোৱাৰ বাবে গঙ্গাৰাম হলত এখন ৰাজহুৱা সভা বহিছিল। তাত সমস্ত কংগ্ৰেছী লোকৰ উপৰিও গণ্য-মান্য লোক উপস্থিত আছিল। আমি গৰ্ডন হাইস্কুলত ছাত্ৰ সন্থাৰ সম্পাদক আৰু ছাত্ৰ কংগ্ৰেছৰ সদস্য হিচাপে তাত উপস্থিত আছিলো। সেই সভাতে ডাঃ গোস্বামী, কনক বৰ্মা, হৰিচৰণ পাঠক আৰু শ্ৰীমান প্ৰফুল্ল গোস্বামীৰ লগত ভাল পৰিচয় হয়।

সেই সভাৰ বিভিন্ন দায়িত্বত ডাঃ গোস্বামী আৰু কনক বৰ্মা আছিল। আমি ছাত্ৰসকলে গাঁৱৰ পৰা প্ৰায় ১০০ মান বাঁহ কান্ধত আনি পাগলাদিয়াৰ পশ্চিম পাৰে দম কৰিছিলো। তাতে বিৰাট ওখ মঞ্চ সজা হৈছিল। ১৯৪৫ চনৰ নৱেম্বৰ

মাহত এই সভা বহিছিল। তেনে জনসমাবেশ নলবাৰীত কেতিয়াও হোৱা নাই। নেহৰু অহা কথা আছিল ২ বজাত, কিন্তু তেখেত ৰাতি ৮ বজাতহে পালেহি। বিৰাট জনতাই অপেক্ষা কৰি আছিল। আমি স্বেচ্ছাসেৱক আছিলো, মূৰত নেতাজী টুপী সকলো স্বেচ্ছাসেৱকৰে। তেতিয়াৰপৰা আমি কংগ্ৰেছৰ কৰ্মী হৈছো। ছাত্ৰ কংগ্ৰেছৰ সভাপতি-সম্পাদকো হৈছো—১৯৫০ চনলৈ। '৫০ চনৰ পৰা গুৱাহাটী ছাত্ৰ কংগ্ৰেছৰ সদস্য। তেতিয়া গুৱাহাটী ছাত্ৰ কংগ্ৰেছৰ সভাপতি যোগানন্দ চাংকাকতি আৰু সম্পাদক ডাঃ দুৰ্গেশ্বৰ শৰ্মা। কমলেশ্বৰ শৰ্মাকে ধৰি নলবাৰীৰ ছাত্ৰখিনিয়ে তেতিয়া গুৱাহাটী ছাত্ৰ কংগ্ৰেছৰ সদস্য। সেই সূত্ৰে জীৱন চক্ৰৱৰ্তী আৰু কমলেশ্বৰ শৰ্মা কটন কলেজৰ সাধাৰণ সম্পাদক হ'ব পাৰিছিল। টিহুৰ শৈলেন্দ্ৰ মেধি, ড° নিৰ্মল কুমাৰ চৌধুৰী, ভবানন্দ ডেকা আদি ছাত্ৰসকল কটন কলেজৰ সাধাৰণ সম্পাদক হৈছিল। তেতিয়া আমি বিশ্ববিদ্যালয়ত।

ডাঃ গোস্বামীৰ বিষয়ে লিখিব লগা বহু কথা আছে। ক্ষুদ্ৰ প্ৰবন্ধত সকলো কথা লিখা নহয়। তেখেত Diplomate নাছিল। মানুহজন সৰল, সহজ, নিষ্ঠাবান আৰু সৎ। এই গুণৰ লোক সাধাৰণতে ৰাজনৈতিক ক্ষেত্ৰত বহু সময়ত সফল নহয়। কিন্তু গোস্বামী সফল সমাজকৰ্মী। তেখেতক অজাতশত্ৰু বুলি ক'বৰ মন যায়।

গোস্বামীদেৱৰ আত্মাৰ প্ৰতি আৰু সশ্ৰদ্ধ প্ৰণিপাত জ্ঞাপন কৰিছোঁ। ❑

---

শ্ৰীচক্ৰৱৰ্তী নলবাৰী কলেজৰ প্ৰাক্তন অধ্যক্ষ। সমাজ-সংস্কৃতি-সাহিত্যানুৰাগী। কেবাখনো গ্ৰন্থৰ ৰচক।

# পৰোপকাৰী গান্ধীবাদী নেতা ডাঃ হৰেকৃষ্ণ গোস্বামী

কমলেশ্বৰ শৰ্মা

*"পৰোপকাৰায় ফলন্তি বৃক্ষাঃ*
*পৰোপকাৰায় দুহন্তি গাবঃ*
*পৰোপকাৰায় বহন্তি নদ্যাঃ*
*পৰোপকাৰায় সতাংহিজীৱনঃ।"*

,—গছে ফল দিয়ে, কেৱল আনৰ কাৰণে। গৰুৱে গাখীৰ দিয়ে, কেৱল খাওঁতাৰ কাৰণে। নদীয়ে পানী দিয়ে, জড় জগত, জীৱ-জগতৰ শান্তিৰ কাৰণে। গছে বা গৰুৱে বা নদীয়ে নিজৰ ভালৰ কাৰণে কেতিয়াবা ভাবিছেনে? এই মহৎ লক্ষণ কেৱল সৎ লোকৰ জীৱনতেই প্ৰযোজ্য। আত্মবিস্মৃত হৈ পৰোপকাৰ কৰিব পৰাটোৱে সৎ লোকৰ লক্ষ্য।

নলবাৰীৰ গান্ধীবাদী বৰেণ্য নেতা ডাঃ হৰেকৃষ্ণ গোস্বামী এনে এজন সৎ ব্যক্তি আছিল। পৰোপকাৰ কৰাই তেওঁৰ জীৱনৰ মূলমন্ত্ৰ আছিল। বাউসীপাৰাৰ আমাৰ সম্বন্ধীয় আতা প্ৰয়াত আদ্য ভট্টৰ মুখত শুনিছিলোঁ যে, তেওঁ এদিন বৰ বিপদত এজন ভাল মানুহৰ ওচৰ চাপিছিল। সেইজনেই আছিল ডাঃ হৰেকৃষ্ণ গোস্বামী। বিষয়টো আছিল নলবাৰীত, সেই সময়ত কমিউনিষ্ট বিৰোধী আন্দোলন। বহু মানুহক কমিউনিষ্ট সজাই জেল-জৰিমনা আদি নিৰ্যাতন ভুগোৱা হৈছিল। বিশ্বস্ত সূত্ৰে আতাই শুনিবলৈ পালে যে, তেওঁৰ নামো তেনে এখন লিষ্টিত অন্তৰ্ভুক্ত হৈ আছে। এনে নাভুত-নাশ্ৰুত কথা শুনি তেওঁ ডাঃ গোস্বামীৰ ওচৰ চাপিল। হাঁহিমুখীয়া গোস্বামীয়ে সৰল হাঁহি এটা মাৰি ক'লে, "আপুনি নিশ্চিন্ত থাকক। এনে অন্যায়ৰ বিৰুদ্ধে মই সংশ্লিষ্ট মহলত প্ৰতিবাদ জনাম। সংসাৰত বাচি আছো যেতিয়া পাৰ্যমানে মানুহৰ উপকাৰ কৰিয়ে যাম। কোনোবা শত্ৰুৱে যিহকে তিহকে লগাই মানুহক হাৰাশাস্তি কৰিব খোজে। ইয়াক প্ৰতিহত কৰিবই লাগিব। আপুনি চিন্তা নকৰিব।" আতাই এজন গান্ধীবাদী পুৰুষৰ মুখত এনে অভয় বাণী শুনি হাততে সৰগ ঢুকি পোৱা যেন পালে। এনে নিদানৰ মাত দিওঁতা মানুহ কেইজন? তেওঁ সম্পূৰ্ণৰূপে আশ্বস্ত হৈ উভতি আহিল। পিছত

জানিব পাৰিলে, তেওঁ সঁচাকৈ বিপদমুক্ত হৈছিল। গোস্বামীৰ সুৰভিত স্মৃতিয়ে তেওঁৰ মনত সদায় খেলা কৰি আছিল। ই এক আশ্চৰ্য সেৱাৰ উজ্জ্বল চানেকি।

আন এটা কথা মোৰ মনলৈ আহিছে। নলবাৰী কলেজৰ এসময়ৰ এটা হুলস্থূলীয়া কথা। অধ্যক্ষ ৺উমাকান্ত শৰ্মা আৰু উপাধ্যক্ষ প্ৰমোদ চন্দ্ৰ চক্ৰবৰ্তীৰ সময়ৰ কথা। বিষয়টো আছিল বিয়া, কলেজৰ দুজন প্ৰবক্তাৰ মাজৰ বিয়া। তাৰে ল'ৰাজন মুছলমান আৰু ছোৱালীজনী হিন্দু। নলবাৰী এখন সৰু ঠাই। ই এটা ডাঙৰ ঘটনা হৈ পৰিল। ফিৰিঙতিৰ পৰা খাণ্ডৱ দাহ হোৱাৰ উপক্ৰম। ছাত্ৰসকলে শ্ৰেণী বৰ্জন কৰিলে। শিক্ষকসকলৰ মাজত বহু ধৰণে বিষয়টো চৰ্চিত হ'ল। সমাজৰ বৰমূৰীয়াসকলে জাণ্ডুৰ খাই উঠিল, 'এইবোৰ কি হৈছে? কলেজ পাতি সমাজখন ধ্বংস কৰিবলৈ ওলাইছে নেকি?' কলেজৰ ওপৰত দোষাৰোপ চলিল। 'গভৰ্নিং ব'ডি' বহিল। একো সিদ্ধান্ত নহ'ল। সভাপতি ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে একো উৱাদিহ নোপোৱা হ'ল। বিষয়টো চৰকাৰৰ ওচৰত উত্থাপিত হ'ল। চৰকাৰে গভৰ্নিং ব'ডিক নিষ্পত্তি কৰিবলৈ দিলে। এই টনা-আজোৰাৰ মাজত আকৌ গভৰ্নিং ব'ডি বহিল। গভৰ্নিং ব'ডিৰ এই লেখকো এজন মেম্বাৰ। মই তেতিয়া শিক্ষা বিভাগৰ ডেপুটি ডিৰেক্টৰ। ডি.পি.আই.ৰ অনুমতি লৈ মই নলবাৰী কলেজৰ গভৰ্নিং ব'ডিৰ এইখন সভাত যোগদান কৰিছিলো। সভাত উত্তপ্ত পৰিবেশ. নমস্য হেড মাষ্টৰ ৺জয়দেৱ শৰ্মাৰ মনোগ্ৰাহী ভাষণ। বিশিষ্ট কংগ্ৰেছী নেতা ৺হৰিচৰণ পাঠকৰ (যিজনক আমি 'নলবাৰীৰ জৱাহৰলাল' আখ্যা দিছিলো) উদাত্ত নীতি বচন। লক্ষ্য কিন্তু একেটাই—সমাজত বিভ্ৰাট সৃষ্টি কৰিব নোৱাৰি। এটা আলু পচিলে উলিয়াই পেলাব লাগে। নহ'লে বস্তাৰ আলুবোৰ পচিব, ইত্যাদি। মোৰ পাল পৰিল। মোৰ সংক্ষিপ্ত বক্তব্য হ'ল—"বিয়া-বাৰু ব্যক্তিগত কথা। দুজন প্ৰাপ্তবয়স্ক ব্যক্তিৰ আইনৰ বিধি অনুসৰি বিবাহ সম্পন্ন হৈছে। তাত বাধা দিবলৈ যোৱাটোহে বে-আইনী কাম হ'ব আৰু আমি সকলোৱে তেতিয়া জগৰীয়া হ'ম।" কথাখিনি কোৱাৰ লগে লগে "বেচ, বেচ, ঠিকেই কথা। সেয়ে হওক।" বুলি সভাপতি গোস্বামীয়ে হাততালি দিলে আৰু বিষয়টোৰ সিমানতে অন্ত পৰিল। কিছুদিন পিছত শিক্ষক-শিক্ষয়িত্ৰী দুয়োজনে অফিচলৈ আহি মোক সেৱা জনালে। "সেৱা মোক নহয়," মই ক'লো— "সেৱা জনাবা ডাঃ গোস্বামীক। তেওঁ তোমালোকৰ ত্ৰাণ কৰ্তা।" "হয় ছাৰ, আমি তেখেতক লগ কৰি আহিছোঁ। তেখেত যে ইমান উদাৰ, ইমান মৰমিয়াল জনা নাছিলো। আমাৰ হিয়াভৰা কৃতজ্ঞতা তেখেতক জনাইছো।" "ঠিকেই কৰিছা। তেখেতৰ দৰে ভাল মানুহ আছে কাৰণেই সমাজখন তিষ্ঠি আছে।" কথাৰ সামৰণি মাৰি মই ক'লো, 'A golden hearted man. Full of the milk of human kindness.'

ডাঃ গোস্বামীৰ ওচৰত আমি ঘৰুৱাভাৱেও চিৰঋণী হৈ আছো। এবাৰ আমাৰ খুড়াদেউ ৺সূৰ্য্যেশ্বৰ শৰ্মা টান নৰিয়াত পৰিছিল। আমি গৈ গুৱাহাটীত ডাঃ ভুবনেশ্বৰ বৰুৱাক দেখুৱাইছিলো। ডাঃ বৰুৱাই ৰোগীক তন্নতন্নকৈ পৰীক্ষা কৰি ছটা বেজি লিখি দিলে আৰু ক'লে, "চাবা, ভাল চিকিৎসকৰ হতুৱাই এই ইনজেকচনকেইটা দিয়াবা। ইণ্ট্ৰাভেনাচ ইনজেকচন। সাৱধানে দিব লাগিব। দিনে এটাকৈ।" ঘৰলৈ আহি বিপাঙত পৰিলো। আমি গাঁৱৰ মানুহ। ওচৰত কোনো ডাক্তৰ নাই। আহাৰ মহীয়া বতৰ। বাট-পথৰ অৱস্থা নাই। বোকা আৰু পানী। নলবাৰীৰ পৰা ডাক্তৰ নাহে। তেনে অৱস্থাত মই ডাঃ গোস্বামীৰ ওচৰ চাপিলো। এনে দৰদী অন্তৰৰ মানুহ! তেওঁ বোকা-পানীৰ মাজেদি চাইকেলখন টানি লৈ ব'দে-বৰষুণে তিনি মাইল দূৰত আমাৰ ঘৰলৈ গৈ বেজীকেইটা দি শেষ কৰিলে। আমি তেওঁৰ কষ্টৰ কথা ক'লে হাঁহি মাৰি উৰুৱাই দিয়ে। গৰজটো যেন তেওঁৰহে। তেওঁৰ মহানুভৱতাই আমাৰ ঘৰখনলৈ এক অপাৰ্থিব শান্তি আৰু সান্ত্বনা আনি দিলে। আজিও মনত পৰিলে ভাবো— Such men are the salt of the earth. They make our life worth living. ডাক্তৰৰ সেৱাই উৎকৃষ্ট সেৱা। প্ৰকৃত ডাক্তৰ পোৱা টান। হৰেকৃষ্ণ গোস্বামী এই ক্ষেত্ৰত বিৰল ব্যক্তি।

এনেকুৱা সৰু-বৰ বহু কাহিনীৰে তেওঁৰ জীৱন ভৰপূৰ আছিল। স্কুল-কলেজৰ বহুতো সভাত এজন সভা শুৱনি সভাপতি আছিল তেওঁ। আমাৰ গাঁৱৰ (বালিকৰিয়াৰ) যি কোনো সভাতে দেখা পোৱা গৈছিল নলবাৰীৰ ত্ৰিমূৰ্তিক— হৰিচৰণ পাঠক, কনক বৰ্মা আৰু হৰেকৃষ্ণ গোস্বামীক। তেওঁলোকৰ সুললিত ভাষণে গাঁওবাসীক আপ্যায়িত কৰিছিল। গোস্বামীৰ ভাষণত সদায় 'বালিকৰিয়াৰ বেঙেনা' আৰু কৃষিজাত সম্পত্তিৰ গুণ-গান শুনিবলৈ পোৱা গৈছিল। বক্তাসকলৰ বহুতো কথাই শ্ৰোতাৰ ইখন কাণেৰে সোমাই সিখন কাণেৰে ওলাই যায়। কিন্তু ডাঃ গোস্বামীয়ে কোৱা 'বালিকৰিয়াৰ বেঙেনা'ৰ কথা মানুহৰ মুখে মুখে শুনিবলৈ পোৱা গৈছিল। যেন নাটকৰ বচনহে।

"Music, when soft voices die
Vibrates in the memory."

—এয়ে স্মৃতিৰ সুবাস। মনৰ মাজত চিৰজাগ্ৰত, সদা হাস্যময়, সপ্ৰতিভ ডাঃ গোস্বামীৰ উজ্জ্বল, মধুৰ স্মৃতিত শতকোটি প্ৰণিপাত জনালোঁ।

'বন্দে মহাপুৰুষ তে চৰণাৰবিন্দম্।' ❑

---

শ্ৰীশৰ্মা প্ৰাক্তন উপ-সঞ্চালক, সুসাহিত্যিক। শিক্ষা আৰু সমাজ-সংস্কৃতিৰ লগত জড়িত সচেতন লেখক।

# ডাঃ হৰেকৃষ্ণ গোস্বামী ঃ জন্ম শতবৰ্ষ প্ৰণতিৰে

**ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য**

অবিভক্ত কামৰূপ জিলাৰ ঐতিহ্যবিজড়িত খুদিয়া সত্ৰৰ ডাক্তৰ গোসাঁই বুলিলে জনপ্ৰিয় হৰেকৃষ্ণ গোস্বামীকে আমি যোৱা তিনিকুৰি দহ বছৰকাল ধৰি বুজি আহিছোঁ। কুৰি শতিকাৰ চতুৰ্থ দশকতে নলবাৰী নগৰত এইজনা ডাক্তৰে প্ৰাইভেট চিকিৎসা আগবঢ়াই 'লক্ষ্মী ফাৰ্মাচী'ৰ জৰিয়তে সমাজপৰায়ণ লোকৰূপে সমাদৃত হৈছিল। চাইকেলত উঠি বেগটো লৈ ডাক্তৰ গোস্বামী আমাৰ দীঘেলী গাঁৱলৈও বোকা-পানী অতিক্ৰম কৰি গৈছিল। ১৯৯৩ চনত তেওঁৰ প্ৰথম মৃত্যুবাৰ্ষিকী উপলক্ষে নলবাৰী সাহিত্য সমাজে প্ৰকাশ কৰা 'ডাঃ হৰেকৃষ্ণ গোস্বামী ঃ জীৱন, চিন্তা-কৰ্ম, পুথিখনত শ্ৰদ্ধাঞ্জলি ৰূপে মই লিখা কথাখিনিৰ লগতে সম্প্ৰতি জন্ম শতবৰ্ষৰ প্ৰণতিৰে যোগ দিব খুজিছোঁ—আধুনিক নলবাৰী নগৰৰ অন্যতম নিৰ্মাতাৰূপে ডাক্তৰ হৰেকৃষ্ণ গোস্বামী আমাৰ সমাজ জীৱনত অমৰ হৈ থাকিব। ইতিমধ্যে তেওঁৰ সহকৰ্মী হৰিচৰণ পাঠক, প্ৰভাত নাৰায়ণ চৌধুৰী, শ্ৰীমান প্ৰফুল্ল গোস্বামী আদিৰো পৰলোকপ্ৰাপ্তি ঘটিছে। ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে ১৯৮৭ চনতে লিখি প্ৰকাশ কৰা 'মোৰ জীৱনত এভুমুকি' আৰু ২০০১ চনত প্ৰকাশিত তেওঁৰ বৰপুত্ৰ শ্ৰীভুবনচন্দ্ৰ গোস্বামীয়ে লিখা 'ঐতিহ্যমণ্ডিত খুদিয়া সত্ৰ' পুথি দুখন মই পঢ়া নাছিলোঁ—গোস্বামীৰ সৰু নাতি শ্ৰীতপন গোস্বামীয়ে আমাৰ ঘৰলৈকে আহি এই পুথি দুখন মোক পঢ়িবলৈ দিয়া বাবে মোৰ সৌভাগ্য যে খুদীয়া সত্ৰ পৰিয়ালৰ বিষয়ে বহুতো তথ্য-সমল জানিবলৈ পালোঁ। এই ব্ৰহ্ম সংহতিৰ এই সত্ৰখন ১৫৬৫ খৃষ্টাব্দত মহাপুৰুষ দামোদৰদেৱৰ শিষ্য তথা ভট্টদেৱ বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্যৰ সখা গোপাল মিশ্ৰই স্থাপন কৰিছিল ঃ 'ঘোষাৰত্ন' ৰচক গোপাল মিশ্ৰৰ বিষয়ে স্নাতক মহলাতে অলপ পঢ়িছিলো যদিও—এওঁ যে আমাৰ স্থানীয় নলবাৰীৰ গৌৰৱপূৰ্ণ খুদিয়া সত্ৰৰ আদিপুৰুষ—সেই কথা জানি অতিশয় আনন্দিত হৈছোঁ। ডাক্তৰ হৰেকৃষ্ণ গোস্বামীৰ (১৯০৫-১৯৯২) চাৰিকুৰি সাত বছৰীয়া জীৱন কালত ভাৰতবৰ্ষ

তথা অসম ৰাজ্যত সংঘটিত বিস্তৃত ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক ঘটনাৱলীয়ে বহুতো ঐতিহাসিক পৰিৱৰ্তিত যুগৰ সাক্ষ্য দাঙি ধৰিছে।

খুদিয়া সত্ৰৰ শিষ্যৰূপে আমি সৰুতে দীঘেলী গাঁৱত থাকোতে বহুতো কথা-কাহিনী শুনিছিলোঁ ঃ খুদিয়াৰ খাট-পাম, হাতী-চিকাৰৰ কথা আমাৰ পিতৃ শংকৰচন্দ্ৰ কৰ্মবাগীশ, খুৰা শ্ৰীকণ্ঠ স্মৃতিব্যাকৰণ তীৰ্থ আৰু ৰবিচন্দ্ৰ দলৈ প্ৰমুখ্যে লোকসকলৰ পৰা শুনিছিলোঁ। খুদিয়া সত্ৰৰ ডাঙৰ গোসাঁই জগৎকৃষ্ণ গোস্বামী আৰু মাজু গোসাঁই গোবিন্দকৃষ্ণ গোস্বামীকো আমি লগ পাইছিলোঁ—কিন্তু ডাক্তৰ হৰেকৃষ্ণ গোস্বামীয়ে চিকিৎসা সেৱা তথা সমাজ হিতকৰ কৰ্মৰাজিৰে যি সুখ্যাতি আৰ্জি থৈ গ'ল—সেয়া অতুলনীয় বুলিয়ে অনুভৱ হৈছে। তেওঁৰ মৃত্যু বাৰ্ষিকীৰ সভাত তেওঁৰ দ্বিতীয় জোঁৱাই অধ্যাপক নগেন্দ্ৰনাথ শৰ্মাৰ সৈতে নলবাৰীলৈকে গৈ মই শ্ৰদ্ধা নিবেদন কৰিছিলোঁ। ৮১ বছৰ বয়সত ডাক্তৰ গোস্বামীয়ে লিখা তেওঁৰ জীৱন সোঁৱৰণখন আকাৰত সৰু হ'লেও—এয়া আধুনিক নলবাৰীৰ ক্ৰমবিকাশৰ এখন নিৰ্ভৰযোগ্য দলিল—সেয়া মোৰ দৃঢ়বিশ্বাস হৈছে। বিশুদ্ধ গান্ধীবাদী চিন্তাধাৰাৰে কংগ্ৰেছৰ আদৰ্শ অনুসৰণ কৰিও কোনো বিষয় বাব যেনে বিধায়ক, সাংসদ, মন্ত্ৰী নোহোৱাকৈ যে উৎকৃষ্ট জনসেৱা কৰিব পাৰি—ডাক্তৰ গোস্বামীৰ জীৱন চৰ্যা তাৰে সুন্দৰ নিদৰ্শন।...

ডাক্তৰ গোস্বামীয়ে নিজেই লিখি থৈ গৈছে ঃ— মোৰ জীৱনৰ প্ৰথম উল্লেখযোগ্য সামাজিক সংগঠন হ'ল বতাহগিলা মৌজা ৰায়ত সভা। মই এই ৰায়ত সভাৰ প্ৰতিষ্ঠাপক সম্পাদক। ...মই সক্ৰিয়ভাৱে জড়িত থাকি বিকাশ আৰু বিস্তৃতিত অংশ গ্ৰহণ কৰা দ্বিতীয় বিশিষ্ট সামাজিক সংগঠন হ'ল—নলবাৰী পৌৰসভা। ...আমাৰ জীৱনৰ আন এটি উল্লেখযোগ্য কীৰ্তিস্তম্ভ ১৯৪৫ চনত আনুষ্ঠানিকভাৱে প্ৰতিষ্ঠিত নলবাৰী কলেজ। ...নলবাৰী কলেজ আমাৰ জীৱনৰ সাধনাৰ চিন। এইখন কলেজক কেন্দ্ৰ কৰি নলবাৰীত সাহিত্য-সংস্কৃতিৰ বিশিষ্ট পৰিবেশ গঢ় লৈ উঠিছে। কলেজ প্ৰতিষ্ঠাৰ লগে লগে সংগঠিত হৈছিল নলবাৰী সাহিত্য সমাজ, ...এই নলবাৰী কলেজতে ১৯৫৫ চনত অসম কলেজ শিক্ষক সংস্থাৰ ৰাজ্যিক সন্মিলন অনুষ্ঠিত হৈছিল। ...নলবাৰী কলেজক কেন্দ্ৰ কৰিয়ে ১৯৬৫ চনত অসম সাহিত্য সভাৰ বাৰ্ষিক সন্মিলন নলবাৰীত অনুষ্ঠিত হৈছিল। ...সম্প্ৰতি নলবাৰী চহৰতে নলবাৰী কলেজৰ উপৰি সংস্কৃত কলেজ, মহেন্দ্ৰ নাৰায়ণ চৌধুৰী ছোৱালী কলেজ, কমাৰ্চ কলেজ, আইন কলেজ, বি.টি. কলেজ আদি গঢ় লৈ উঠিছে। ..." এনেদৰে ডাক্তৰ গোস্বামীয়ে সচলভাৱে নলবাৰী অঞ্চলৰ বহুতো সৰু-বৰ অনুষ্ঠানৰ সৈতে তেওঁৰ সম্পৰ্ক বৰ্ণাইছে ঃ

গুৱাহাটীৰ সাহিত্য আলোচনাৰ সভা-গুৱাহাটী আলোচনা চক্ৰলৈকে সম্পাদকৰূপে মই তেওঁক বি. বৰুৱা কলেজলৈ জনোৱা আমন্ত্ৰণৰ কথাও 'এভুমুকি'ত লিপিবদ্ধ কৰি গৈছে।...

ডাক্তৰ হৰেকৃষ্ণ গোস্বামীৰ জন্ম-শতবৰ্ষৰ কাৰ্যসূচীয়ে 'পুৰণি নলবাৰীখন'ক নতুনকৈ গঢ়ি আদৰ্শমুখী কৰি তোলক—জয়তু ডাঃ হৰেকৃষ্ণ গোস্বামী। ❑

---

ড° ভট্টাচাৰ্য বি. বৰুৱা কলেজৰ প্ৰাক্তন অধ্যক্ষ। বিশিষ্ট সাহিত্যিক, সমালোচক আৰু গৱেষক।

# স্মৰণ ঃ ডাঃ হৰেকৃষ্ণ গোস্বামীৰ

মুনীন্দ্ৰ নাৰায়ণ চৌধুৰী

সংসাৰৰ ই এটা চিৰন্তন ৰীতি—মানুহ জন্মে, শৈশৱ কাল যোৱাৰ পাছত শিক্ষা-দীক্ষা লাভ কৰি এটা কৰ্মময় জীৱন পাৰ কৰি সংসাৰৰ পৰা চিৰদিনৰ কাৰণে বিদায় লয়। মৃত্যুৰ পাছত প্ৰায়বোৰ মানুহকে সকলোৱে পাহৰি যায়। তাৰ ভিতৰত যিসকলে সমাজৰ, ৰাইজৰ হিতৰ কাৰণে কাম কৰে তেওঁলোকৰ নামহে আমাৰ স্মৃতিপটত জিলিকি থাকে। ডাঃ গোস্বামীও নলবাৰী নিৰ্মাতাসকলৰ ভিতৰত এজন যোগ্যতাসম্পন্ন স্মৰণীয় লোক।

হৰেকৃষ্ণ গোস্বামীৰ সৰুকালৰ পৰাই আমাৰ পৰিয়ালৰ লগত সম্পৰ্ক আছিল। দেউতাই তেখেতৰ লগত কটলাবৰকুছি নিম্ন প্ৰাইমাৰী স্কুলত একেলগে পঢ়িছিল। স্কুলত দুয়ো একেলগে ওচৰাওচৰিকৈ বহিছিল। মাজত কোনো বহিবলৈ ভলালে তেওঁক আঁতৰাই দিছিল। তেওঁলোকৰ মাজত ইমান মিলা-প্ৰীতি আছিল যে---- প্ৰত্যেকেই ঘৰৰ পৰা আম-লেটেকু আদি ফল নি ইজনে সিজনক গোপনে দিছিল। তেওঁলোকৰ মাজত বিহুৰ সময়ত বিহুৱান আদি দিয়াৰো প্ৰচলন আছিল। সেই সময়ত স্কুলত বহিবৰ কাৰণে বেঞ্চ আদি নাছিল। ঘৰৰ পৰা ঢাৰি লৈ যাব লাগিছিল।

তেখেতসকল দুয়ো তাৰ পৰা প্ৰাইমাৰী পাছ কৰি গৰ্ডন স্কুলত ক্লাছ থ্ৰিত নাম লগাইছিল। তেতিয়াৰ কালত আমাৰ খাটাবাৰী অঞ্চলৰ কেইজনমান ল'ৰা লগলাগি 'জ্ঞানদায়িনী সভা' নামেৰে এটা সংগঠন প্ৰতিষ্ঠা কৰিছিল। সেই প্ৰতিষ্ঠানৰ সভাপতি ৰায়বাহাদুৰ ৺প্ৰতাপ নাৰায়ণ চৌধুৰী আৰু প্ৰয়াত ডাঃ হৰেকৃষ্ণ গোস্বামী সম্পাদক হৈছিল। বৈঠক মাহত দুবাৰকৈ বহিছিল। তাত প্ৰায়বিলাকে সাধ্যানুসাৰে ৰচনা, গল্প, কবিতা আদি লিখি আনি পাঠ কৰিছিল। গোস্বামীদেৱে কোৱা মতে দেউতাই লিখি অনাবিলাক পাঠ কৰোতে সকলোৱে আনন্দ লভিছিল আৰু সভাপতি ৺প্ৰতাপ নাৰায়ণ চৌধুৰীদেৱে মন্তব্য দিছিল 'আমাৰ মহেন্দ্ৰই এনেদৰে লিখা অভ্যাস কৰি থাকিলে সময়ত এজন ভাল সাহিত্যিক হ'ব পাৰিব।' গোস্বামীদেৱে দেউতাক খুব ভাল পাইছিল। তেখেতে মাজে মাজে মোৰ লগত দেউতাৰ কথাবিলাক ব্যক্ত কৰিছিল।

নলবাৰী টাউনত দেউতাৰ মাকৰ নামেৰে 'সুভদ্ৰা দেৱী কমাৰ্চিয়েল কলেজ' নামেৰে এটা অনুষ্ঠান প্ৰতিষ্ঠা কৰিছিলো। তাৰ প্ৰথম সভাপতি ৺প্ৰভাত নাৰায়ণ চৌধুৰী আৰু মোক সম্পাদকৰ দায়িত্বত ৰাখিছিল। তাত টাইপ ৰাইটিং, ষ্টেনোগ্ৰাফি, কাপোৰ কটা আৰু চিলাই কৰাৰ প্ৰশিক্ষণ দিছিলো। তেতিয়াৰ কালত এনেকুৱা অনুষ্ঠান নলবাৰীত নাছিলেই। পিছৰছোৱাত ডাঃ গোস্বামীদেৱ সভাপতি হৈ এই অনুষ্ঠান সুন্দৰভাৱে পৰিচালনা কৰিছিল। কিছু বছৰ অনুষ্ঠানটো চলোৱাৰ পিছত নলবাৰী চহৰত এনে ধৰণৰ বহুত অনুষ্ঠান স্থাপন কৰা হ'ল আৰু আমাৰ তাত প্ৰশিক্ষাৰ্থী ল'ৰা-ছোৱালীৰ সংখ্যা কমিবলৈ ধৰাত গোস্বামীদেৱে পৰামৰ্শ দিলে আন নতুন ধৰণৰ প্ৰশিক্ষণৰ ব্যৱস্থা কৰিবলৈ। পৰিচালনা সভাত ঠিক কৰা হ'ল যে চুলি কটাৰ প্ৰশিক্ষণ দিয়া হওক। গোস্বামীদেৱৰ পৰামৰ্শ মতে আমি কাম কৰিবলৈ আগবাঢ়িলো। গোস্বামীদেৱ এজন সহজ, সৰল আৰু সকলোৰে প্ৰতি মৰমিয়াল লোক আছিল। কোনো কথাত কাৰোবাক বিমুখ কৰা দেখা নাছিলো আৰু যিমান পাৰে সহায় কৰিবলৈ যত্ন কৰিছিল। নলবাৰী বজাৰৰ এটা ৰুমত তেখেতে বেমাৰী চোৱা চেম্বাৰ বহুৱাইছিল। তালৈ আজৰি সময়ত ৺ত্ৰৈলোক্য নাথ গোস্বামী, ৺হৰিচৰণ পাঠক আদি আহি তেখেতৰ লগত মিলিত হৈছিল।

দেউতা ঢুকোৱাৰ দিনাৰ এটা দৃশ্য আজিও সজীৱ হৈ আছে। দেউতাৰ নশ্বৰ দেহৰ ওচৰলৈ গৈ কান্দি কান্দি ক'বলৈ ধৰিলে, 'মিতা, মোক অকলশৰীয়া কৰি থৈ গ'লা। আজিৰ পৰা মই কাক 'মিতা' বুলি মাতিম' বুলি কৈ উচুপিবলৈ ধৰিলে।

গোস্বামীদেৱক সশ্ৰদ্ধ প্ৰণাম জনাই তেখেতৰ আত্মাই যাতে চিৰশান্তি লাভ কৰে তাৰ কাৰণে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালোঁ। ❑

---

শ্ৰীচৌধুৰী নলবাৰী এম.এল.চি. বালিকা মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাপক অধ্যক্ষ। এগৰাকী শিক্ষা আৰু সাহিত্যানুৰাগী ব্যক্তি।

# ডাঃ হৰেকৃষ্ণ গোস্বামী ঃ মই জনা মানুহজন

ড০ বসন্ত কুমাৰ ভট্টাচাৰ্য

মধ্যবিংশ শতিকাত, যিকেইগৰাকী ব্যক্তিয়ে নলবাৰীৰ সমাজ জীৱনৰ উৎকৰ্য সাধনত বিশিষ্ট অৰিহণা আগবঢ়াইছিল, সেইকেইগৰাকী ব্যক্তিৰ ভিতৰত ডাঃ হৰেকৃষ্ণ গোস্বামী আছিল অন্যতম। নলবাৰীৰ গৰ্ডন স্কুলৰ নিম্ন শাখাৰ ছাত্ৰ হৈ থাকোঁতে পোনতে মই ডাঃ গোস্বামীৰে সৈতে পৰিচিত হোৱাৰ সুযোগ পাওঁ। তেখেত মোৰ পিতা আদ্যনাথ ভট্টাচাৰ্যৰ অনুজপ্ৰতিম বন্ধু আছিল আৰু প্ৰথম পৰিচয়তে তেখেতে মোক আপোন কৰি লৈছিল। ডাঃ গোস্বামীৰ চাৰিত্ৰিক মহত্ত্ব আৰু গৰিমাই মোৰ কৈশোৰ মনত যি গভীৰ ৰেখাপাত কৰিছিল প্ৰথম পৰিচয়তে, সি আজিও অক্ষুণ হৈ আছে।

ডাঃ হৰেকৃষ্ণ গোস্বামী আছিল এগৰাকী সুচিকিৎসক আৰু অতিকৈ দৰদী ব্যক্তি। চিকিৎসক এগৰাকী যেতিয়া দৰদী হয়, চিকিৎসা সেৱাক, চিকিৎসক এগৰাকীয়ে যেতিয়া মানৱ সেৱা বুলি অনুভৱ কৰে, তেতিয়া সেইগৰাকী চিকিৎসকৰ জনপ্ৰিয়তাই শীৰ্যবিন্দু স্পৰ্শ কৰেগৈ। ডাঃ হৰেকৃষ্ণ গোস্বামী যিদৰে আছিল মানৱদৰদী, সেইদৰে আছিল চিকিৎসাসেৱক মানৱ সেৱা হিচাপে গ্ৰহণ কৰা ব্যক্তি। সেয়ে, তেখেত মধ্যবিংশ শতিকাৰ নলবাৰী অঞ্চলৰ সৰ্বস্তৰৰ লোকৰদ্বাৰা উচ্চ প্ৰশংসিত হৈছিল আৰু ৰুগ্নজনে তেখেতৰ ওচৰলৈ ঢাপলি মেলিছিল চিকিৎসা ল'বৰ নিমিত্তে। সেই সময়ত নলবাৰীত চিকিৎসকৰ সংখ্যা আছিল তাকৰীয়া। বাট-পথৰো সুব্যৱস্থা হোৱা নাছিল। সেই সময়ৰ প্ৰায় কেওগৰাকী চিকিৎসকে দুৰ্গম পথেৰে গৈয়ো ৰোগীৰ ঘৰত উপস্থিত হৈ চিকিৎসা সেৱা আগ বঢ়াইছিল। ডাঃ গোস্বামীয়ে ৰ'দে-বৰষুণে দহ-পোন্ধৰ কিলোমিটাৰ চাইকেল চলাই গৈ নলবাৰীৰ ভিতৰুৱা গাঁৱৰ ৰোগীক কেনেদৰে সুচিকিৎসা দান কৰিছিল, কেনেদৰে আৰ্তজনৰ ত্ৰাণকৰ্তাৰ ভূমিকাত অৱতীৰ্ণ হৈছিল, সেই কথা মই আৰু মোৰ দৰে অসংখ্য নলবৰীয়াই জানে।

বগলীৰ পাখি হেন বগা খদ্দৰৰ ধুতি-কামিজ (শীতকালত দীঘল গৰম

কোট) পৰিহিত ডাঃ গোস্বামীৰ চাল-চলন, কথা-বতৰা, আচাৰ-ব্যৱহাৰ, চিন্তা-চেতনা আদিৰ মাজেদি অকল যে এগৰাকী সুচিকিৎসকেই প্ৰকাশ লাভ কৰিছিল, তেনে নহয়, এগৰাকী সমাজ সচেতন, সমাজ আৰু জাতিপ্ৰিয় আৰু দেশ-হিতৈষী ব্যক্তিৰ ব্যক্তিত্বৰ স্বৰূপো উদ্ভাসিত হৈ উঠিছিল। এইখিনিতে উল্লেখ কৰা উচিত হ'ব যে ডাঃ গোস্বামীয়ে চিকিৎসাসেৱাত আত্ম-নিয়োজন কৰাৰ লগতে নলবাৰীৰ সৰ্বাংগীন প্ৰগতি সাধনৰ অৰ্থে, আত্মস্বাৰ্থ পৰিহাৰ কৰি, পাহৰিব নোৱাৰা বৰঙণি যোগাইছিল।

নলবাৰী চহৰৰ পৌৰপতিৰূপে তেখেতে যি কৃতিত্বৰ পৰিচয় দিছিল, তাক নলবাৰী চহৰবাসীয়ে আজিও সোঁৱৰণ কৰে। তদুপৰি নলবাৰী কলেজ, নলবাৰী ছোৱালী হাইস্কুল, নলবাৰী নাট্য মন্দিৰ, হৰিমন্দিৰ, নলবাৰী সংস্কৃত কলেজকে ধৰি নলবাৰী চহৰৰ গাতে লগা একাধিক হাইস্কুল, এম.ই. স্কুল, সংঘ, নানান সাংস্কৃতিক অনুষ্ঠানৰ ক'ৰবাত নিৰ্মাতা, ক'ৰবাত সভাপতি, ক'ৰবাত উপসভাপতি আৰু ক'ৰবাত সদস্য ৰূপে সেৱা আগবঢ়াই সামাজিক মংগলবোধৰ তেখেতে যি পৰিচয় দি গৈছে, তাক নলবৰীয়া ৰাইজে শ্ৰদ্ধাৰে সোঁৱৰাই আছে আজিও।

ডাঃ হৰেকৃষ্ণ গোস্বামী খুদীয়া সত্ৰৰ অন্যতম প্ৰভাৱশালী উত্তৰাধিকাৰী আছিল। সত্ৰাধিকাৰ হিচাপে তেখেতৰ চৰিত্ৰত আভিজাত্য থকাটো উচিত আছিল; কিন্তু নাছিল। আভিজাত্য বাদেই, সামান্য উচ্চাত্মিকা ভাবো তেখেতৰ মনত নাছিল, তাৰ পৰিৱৰ্তে আছিল বিনম্ৰতা, সৰলতা আৰু অমায়িকতা। এনেবোৰ গুণেই তেখেতক দান কৰিছিল এক বিৰল, স্বকীয় বৈশিষ্ট্য।

ডাঃ গোস্বামীৰ সান্নিধ্যলৈ আহিছিলোঁ, নলবাৰী কলেজত শিক্ষক হিচাপে যোগদান কৰাৰ পিছৰেপৰা। মোৰ চাকৰি কালত তেখেত এবাৰ কলেজৰ পৰিচালনা সমিতিৰ সভাপতিৰ আসনো শুৱনি কৰিছিল আৰু অনুষ্ঠানটোক আগবঢ়াই নিবৰ বাবে অশেষ চেষ্টা কৰিছিল। তেখেতে কলেজৰ সভা-সমিতিত নিয়মীয়াভাৱে যোগদান কৰিছিল আৰু ছাত্ৰ-ছাত্ৰী আৰু শিক্ষক-শিক্ষয়িত্ৰীসকলৰ উদ্দেশ্যে সাৰুৱা ভাষণ প্ৰদান কৰিছিল। তেখেত এগৰাকী সুবক্তাও আছিল। নলবাৰী অঞ্চলৰ ভালে সংখ্যক হাইস্কুলৰ সভা-সমিতিত মই তেখেতৰ সহযোগী হোৱাৰ সুযোগ লাভ কৰিছিলোঁ। তেখেতে মোৰ ভাষণো মন দি শুনিছিল আৰু মাজে-সময়ে প্ৰশংসাও কৰিছিল।

স্পষ্টবাদিতা, ডাঃ গোস্বামীৰ চৰিত্ৰৰ অন্যতম ভূষণ আছিল। কাৰোবাৰ বেয়া দেখিলে তাক মুখামুখিকৈ বেয়া বুলি ক'বলৈ বা কাৰোবাৰ ভাল দেখিলে

তাক পোনে পোনে প্ৰশংসা কৰিবলৈ তেখেতে কুণ্ঠাবোধ কৰা নাছিল। এনে গুণৰ বাবে তেখেতক পোনতে বেয়া পালেও পিছত কিন্তু বেয়া পোৱাজনেও তেখেতৰ স্পষ্টবাদিতাক শলাগিছিল।

'নলবাৰী সাহিত্য সমাজ' আৰু 'লেখক সংঘ' আছিল ডাঃ গোস্বামীৰ চেতনাৰ অংগ। তেখেত নিজে সৃষ্টিশীল লেখক নহ'লেও আনৰ সৃষ্টিক আদৰিব জনা ব্যক্তি আছিল। সাহিত্যৰ আলোচনাত সময় বিশেষে তেখেতে দাঙি ধৰা অভিমত আছিল অতিকৈ তাৎপৰ্যপূৰ্ণ। ডাঃ গোস্বামীয়ে এখন আত্মজীৱনীমূলক গ্ৰন্থ ৰচনা কৰি থৈ গৈছে। গ্ৰন্থখনে তেখেতৰ জীৱন আৰু সমাজৰ প্ৰতি কিমান হেঁপাহ আছিল, তাৰ আভাস দাঙি ধৰে।

ডাঃ গোস্বামী আছিল গান্ধীবাদৰ একনিষ্ঠ পূজাৰী। পৰাধীন ভাৰতত উপজি স্বাধীন ভাৰতত জীৱনৰ সৰহদিন কটোৱা ডাঃ গোস্বামী আন দহজনৰ দৰেই আছিল ইতিহাস-সচেতন ব্যক্তি আৰু এই সচেতনতাই তেখেতক ৰাজনীতিৰ পথাৰখনত বিচৰণ কৰিবলৈ অনুপ্ৰেৰণা যোগাইছিল।

আত্মসম্মানবোধ আছিল ডাঃ গোস্বামীৰ অতি তীব্ৰ। সেয়ে, তেখেতে কোনোদিনেই কোনো স্বাৰ্থপৰ ব্যক্তিৰ ওচৰ চপা নাছিল। 'সৰল জীৱন-যাপন আৰু উচ্চ চিন্তা'—এয়েই যেন আছিল তেখেতৰ জীৱনৰ ব্ৰত। ধন-ঐশ্বৰ্যৰ প্ৰতি লালসা, তেখেতৰ তিলমানো নাছিল। তেখেতে 'ভোগবাদ'ক ঘৃণা কৰিছিল আৰু জীৱনত যিখিনি পাইছিল, তাকে লৈয়েই সন্তুষ্টি লাভ কৰিছিল।

জীৱনত, ডাঃ গোস্বামীয়ে নানান প্ৰতিকূল পৰিস্থিতিৰ সন্মুখীন নোহোৱাকৈ থকা নাছিল, কিন্তু ঈশ্বৰত বিশ্বাস ৰাখি প্ৰতিকূলতাৰ বিৰুদ্ধে থিয় হৈ তেখেতে অসীম সাহসৰ পৰিচয় দিছিল।

ডাঃ গোস্বামীদেৱ আজি আমাৰ মাজত সোশৰীৰে নাই; কিন্তু তেখেতৰ স্মৃতি আমাৰ মনত আজিও সাৰে আছে; সেই স্মৃতিক, বিশেষকৈ মই জীৱনৰ পাথেয় হিচাপে গ্ৰহণ কৰিছোঁ। তেখেতৰ বহু কথাই, শয়নে-দিঠকে মোৰ মনত আজিও ভিৰ কৰেহি; সিবোৰ ৰোমন্থন কৰিলে মনলৈ সাহস আহে, নীতিত চলিবলৈ তেখেতৰ স্মৃতিকথাই প্ৰেৰণা দিয়ে। মোৰ বাবে এয়া পৰম সম্পদ।

আমাৰ সমাজত, সাম্প্ৰতিকে ডাঃ গোস্বামীৰ লেখীয়া ব্যক্তিৰ অভাৱ পৰিলক্ষিত হৈছে। এই অভাৱ পূৰণ কৰিব লাগিব নতুন প্ৰজন্মই। নতুন প্ৰজন্মৰ মাজৰপৰা ডাঃ গোস্বামীৰ লেখীয়া সদাচাৰী, সদালাপী, সৰবৰহী, সমাজপ্ৰাণ ব্যক্তিৰ আগমন হওক। ❑

---

**ড° ভট্টাচাৰ্য** নলবাৰী কলেজৰ অসমীয়া বিভাগৰ প্ৰাক্তন মুৰব্বী অধ্যাপক। সু-সাহিত্যিক আৰু সু-বক্তাৰূপে পৰিচিত। ড° ভট্টাচাৰ্য নলবাৰী জিলা সাহিত্য সভাৰ প্ৰাক্তন সভাপতি।

# ডাক্তৰ হৰেকৃষ্ণ গোস্বামীদেৱ

**প্ৰবোধ নাৰায়ণ গোস্বামী**

খুদিয়া সত্ৰ নলবাৰী অঞ্চলৰ এখন প্ৰসিদ্ধ দামোদৰপন্থী সত্ৰ। ইয়াতেই জনম লভে ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱ। তেখেতৰ পিতৃ আছিল বিশিষ্ট সংস্কৃত পণ্ডিত লক্ষ্মীনাথ গোস্বামী আৰু মাতৃ সৰস্বতী দেৱী। গোস্বামীদেৱে কটলা বৰকুছি প্ৰাথমিক বিদ্যালয়ৰ পৰা প্ৰাথমিক শিক্ষা গ্ৰহণ কৰিছিল। ১৯২৯ খৃষ্টাব্দত গৰ্ডন স্কুলৰ পৰা মাধ্যমিক শিক্ষা গ্ৰহণ কৰি গুৱাহাটী চহৰত অৱস্থিত কটন কলেজত নাম ভৰ্তি কৰে। কটন কলেজত পঢ়ি থাকোতে ভাৰতৰ স্বাধীনতা আন্দোলনৰ বিভিন্ন কাৰ্যসূচীত অংশ গ্ৰহণ কৰি বিভিন্ন ভাবুকিৰ সন্মুখীন হৈও তাক আওকাণ কৰি শ্ৰেণী বৰ্জন কৰি ওলাই আহিছিল।

সেই সময়ত অসমৰ আগশাৰীৰ নেতা আছিল দেশভক্ত তৰুণৰাম ফুকন আৰু কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ। বৰদলৈৰ উজান বজাৰত থকা আহল-বহল চৌহদেৰে ঘৰখন হৈ পৰিছিল মুক্তি সংগ্ৰামৰ প্ৰধান আড্ডা। উক্ত চৌহদত যুৱকসকলক লাঠি খেল, মল্ল যুঁজ আৰু বিভিন্ন শৰীৰচৰ্চাৰ প্ৰশিক্ষণ দিয়া হৈছিল। গোস্বামীদেৱে উক্ত ক্ষেত্ৰত যোগদান কৰিছিল। এই কেন্দ্ৰৰ প্ৰশিক্ষক আছিল সু-সাহিত্যিক, কবি অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী। উক্ত প্ৰশিক্ষণ কেন্দ্ৰত মাজে সময়ে পুলিচ গৈ ওলাই ভয় খুৱাই তাৰ সদস্যবোৰৰ নামবোৰ লিখি নিছিল।

১৯৩২ ইং চনত আই.এ. পৰীক্ষাত উত্তীৰ্ণ হোৱাত অভিভাৱকৰ ইচ্ছা এৰাব নোৱাৰি কলিকতাৰ প্ৰেছিডেন্সী মেডিকেল স্কুলত নাম লিখে। গোস্বামীদেৱৰ ভাষাত—

"কলিকতাৰ স্মৃতি পাহৰিব লগা কথা নহয়, ই মোৰ জীৱনৰ উল্লেখযোগ্য আৰু মধুৰতম কাল। এই কালছোৱাত সৰ্বভাৰতীয় ৰাজনৈতিক নেতৃমণ্ডলীৰ বহুতকে দেখাৰ আৰু তেওঁলোকৰ ভাষণ শুনাৰ সৌভাগ্য ঘটিছিল। আচাৰ্য জগদীশ চন্দ্ৰ বসু আদিৰ দৰে বিজ্ঞানীসকলক দেখাৰো সেই সময়ত সুযোগ ঘটিছিল। মোৰ কলিকতীয়া ছাত্ৰ জীৱন আছিল যথাৰ্থতে সমগ্ৰ জীৱনৰ কাৰণে প্ৰস্তুতিৰ জীৱন। মই ডাক্তৰী শিক্ষা লাভ কৰিহে যে জীৱনৰ কাৰণে প্ৰস্তুতি

চলাইছিলো তেনে নহয়, সেৱাৰ মহিমামণ্ডিত আদৰ্শেৰেও যথাৰ্থতে কলিকতাত থাকোঁতেই মই অনুপ্ৰাণিত হৈছিলো। ভাৰতীয় জাতীয় জীৱনৰ ভিন ভিন দিশৰ নেতৃমণ্ডলীৰ জীৱন-চৰ্চাই আমাৰ জীৱনৰ ওপৰতো গভীৰভাৱে ৰেখাপাত কৰিছিল—প্ৰকৃততে মোৰ কৰ্মজীৱন কলিকতীয়া ছাত্ৰ জীৱনৰ প্ৰতিফলন মাথোন।"

ডাক্তৰ হৰেকৃষ্ণ গোস্বামীদেৱ সাহিত্য-সংস্কৃতিৰ লগতো বিশেষভাৱে জড়িত আছিল। তেখেতৰ তত্ত্বগধুৰ প্ৰবন্ধ যথা—'চুইজাৰলেণ্ডৰ শ্ৰমিক আন্দোলন', 'যক্ষ্মা বেমাৰ', 'খেতিয়কৰ স্বাস্থ্য ৰক্ষাৰ উপায়', 'মেলেৰিয়া ৰোগৰ পৰা মুক্ত হোৱা আৰু অসমীয়া জাতিৰ সংস্কৃতি' ইত্যাদি তেতিয়াৰ 'আৱাহন'ত প্ৰকাশ পাইছিল। ডাক্তৰী জীৱনৰ পাতনি মেলা অৱস্থাতো তেওঁ সমাজ-সাহিত্যৰ সেৱা কৰিছিল।

নলবাৰীৰ প্ৰাজ্ঞ ব্যক্তি, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, নলবাৰী কলেজৰ অধ্যক্ষ প্ৰয়াত ত্ৰৈলোক্যনাথ গোস্বামীদেৱে কৈছিল— "গোসাঁই সহজ-সৰল আৰু সহানুভূতিশীল লোক। আনৰ দুখত দুখ পোৱা আৰু আনৰ সুখত আনন্দ প্ৰকাশ কৰা স্বভাৱ তেওঁৰ বিশেষত্ব। নলবাৰী অঞ্চলৰ উন্নতি কল্পে হাতত লোৱা কাম প্ৰায় সকলোবোৰতে গোসাঁইৰ সমৰ্থন আৰু সহযোগ আছে। নলবাৰী কলেজ আৰম্ভ হোৱাৰ পিছত যেতিয়া পূৰ্বৰ কৰ্মীসকলে কলেজ হৈ যোৱা বুলিয়েই আত্ম-প্ৰসাদ লাভ কৰিছিল তেতিয়াও তেওঁ দান-বৰঙণি আদায় কৰাৰ ক্ষেত্ৰত আগৰণুৱা আছিল। ৰাজনৈতিক আদৰ্শেৰে তেওঁ জীৱনৰ পাতনি মেলিলেও তেওঁ আছিল শিক্ষা-সংস্কৃতিৰ পূজক।"

নলবাৰী কলেজক কেন্দ্ৰ কৰি সাহিত্য-সংস্কৃতিৰ বিশিষ্ট পৰিবেশ গঢ় লৈ উঠিছিল। ইয়াৰ ফলস্বৰূপে নলবাৰী সাহিত্য সমাজৰ জন্ম হয়। নলবাৰী সাহিত্য সমাজৰ প্ৰতিষ্ঠাপক সভাপতি নলবাৰী কলেজৰ প্ৰাক্তন অধ্যক্ষ প্ৰয়াত ত্ৰৈলোক্যনাথ গোস্বামীদেৱ আৰু প্ৰতিষ্ঠাপক সম্পাদক ডাক্তৰ হৰেকৃষ্ণ গোস্বামীদেৱ। এখেতসকলৰ অশেষ চেষ্টাৰ ফলত ১৯৬৫ ইং চনত অসম সাহিত্য সভাৰো বাৰ্ষিক অধিৱেশন নলবাৰীত অনুষ্ঠিত হৈছিল। উক্ত অনুষ্ঠানৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল ত্ৰৈলোক্যনাথ গোস্বামী আৰু সম্পাদক আছিল ডাক্তৰ হৰেকৃষ্ণ গোস্বামীদেৱ। সমাজকৰ্মী, নিস্বাৰ্থ সেৱক শ্ৰীগোস্বামীদেৱৰ বিদেহী আত্মাই চিৰশান্তি লাভ কৰক এয়ে কামনা। ❑

---

শ্ৰীগোস্বামী সুলেখক আৰু জ্যোতিৰ্বিদ। সাহিত্যানুৰাগী আৰু সমাজকৰ্মী।

# ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱ ঃ আমি যিভাৱে পাইছিলো

ড° আব্দুল হালিম

নলবাৰী কলেজত প্ৰবক্তা হিচাপে নিযুক্তি লাভ কৰি এগৰাকী সমাজ সচেতন নিষ্ঠাবান লোকক লগ পাইছিলো। তেৱেঁই হৈছে ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱ। তেতিয়া আমি কলেজৰ নতুন কৰ্মী। সময়ে সময়ে কলেজ পৰিচালনাৰ সভাপতি হিচাপে প্ৰবক্তাসকলে শ্ৰেণীত পাঠদান নিয়মিতভাৱে প্ৰদান কৰে নে নকৰে চোৰা-চিতা কৰিছিল। আমাক তেখেতে ছাত্ৰ-ছাত্ৰীসকলক নিজৰ ল'ৰা-ছোৱালীৰ দৰে পাঠদান কৰিবলৈ পৰামৰ্শ দিছিল। পৰিচালনা সমিতিৰ সভাপতি হিচাপে কলেজৰ বিভিন্ন উন্নয়নত ভাগ লৈছিল। শিক্ষক আৰু পৰিচালনা সমিতিৰ মাজত মধুৰ সম্পৰ্ক গঢ়ি তুলিছিল। এয়া গোস্বামীদেৱৰ কৃতিত্বৰ পৰিচয় আছিল।

ডাঃ গোস্বামীদেৱ ধৰ্ম নিৰপেক্ষ ব্যক্তি আছিল। নলবাৰী চহৰৰ মুছলিম সম্প্ৰদায়ৰ লোকসকলৰ মাজত তেখেতৰ যথেষ্ট সুনাম আছিল। মনত আছে, যেতিয়াই তেখেতৰ ঘৰলৈ গৈছিলো আমাক যথেষ্ট আদৰ-সাদৰ কৰিছিল। আমাৰ দেউতা তেখেতৰ প্ৰিয় বন্ধু আছিল বাবে আমিয়ো তেখেতৰ আদৰ-সাদৰ পাইছিলোঁ। আমাক লগ পালেই তেখেতে সুধিছিল—'ঐ হাতেম বাবুৰ ল'ৰা, ভালদৰে পঢ়িছ নে নাই?' ঘৰলৈ গ'লে একাপ চাহ নোখোৱাকৈ আমাক আহিবলৈ দিয়া নাছিল। মুছলিম সমাজৰ ব্যক্তিসকলৰ সৈতে তেখেতৰ মধুৰ সম্বন্ধ আছিল। একেলগে ফুৰিছিল। একেলগে সমাজৰ বিভিন্ন সমস্যাবোৰৰ সমাধানৰ সূত্ৰ উলিয়াইছিল।

পিন্ধন-উৰণত এজন সহজ-সৰল ব্যক্তি গোস্বামীদেৱৰ আদৰ্শ আছিল Simple living and high thinking। প্ৰকৃত গান্ধীবাদী, সমাজ সংস্কাৰক আৰু নিৰ্ভীক ব্যক্তি হিচাপে তেখেতে সমাজত এখন সুকীয়া স্থান লাভ কৰিছিল। নিজৰ ল'ৰা-ছোৱালীক সত্য পথত অগ্ৰসৰ হ'বলৈ প্ৰেৰণা দিছিল। আমিও এনে মহান ব্যক্তিৰ সান্নিধ্য লাভ কৰি ধন্য মানিছিলোঁ।

'৪২ চনৰ গণ আন্দোলনত তেখেতে ভাগ লৈছিল আৰু গান্ধীজীৰ মাৰ্গ দৰ্শন কৰি গান্ধীজীৰ 'বন্দে মাতৰম' ধ্বনি প্ৰদান কৰিছিল। বিভিন্ন সভাই-সমিতিয়েও তেখেতে ভাগ লৈছিল। স্বাধীনতা যুঁজাৰুসকলকো তেখেতে প্ৰেৰণা যোগাইছিল। স্বাধীনতা লাভৰ বাবে বৃটিছৰ পুলিচৰ কোবক নেওচি যিসকল লোক তেখেতৰ সান্নিধ্যলৈ আহিছিল, তাৰে ভিতৰত আছিল বিষ্ণু ৰাভা। বিষ্ণু ৰাভাই তেখেতৰ পৰা প্ৰেৰণা লাভ কৰিছিল। ভাৰত জাতীয় কংগ্ৰেছৰ নিষ্ঠাবান কৰ্মী হিচাপে তেখেতৰ অৱদান মন কৰিবলগীয়া। বিভিন্ন সময়ত সভাপতি পদত অধিষ্ঠিত হৈ জাতীয় কংগ্ৰেছৰ সৌষ্ঠৱ বঢ়াইছিল তেখেতে।

লিখক হিচাপে, চিকিৎসক হিচাপে ডাঃ গোস্বামীদেৱ সকলোৰে প্ৰিয় আছিল। নলবাৰীৰ সৰ্বতোপ্ৰকাৰ বিকাশৰ বাবে সেই সময়ৰ সমাজ সচেতকসকলৰ ভিতৰত অন্যতম আছিল ডাঃ গোস্বামী। নলবাৰীত এখন টাউন কমিটি স্থাপনৰ হকে কেইবাখনো ৰাজহুৱা সভা-সমিতি পাতি জনমত গঢ়ি তুলিছিল। ৰাজহুৱা সভাত প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল যে নলবাৰীত এখন টাউন কমিটি গঠন হ'ব লাগে। ১৯৪৯ চনত টাউন কমিটিখনে এখন পৌৰসভালৈ উন্নীত হৈছিল। প্ৰথম পৌৰপতি আছিল ডাঃ গোস্বামী। তেখেতৰ দিনতে পৌৰসভাৰ যথেষ্ট কাৰ্য সমাপন হয়। নলা-নৰ্দমা নিৰ্মাণ, হাট-বজাৰ আদি স্থাপন হয়।

আধুনিক নলবাৰী নিৰ্মাতাসকলৰ ভিতৰত নিঃসন্দেহে ডাঃ গোস্বামী আগৰণুৱা আছিল। এনে মহান ব্যক্তিৰ আদৰ্শ সঁচাকৈয়ে আমাৰ গ্ৰহণীয়। ❑

---

৬° হালিমদেৱ নলবাৰী কলেজৰ ৰাজনীতি বিভাগ বিভাগৰ প্ৰবক্তা। সমাজ সচেতন লেখক।

# প্ৰয়াত ডাক্তৰ হৰেকৃষ্ণ গোস্বামী

**সুৰেন্দ্ৰ নাথ চক্ৰৱৰ্তী**

প্ৰয়াত ডাক্তৰ হৰেকৃষ্ণ গোস্বামী (১৯০৫-১৯৯২) আধুনিক নলবাৰী চহৰকে ধৰি এটা বিৰাট অঞ্চলৰ প্ৰগতিৰ অন্যতম প্ৰধান চালিকা শক্তি তথা স্থপতি আছিল। তদানীন্তন নলবাৰী তথা উত্তৰ কামৰূপ অঞ্চলৰ বিকাশত ১৮৮৭ চনতে প্ৰতিষ্ঠিত নলবাৰী মাইনৰ স্কুলৰ (যিখনক ১৮৯৭ চনত গৰ্ডন স্কুল নামেৰে হাইস্কুল পৰ্য্যায়লৈ উন্নীত কৰা হৈছিল) অৰিহণা অত্যন্ত গুৰুত্বপূৰ্ণ। গৰ্ডন স্কুল প্ৰতিষ্ঠাত ডাঃ হৰেকৃষ্ণ গোস্বামীৰ পৰিয়ালৰ কোনো ব্যক্তি জড়িত আছিল নে নাই আমি নাজানোঁ, কিন্তু ১৯৪৫ চনত প্ৰতিষ্ঠিত নলবাৰী কলেজৰ বিশিষ্ট নিৰ্মাতাসকলৰ অন্যতম প্ৰধান আছিল ডাঃ হৰেকৃষ্ণ গোস্বামী। প্ৰতিষ্ঠাতাসকলৰ প্ৰধান ত্ৰিমূৰ্তি আছিল প্ৰভাত চন্দ্ৰ গোস্বামী, হৰেকৃষ্ণ গোস্বামী আৰু হৰিচৰণ পাঠক। কলেজৰ নামত তেওঁলোকে কি শাৰীৰিক আৰু মানসিক কষ্টই যে বৰণ কৰা নাছিল? আনকি প্ৰথম অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামীৰ সৈতে বাইচাইকেলত উঠি গাঁৱে-ভূঞে বৰঙণি আদায়ৰ কাৰণে ঘূৰিব লগা হৈছিল। ডাঃ গোস্বামীয়ে অধ্যক্ষ গোস্বামীৰ সৈতে ৰেলগাড়ীৰ পৰা আনকি ৰেলৰ টিকট পৰীক্ষকৰ পৰাও হাতত টিনৰ চুঙা লৈ বৰঙণি আদায় কৰিবলৈ ডাঃ গোস্বামীয়ে দ্বিধাবোধ কৰা নাছিল। নলবাৰী কলেজ যেন তেওঁলোকৰ হিয়াৰ আমঠুহে আছিল। আজি গাঁৱে-গাঁৱে কলেজ প্ৰতিষ্ঠা হোৱা কালত আৰ্থ-সামাজিক সকলো ক্ষেত্ৰতে অনুন্নত ১৯৪৫ চনৰ গ্ৰাম্য পৰিবেশৰ মাজত কলেজ প্ৰতিষ্ঠা কি দুৰুহ কাম আছিল তাক অনুভৱ কৰা টান। নলবাৰী কলেজ প্ৰতিষ্ঠাই সেই অঞ্চলত বহুতো স্নাতক শিক্ষকৰ সৃষ্টি কৰিছিল।

নলবাৰী সংস্কৃত কলেজ প্ৰতিষ্ঠিত হৈছিল ১৯৩৬ চনত। ডাঃ গোস্বামী জন্মলগ্নৰে পৰা তাৰ লগত জড়িত আছিল। তেওঁ তাৰ পৰিচালনা সমিতিৰ সম্পাদক আৰু সভাপতি আছিল। সংস্কৃত কলেজখনৰ বৰ্তমানৰ ঘৰ-দুৱাৰ আদি তেওঁৰ নেতৃত্বতে নিৰ্মাণ হৈছিল।

নলবাৰী ছোৱালী হাইস্কুল, নলবাৰী কমাৰ্চ কলেজ, নলবাৰী আইন মহাবিদ্যালয়, নলবাৰী দেবীৰাম পাঠশালা হাইস্কুল প্ৰভৃতি বিভিন্ন শিক্ষা

অনুষ্ঠানৰ প্ৰতিষ্ঠা, পৰিচালনা আৰু বিকাশৰ লগতো ডাক্তৰ গোস্বামী ওতঃপ্ৰোতভাৱে জড়িত আছিল।

নলবাৰীত পৌৰ সমিতি গঠন হৈছিল ১৯৩৮ চনতে। তেওঁ প্ৰতিষ্ঠা কালৰে পৰা পৌৰ সমিতিৰ লগত জড়িত আছিল। ১৯৪৯ চনলৈ পৌৰ সমিতিৰ সভাপতি চৰকাৰে মনোনয়ন কৰিছিল। ১৯৪৯ চনৰ পৰাহে কৰদাতাসকলে নিৰ্বাচন কৰা প্ৰতিনিধিৰ মাজৰ পৰা পৌৰ সভাপতি নিৰ্বাচিত কৰিবলৈ লোৱা হৈছিল। ডাঃ গোস্বামী আছিল পোন প্ৰথম নিৰ্বাচিত পৌৰ সভাপতি আৰু তেওঁৰ কাৰ্যকালতে পৌৰ সমিতি পৌৰ সভালৈ উন্নীত হয়। হাট-বজাৰ, বাট-পথ, নলা-নৰ্দমা আদি পৰিকল্পিতভাৱে নিৰ্মাণ কৰাৰ ব্যৱস্থা কৰা হয়। আনকি নলবাৰীতে বিজুলী উৎপাদন কৰি চহৰত তেওঁৰ নেতৃত্বতে বিজুলীকৰণ সম্ভৱপৰ হৈছিল।

তদুপৰি নলবাৰী নাট্য সমিতি আৰু নাট্য মন্দিৰৰ নিৰ্মাণ আৰু পৰিচালনাৰ লগত সম্পাদক বা সভাপতিৰূপে জড়িত আছিল প্ৰায় চাৰি দশক কাল। তেওঁ বিশিষ্ট সাহিত্যিক নাছিল সঁচা, কিন্তু সাহিত্য সভাৰ লগত আছিল ঘনিষ্ঠভাৱে জড়িত।

ডাঃ গোস্বামীৰ জীৱনৰ মহৎ ব্ৰত আছিল জনসেৱা। তেওঁ প্ৰকৃত অৰ্থতে লোক সেৱক আছিল। তেওঁ নলবাৰী চহৰতে আবদ্ধ নাছিল, তেওঁৰ কাৰ্যক্ষেত্ৰ আছিল সমগ্ৰ নলবাৰী অঞ্চল। গাঁৱলীয়া অঞ্চলত শিক্ষা প্ৰচাৰ, মাদক দ্ৰব্য বৰ্জন, বাট-পথৰ উন্নতি সাধন, জনস্বাস্থ্যৰ উন্নতি সাধন, অস্পৃশ্যতা বৰ্জন প্ৰভৃতি বিভিন্ন দিশৰ লগত আছিল তেওঁ আমৰণ জড়িত।

কলিকতা মেডিকেল স্কুলৰ পৰা ডিপ্লোমা লাভ কৰি আহি ১৯৩৬ চনত ফাৰ্মাচী পাতি ব্যক্তিগতভাৱে চিকিৎসা সেৱা আগবঢ়ায়। ধন লাভৰ তাড়নাত তেওঁ চিকিৎসা সেৱা কৰা নাছিল। তেওঁ স'ততে দুখী-দৰিদ্ৰক বিনামূলীয়াকৈ চিকিৎসা সেৱা দিছিল। যাৰ ফলত দুখী-দৰিদ্ৰসকলৰ বহুতেই তেওঁক দিছিল 'বাপদায়', যিয়ে অনুভৱ কৰিব দিয়ে যে তেওঁ যেন বহুল ব্যাপক দৰিদ্ৰ সমাজৰ মানত 'বাপ' অৰ্থাৎ পিতৃৰ সদৃশ আছিল। দুখীয়া-দৰিদ্ৰ গাঁৱলীয়া সমাজৰ উন্নতি সাধনৰ অৰ্থে তেওঁ প্ৰতিষ্ঠা কৰিছিল 'ৰায়ত সভা'। ১৯৩৮ চনতে সংগঠিত 'বতাহগিলা মৌজা ৰায়ত সভা'ৰ ডাঃ গোস্বামী হ'ল প্ৰতিষ্ঠাপক। বতাহগিলা অঞ্চলটোৰ শিক্ষা, বাট-পথ, স্বাস্থ্য আদিৰ বিকাশত ডাঃ গোস্বামীৰ অৰিহণা অতুলনীয়। ইয়াৰ স্বীকৃতি স্বৰূপে মৰণোত্তৰভাৱে হ'লেও বতাহগিলাৰ নমাটি গাঁৱৰ ৰাইজে ডাঃ গোস্বামীলৈ অভিনন্দন যাঁচিছে। ডাঃ গোস্বামীৰ নেতৃত্বাধীন ৰায়ত সভাৰ চেষ্টাত বতাহগিলা নতুন দেহৰ নলবাৰী ৰাজহচক্ৰৰ অন্তৰ্ভুক্ত হয়।

ডাঃ গোস্বামীৰ যত্নত ১৯৪৯ চনত প্ৰতিষ্ঠিত হয় নমাটি চিকিৎসালয়। কেৱল বতাহগিলা বুলিয়ে নহয়, বৰমা অঞ্চললৈ বিস্তৃত উত্তৰ নলবাৰী অঞ্চলৰ বাট-পথ, শিক্ষা, স্বাস্থ্যৰ উন্নতি সাধনতো ডাঃ গোস্বামী আছিল সক্ৰিয়ভাৱে জড়িত। আনকি বৃহৎ নলবাৰী অঞ্চলৰ বহুসংখ্যক হাইস্কুলৰ তেওঁ আছিল প্ৰতিষ্ঠাপক সভাপতি।

তেওঁ বহুকাল ব্যাপি গুৱাহাটী লোকেল ব'ৰ্ড আৰু শিক্ষা ব'ৰ্ডৰ সদস্য আছিল। পূৰ্বভাৰতী সাংস্কৃতিক শিক্ষা অনুষ্ঠান গঢ়াৰ ক্ষেত্ৰতো তেওঁৰ সক্ৰিয় সহযোগিতা আছিল। ❑

---

সুৰেন্দ্ৰ নাথ চক্ৰবৰ্তী সমাজকৰ্মী আৰু সুলেখক।

# ডাঃ গোস্বামী খুৰাক আজিও মনত পৰে

**মকিবৰ ৰহমান**

ডাঃ হৰেকৃষ্ণ গোস্বামী চাৰক মই ডাঃ খুৰা বুলিয়ে মাতিছিলো। তেখেত আজি আমাৰ মাজত নাই, কিন্তু খুৰাৰ স্মৃতি আৰু তেখেতৰ হাঁহি মুখৰ মাতবোৰ আৰু উপদেশ পূৰ্ণ কথাবোৰ কোনোদিনে পাহৰিব নোৱাৰিম। তেখেতে দেখা পালে হাঁহি মাৰি সুধিছিল, 'অই মকিবৰ, কাৰ ঔষধ নিব আহিছ, স্কুললৈ সদায় গৈ আছ নে নাই, ভালদৰে পঢ়িবি, তোৰ দেউতা ৺মহবুদৰ ৰহমান মোৰ বন্ধু আছিল, তেওঁ বৰ সোনকালে স্বৰ্গবাসী হ'ল, তোৰ আতা ৰহমাত কাই দেখা দেখি হ'লে তহঁতৰ ভৱিষ্যত চিন্তা কৰে আৰু মোৰ লগত আলোচনা কৰে,' ইত্যাদি ইত্যাদি। সঁচাকৈয়ে ডাঃ হৰেকৃষ্ণ খুৰা বৰ উদাৰ, মৰমিয়াল আৰু নিঃস্বাৰ্থ আছিল। তেখেতৰ সেই সুন্দৰ খদ্দৰৰ ধুতি-ছাৰ্টেৰে থুলন্তৰ মানুহজন মনৰ মাজত এতিয়াও জীয়াই আছে। ডাঃ খুৰাই মোৰ কলেজৰ মাচুল গভৰ্নিং বডিৰ ভৱিষ্যতে মাফ্ কৰি দি মোক হাঁহি মাৰি সেই খবৰ দিছিল। মোৰ যে তেতিয়া কিমান ভাল লাগিছিল! ১৯৫৯ চনত কলেজ 'এক্সকাৰচন'ৰপৰা অহাত তেখেতে মাদ্ৰাজৰ গভৰ্ণৰ ৺বিষ্ণুৰাম মেধিৰ প্ৰাসাদত কি কথা পাতিলোঁ, কি খালোঁ সুধিছিল আৰু 'আসাম ট্ৰিবুন'ত আমাৰ এক্সকাৰচনৰ ফটোখন দেখাই দি স্ফূৰ্তি কৰিছিল, যেনিবা আমি কলেজৰ ল'ৰাবোৰ তেখেতৰ অতি আপোন, যেনিবা আমাৰ সেই এক্সকাৰচনৰ ফটোখনে নলবাৰী কলেজখনক অসমত প্ৰচাৰ কৰিলে, এনে ভাৱে কথাবোৰ কৈছিল। ডাঃ খুৰাৰ স্বভাৱ বৰ সৰল আৰু শিশুৰ দৰে এটা মন আছিল। তেখেতৰ ল'ৰা আৰু মোৰ সহপাঠী শ্ৰীভুৱন চন্দ্ৰ গোস্বামী আৰু অনুজ শ্ৰীঅনিল গোস্বামীৰ চৰিত্ৰতো এই গুণবোৰ দেখিবলৈ পোৱা যায়। পিছলৈ শ্ৰীঅনিল গোস্বামী চৰকাৰী গৰ্ডন স্কুলত মোৰ সহকৰ্মী আছিল আৰু তেওঁৰ ককায়েক ভুবন চন্দ্ৰ গোস্বামী নলবাৰী দেৱৰীম পাঠশালা হাইস্কুলৰ কৃতী শিক্ষক হ'ব পাৰিছিল।

ডাঃ গোস্বামী এজন মুক্তি যুঁজাৰু, প্ৰকৃত গান্ধীবাদী নেতা আৰু গণতান্ত্ৰিক ভাবধাৰাৰ লোক আছিল। তেখেত এজন সুচিকিৎসক আৰু দুখীয়া-গৰীবৰ

ঘৰলৈ চাইকেল চলাই গৈ বিনামূলীয়াকৈ চিকিৎসা কৰিছিল। আজিকালি তেনে ডাক্তৰ পাবলৈ নাই।

বৃটিছৰ শাসনৰ বিৰুদ্ধে গাঁৱে গাঁৱে গৈ স্বাধীনতা আন্দোলনৰ গোপন বতৰা সংগ্ৰহ কৰিছিল। সেয়েহে তেখেতৰ লক্ষ্মী ফাৰ্মাচীখনত বৃটিছ পুলিচৰ নজৰ অনবৰতে আছিল। চৰকাৰী চাকৰি নকৰি নিজস্ব ঠাইতে ফাৰ্মাচী খুলি ৰাইজৰ সেৱা কৰা এনেহেন এজন গুণী-জ্ঞানী, সমাজ-দৰদী লোকৰ প্ৰতি মোৰ ভক্তি অৰ্ঘ যাঁচি ভগৱান আল্লাৰ ওচৰত দোৱা মাগিলোঁ যাতে তেখেতৰ অমৰ আত্মাই স্বৰ্গত বাস কৰে। ❑

---

মকিবৰ ৰহমান এগৰাকী অৱসৰপ্ৰাপ্ত শিক্ষক আৰু সুলেখক।

# ডাঃ গোস্বামীদেৱৰ জীৱন-সুঁতিৰ পাৰে পাৰে

**নগেন দত্ত**

পিতৃ-বন্ধু শ্ৰদ্ধেয় ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ এখন ছবি এতিয়াও মোৰ স্মৃতিপটত খোদিত হৈ আছে। নলবাৰীৰ পুৰণি হাটখোলাৰ ওচৰৰ, দৰৱ-পাতিৰে পৰিপূৰ্ণ কোঠালি এটাত বহি থকা, খাদী পৰিহিত, চিৰহাস্য সকলো আগন্তুককে সম্ভাষণ জনোৱা ব্যক্তিগৰাকীয়ে আছিল ডাঃ গোস্বামী। নলবাৰী গৰ্ডন হাইস্কুলত পঢ়ি থকা প্ৰথম চাৰিটা বছৰ আৰু পিছত নলবাৰী কলেজত চাৰিটা বছৰ—মুঠ আঠোটা বছৰেই তেখেতক নানা সভা-সমিতিত মঞ্চত উপবিষ্ট হৈ থকা দেখিছিলো আৰু তেখেতৰ ভাষণো শুনিছিলো। মাজে-সময়ে চিকিৎসাৰ বাবেও তেখেতৰ ওচৰ চাপিছিলো। লগ পালেই তেখেতে মোৰ পঢ়া-শুনাৰ খা-খবৰ লৈছিল আৰু মনপুতি পঢ়িবলৈ উদগনি যোগাইছিল। ১৯৫৫ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীত যোগাদান কৰাৰ পিছৰে পৰা মোৰ ওপোজা গাঁও গুৱাকুছিৰ পৰা নলবাৰী চহৰলৈ মোৰ প্ৰাত্যহিক ভ্ৰমণসূচীৰ ঠাই লৈছিল বিলম্বিত আৰু সংক্ষিপ্ত পৰিক্ৰমণে, সেয়ে বৰেণ্য ব্যক্তিসকলৰ লগত যোগাযোগৰ বৃত্তটোৰ পৰিধিও ক্ৰমে টুটি আহিছিল। তথাপিও কেইগৰাকীমান বিশিষ্ট নাগৰিক, যেনে প্ৰয়াত প্ৰভাত নাৰায়ণ চৌধুৰী, ডাঃ হৰেকৃষ্ণ গোস্বামী, হৰিচৰণ পাঠক আৰু অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামীদেৱৰ সমাজ তথা সাংস্কৃতিক উন্নয়নৰ ক্ষেত্ৰত নিৰবিচ্ছিন্নভাৱে আগবঢ়াই অহা অৰিহণাবোৰৰ আঁত হেৰাই পেলোৱা নাছিলো। স্বল্পভাষী গোস্বামীদেৱৰ বিষয়ে জানিছিলো যে গোস্বামীদেৱ আছিল নলবাৰীৰ এগৰাকী বৰেণ্য ব্যক্তি, যিগৰাকীয়ে স্থানীয় সমাজখনৰেই নহয়, গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি আদি অসমৰ শীৰ্ষস্থানীয় নেতাৰো প্ৰশংসাভাজন হৈছিল।

১৯০৫ চনত জন্মগ্ৰহণ কৰা গোস্বামীদেৱে তেখেতৰ আত্মজীৱনী 'মোৰ জীৱনত এভুমুকি'ত— প্ৰাৰম্ভিক শিক্ষাৰ বিষয়ে ক'বলৈ গৈ লিখিছে, "মোৰ জন্মৰ সময়ত শিক্ষাৰ পৰিবেশ মুঠেও সন্তোষজনক নাছিল। নলবাৰীত

তেতিয়াও হাইস্কুল প্ৰতিষ্ঠা হোৱা নাছিল, এখন এম.ই. স্কুলহে প্ৰতিষ্ঠা হৈছিল। প্ৰাথমিক স্কুলৰ সংখ্যা আৰু অৱস্থা মুঠেও সন্তোষজনক নাছিল।" খুব সংক্ষেপে হ'লেও এই কথাখিনিৰ মাজেৰে নলবাৰী অঞ্চলৰ, কুৰি শতিকাৰ প্ৰথম ভাগৰ, প্ৰাথমিক শিক্ষা ব্যৱস্থাৰ এখন হতাশজনক ছবি ফুটি উঠিছে। ১৯০১ চনত অবিভক্ত কামৰূপ (বৰ্তমানৰ কামৰূপ গ্ৰাম্য, কামৰূপ মহানগৰী, নলবাৰী আৰু বৰপেটা জিলাৰ সমষ্টি) জিলাৰ মুঠ জনসংখ্যা আছিল ৫,৯০,০১০ জন। বৰ্তমানৰ নলবাৰী চহৰো আছিল কামৰূপ জিলাৰ সহস্ৰাধিক গাঁওবোৰৰো এখন। ১৯৯০ চনত প্ৰকাশিত কামৰূপ জিলা গেজেটীয়াৰত উনৈশ শতিকাৰ শেষাৰ্ধৰ প্ৰাথমিক শিক্ষাৰ অৱস্থা বৰ্ণনা কৰোতে কোৱা হৈছে যে তেতিয়াৰ কামৰূপ জিলাৰ প্ৰাথমিক বিদ্যালয়ৰ সংখ্যা আছিল মাত্ৰ ২৮১ খন আৰু ছাত্ৰৰ সংখ্যা আছিল ১০,৮৮১ জন। (কামৰূপ জিলা গেজেটীয়াৰ, ১৯৯০ চন, পৃ. ৬৩২)। উল্লেখযোগ্য যে যোৱা শতিকাত, শিক্ষাৰ ক্ষেত্ৰত, অসমে যথেষ্ট অগ্ৰগতি লাভ কৰিছে। ২০০২-০৩ চনত প্ৰাথমিক বিদ্যালয়ৰ সংখ্যা আছিল কামৰূপ জিলাত ২১৭২ খন, নলবাৰীত ১৪৮১ খন আৰু বৰপেটাত ১৮৩৯ খন। (ষ্টেটিচটিকেল হেণ্ডবুক্ অব আচাম, ২০০৪ চন, পৃ. ১৮২) আন কথাত ক'বলৈ গ'লে ১৯০১ চনৰ অবিভক্ত কামৰূপ জিলা এলেকাত প্ৰাথমিক বিদ্যালয়ৰ সংখ্যা বৰ্তমানে ৫৪৯২ খনলৈ বৃদ্ধি পাইছে। এই পৰিপ্ৰেক্ষিততে ডাঃ গোস্বামীদেৱৰ মন্তব্য—"প্ৰাথমিক স্কুলৰ সংখ্যা আৰু অৱস্থা মুঠেও সন্তোষজনক নাছিল।"

১৯০১ চনৰ কামৰূপ জিলাৰ শিক্ষিতৰ হাৰলৈ লক্ষ্য কৰিলেও একে হতাশজনক ছবি এখনকে দেখিবলৈ পোৱা যায়। ইমান কম সংখ্যক বিদ্যালয়ৰ পৰা কম সংখ্যক ছাত্ৰহে উপকৃত হৈছিল। সেইবাবেই শিক্ষিতৰ সংখ্যাও আছিল তেনেই নগণ্য। ১৯০১ চনৰ লোক পিয়লৰ প্ৰতিবেদনৰ মতে সেই চনত কামৰূপ জিলাত শিক্ষিতৰ হাৰ আছিল প্ৰতি হেজাৰত মাত্ৰ পয়ত্ৰিশ; অৰ্থাৎ সমাজখনৰ চাৰে তিনি শতাংশ লোকেহে লিখিব আৰু পঢ়িব জানিছিল। মহিলাৰ প্ৰতি হাজাৰত মাত্ৰ দুগৰাকীহে শিক্ষিত হিচাপে পৰিগণিত হৈছিল। শিক্ষিতৰ পৰিসংখ্যাবোৰ চালি-জাৰি চালে দেখা যায় যে অসমৰ বিভিন্ন জাতি-উপজাতিৰ ভিতৰত ব্ৰাহ্মণসকলৰ মাজত শিক্ষিতৰ হাৰ আছিল সৰ্বোচ্চ—প্ৰতি হাজাৰত দুশ সাতানব্বৈ (পুৰুষ পাঁচশ সোতৰ আৰু মহিলা সাতাইশ)। সংৰক্ষণশীল ব্ৰাহ্মণ সমাজখনত ব্ৰাহ্মণ মহিলা সকলো আছিল শিক্ষাৰ ক্ষেত্ৰত তেনেই অনগ্ৰসৰ। যোৱা শতিকাত অসমত শিক্ষিতৰ হাৰো অভাৱনীয়ভাৱে বৃদ্ধি

পাইছে। ২০০১ চনৰ লোক পিয়ল মতে অসমত শতকৰা তেষষ্ঠিজনতকৈও অধিক লোক শিক্ষিত (পুৰুষ এসত্তৰ আৰু মহিলা পচপন্ন, দশমিক বাদ দিলে)

ডাঃ গোস্বামীদেৱে তেখেতৰ আত্মজীৱনীত, গৰ্ডন হাইস্কুলত শিক্ষা লাভ কৰি, ১৯২৯ চনত মাধ্যমিক শিক্ষা সমাপ্ত কৰাৰ কথা উল্লেখ কৰিছে। লগতে প্ৰধান শিক্ষক ইন্দ্ৰেশ্বৰ বৰঠাকুৰদেৱৰ বহুমুখী প্ৰতিভা আৰু ছাত্ৰৰ ওপৰত ইয়াৰ প্ৰভাৱৰ কথা বৰ্ণনা কৰিছে। সেই সময়ত গৰ্ডন হাইস্কুলৰ সহকাৰী প্ৰধান শিক্ষক আছিল স্বনামধন্য মণিৰাম দাস বি.এ. বি.টি ডাঙৰীয়া। ১৯২১ চনত গৰ্ডন হাইস্কুলৰ প্ৰথম দলটোৱে প্ৰৱেশিকা পৰীক্ষাত বহিছিল আৰু প্ৰথমবাৰতে সাতজন গৰ্ডনিয়ান প্ৰথম বিভাগত উত্তীৰ্ণ হৈছিল। নলবাৰীৰ গৰ্ডন হাইস্কুলক অসমৰ এখন লেখতল'বলগীয়া শিক্ষানুষ্ঠানলৈ উন্নীত কৰাৰ মূলতে আছিল ইয়াৰ নিষ্ঠাবান আৰু আদৰ্শ শিক্ষকসকল। এই হাইস্কুলখন স্থাপন হোৱাৰ পিছৰে পৰা যোৱা শতিকাৰ মাজভাগলৈ, বৰ্তমানৰ নলবাৰী জিলাৰ অন্তৰ্গত ভূখণ্ডৰ মাধ্যমিক শিক্ষাৰ অগ্ৰণী অনুষ্ঠান হিচাপে পৰিগণিত হৈছিল। অৱশ্যে যোৱা শতিকাৰ মাজভাগৰ পৰা এই এলেকাৰ নানা ঠাইত হাইস্কুল স্থাপিত হৈছে আৰু শিক্ষা বিস্তাৰৰ ক্ষেত্ৰত এইবোৰেও উল্লেখযোগ্য বৰঙণি আগবঢ়াইছে। যিখন গৰ্ডন হাইস্কুলত ডাঃ গোস্বামীদেৱে মাধ্যমিক শিক্ষা গ্ৰহণ কৰিছিল তাৰ পৰাই কৈলাস চন্দ্ৰ ভট্টাচাৰ্যদেৱে ১৯৪১ চনত কলিকতা বিশ্ববিদ্যালয়ৰ দ্বাৰা অনুষ্ঠিত প্ৰৱেশিকা পৰীক্ষাত, প্ৰথম স্থান, ১৯৪২ চনত দীনেশ চন্দ্ৰ মিশ্ৰই পঞ্চম স্থান অধিকাৰ কৰিছিল। এতিয়ালৈকে অসমৰ শিক্ষা বিস্তাৰৰ ক্ষেত্ৰত এই শিক্ষানুষ্ঠানখনৰ অৱদান লেখতল'বলগীয়া হৈ আছে।

কটন কলেজত পঢ়ি থকা কালতে ডাঃ গোস্বামীয়ে স্বাধীনতা সংগ্ৰামত যোগদান কৰিছিল। শিক্ষা সমাপ্ত কৰি তেখেতে স্বাধীনতাৰ চিকিৎসা সেৱাত আত্মনিয়োগ কৰিছিল। এইটো আছিল তেখেতৰ জীৱনৰ দিগ্‌নিৰ্ণায়ক সিদ্ধান্ত। এই ক্ষেত্ৰত তেখেতে ডাঃ ভুবনেশ্বৰ বৰুৱাদেৱৰ পদাঙ্ক অনুসৰণ কৰিছিল বুলি ভবাৰ অৱকাশ আছে।

ত্ৰিশৰ দশকত অসমত শিক্ষিত নিবনুৱা সদস্যাই বহুতকে চিন্তিত কৰি তুলিছিল। সেই সময়ৰ অসমত (অবিভক্ত অসম আৰু তাহানিৰ চিলেট জিলাখনে সামৰি লোৱা অঞ্চলটোত) শিক্ষিত নিবনুৱাৰ সংখ্যা আছিল ৮২৫ গৰাকী, ইয়াৰে ডাক্তৰ নিবনুৱাৰ সংখ্যা আছিল ১৮ গৰাকী। আনহাতে নিযুক্তি লাভ কৰা ডাক্তৰৰ সংখ্যা আছিল প্ৰতি হাজাৰত মাত্ৰ আঠজন। উল্লেখযোগ্য যে নিযুক্তিৰ ক্ষেত্ৰখন বিশেষভাৱে বিস্তৃত হোৱাৰ পিছতো ২০০৩ চনত ৩৬ গৰাকী

ডাক্তৰে নিবনুৱা হিচাপে নতুনকৈ পঞ্জীয়ন কৰাইছিল। ইয়াৰ উপৰিও ২৫২ গৰাকী ডাক্তৰে নিবনুৱা হিচাপে ইয়াৰ আগতে পঞ্জীয়ন কৰিছিল যদিও তেওঁলোকৰ উপযুক্ত সংস্থাপন হোৱা নাছিল। এইদৰে চাবলৈ গ'লে দেখা যায় ডাক্তৰৰ নিযুক্তি অথবা সংস্থাপনৰ সমস্যা অসমত কেইবা দশক ধৰি চলি আছে।

১৯৩১ চনৰ অসমৰ লোক পিয়লৰ অধীক্ষক (বৰ্তমানৰ সঞ্চালক) চি.এচ. মুল্লান ডাঙৰীয়াৰ বক্তব্য—"স্নাতক আৰু প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ লোকসকলৰ নিবনুৱা সমস্যাৰ মূল কাৰণ হৈছে সেইসকল শিক্ষাৰ্থীৰ 'মাত্ৰাধিক উৎপাদন' (over production)—যিসকলে নিজৰ বাবে প্ৰকৃষ্ট পদবীত অধিষ্ঠিত হ'বলৈ অসমৰ্থ হয়।" তেখেতে পুনৰ কৈছে যে প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱা আৰু এটা চৰকাৰী পদবী লাভ কৰা ব্যক্তিৰ পৰিয়ালবোৰে সামাজিক মৰ্যাদাৰ আত্মপ্ৰসাদ লাভ কৰিছিল। এই তীৰ্যক মন্তব্যৰ মাজেৰে ইংৰাজ চৰকাৰৰ নিষ্ক্ৰিয় মনোভাবৰ প্ৰকাশ ঘটিছিল। স্বাধীনতা লাভ কৰাৰ আগলৈকে উদ্যোগ আৰু সমাজ উন্নয়নৰ বাবে চৰকাৰী ধনৰ বিনিয়োগ নথকা হেতুকে শিক্ষিত নিবনুৱাৰ সমস্যা স্বাভাৱিকভাৱে ক্ৰমে বাঢ়ি গৈ আছিল। সেইবোৰৰ পৰা অনুমান কৰিব পাৰি যে ডাঃ গোস্বামীদেৱে 'স্বাধীন ভাবে চিকিৎসা ব্যৱসায় আৰম্ভ' কৰাৰ সিদ্ধান্ত আছিল যুক্তিপূৰ্ণ। লোকেল ব'ৰ্ডত নিযুক্তিৰ সুবিধা পাইছিল যদিও সেই সুবিধা গ্ৰহণ নকৰি নিজৰ শিৰ সদায়ে অৱনমিত নোহোৱাকৈ ৰাখিবলৈ নিজকে প্ৰস্তুত কৰি লৈছিল। স্বাধীনতা আন্দোলনৰ সোৱাদ পোৱা আৰু বিশেষকৈ জ্যেষ্ঠৰ ইচ্ছাৰ প্ৰতি সৰ্বাধিক গুৰুত্ব দি, সেই সময়ৰ আনকি সমাজ পৰম্পৰাৰ এটি উজ্জ্বল আদৰ্শ তেখেতে দাঙি ধৰিছিল। দদায়েক জগতকৃষ্ণ গোস্বামীদেৱক তেখেতে পিতৃস্বৰূপ শ্ৰদ্ধা কৰিছিল আৰু তেখেতৰ পৰামৰ্শ মানি লৈ চাকৰিৰ আহ্বান তেখেতে প্ৰত্যাখান কৰিছিল। আজিৰ দিনত আমাৰ সমাজখনত, এই প্ৰমূল্য আছে বুলি ন-দি ক'ব নোৱাৰি, যদি আছে সেয়া হ'ব এটি বিৰল দৃষ্টান্ত।

সমাজ উন্নয়নৰ আদৰ্শেৰে উদ্বুদ্ধ ডাঃ গোস্বামীদেৱে যিবোৰ আঁচনি ৰূপায়ন কৰাৰ বাবে আগবাঢ়িছিল তাৰ লগত তেখেতৰ বন্ধু লোক-সেৱক প্ৰভাত নাৰায়ণ চৌধুৰী (১৯১০-২০০৫ চন) দেৱক আঁচনিৰ বহুতো মিল দেখা যায়। চৌধুৰীদেৱে কৈছিল, "এটা অঞ্চলৰ বা এখন ঠাইৰ উন্নতি বুলিলে আমি ঘাইকৈ কেইটামান কথালৈহে লক্ষ্য কৰোঁ। সেইকেইটা কথাৰ ওপৰত কোনো এখন ঠাইক আগবঢ়া বা পিছপৰা বুলি আখ্যা দিব পাৰি। সেইকেইটা হ'ল—

ঠাইখনৰ ভৌগোলিক অৱস্থান আৰু পৰিস্থিতি, পৰিবহন আৰু যোগাযোগৰ সুচলতা, বাসিন্দাসকলৰ শিক্ষা-দীক্ষা, সাহিত্য-সংস্কৃতিৰ প্ৰতি অনুৰাগ আৰু জনজীৱনৰ অৰ্থনৈতিক বিকাশৰ বাবে উন্নত কৃষি আৰু উদ্যোগীকৰণ। এইকেইটা দিশ আগবঢ়াই নিব পাৰিলেহে ঠাইখন উন্নত বুলি ক'ব পৰা যায়।" (লোকসেৱক শ্ৰীপ্ৰভাত নাৰায়ণ চৌধুৰীৰ জীৱন আৰু কৃতি ঃ ১৯৯৮ চন ঃ পৃ. ৫৫)। ডাঃ গোস্বামীদেৱেও তেখেতৰ নেতৃত্বত গঠিত বতাহগিলা মৌজা ৰায়ত সভাৰ জৰিয়তে এইবোৰ আঁচনি ৰূপায়ণ কৰিবলৈ যত্নপৰ হৈছিল—(ক) শিক্ষাৰ ক্ষেত্ৰত ল'ৰা-ছোৱালীক স্কুললৈ পঠোৱা, (খ) কৃষকসকলক খেতি-বাতি কৰাৰ বাবে সহায়-সাহায্য আগবঢ়োৱা আৰু (গ) স্কুলঘৰ, আলি-পদূলি নিৰ্মাণ কৰা আৰু বিশুদ্ধ খোৱা পানীৰ যোগান ধৰা। ('ঐতিহ্যমণ্ডিত খুদিয়া সত্ৰ'। শ্ৰীভুবন চন্দ্ৰ গোস্বামী, পৃ. ৩৫) দুয়োগৰাকী সমাজ সচেতন আৰু সমাজ সেৱকৰ কৰ্ম পদ্ধতিৰো বহুখিনি মিল আছিল। ১৯৩৩ চনত সন্ধ্যাৰ ৰাজকদমতলত অনুষ্ঠিত 'উত্তৰ কামৰূপ কৃষক সভা'ৰ নেতৃত্ব দিছিল প্ৰভাত নাৰায়ণ চৌধুৰীদেৱে। সেইদৰে ১৯৩৭ চনত গঠিত 'বতাহগিলা মৌজা ৰায়ত সভা'ৰ নেতৃত্ব দিছিল ডাঃ গোস্বামীদেৱে। দুয়োগৰাকী নেতাৰ আশাশুধীয়া চেষ্টাৰ ফলত গঢ়ি উঠিছিল কেবাখনো শিক্ষানুষ্ঠান আৰু নিৰ্মিত হৈছিল বহুতো ৰাস্তা-ঘাট। দুয়োগৰাকী ব্যক্তিয়ে নলবাৰী পৌৰ সমিতি আৰু পিছলৈ পৌৰ সভাৰ সভাপতি পদ অলঙ্কৃত কৰি সীমিত পুঁজিৰে নলবাৰী নামৰ গ্ৰামাঞ্চল এটাক চহৰলৈ উত্তৰণ কৰাইছিল। তেখেতসকলৰ প্ৰচেষ্টা পিছতো অব্যাহত থকা বাবেই নলবাৰী চহৰ আধুনিক ৰূপত গঢ় লৈ উঠিব ধৰিছে।

১৯৫০ চনৰ তথাকথিত মৈমনছিঙা খেদা আন্দোলনৰ সময়ত ডাঃ গোস্বামীদেৱে সামাজিক শান্তি-সম্প্ৰীতি অটুত ৰাখিবলৈ চেষ্টা কৰি নিশ্চিতভাৱেই তেখেতৰ উদাৰতা আৰু সাহসিকতাৰ পৰিচয় দিছিল। ১৯৫০ চনৰ এই স্বতঃস্ফূৰ্ত আন্দোলন যথেষ্ট তাৎপৰ্যপূৰ্ণ আছিল। নলবাৰী অঞ্চলৰ ক্ষুব্ধ ৰাইজে পূৰ্ববঙ্গৰ পৰা অহা আগ্ৰাসী প্ৰব্ৰজনকাৰীসকলক উচ্ছেদ কৰিবলৈ ১৯৫০ চনৰ ফেব্ৰুৱাৰী মাহত সংঘবদ্ধ হৈছিল আৰু তেওঁলোকৰ বেদখলৰ পৰা 'গ্ৰেজিং ৰিজাৰ্ভ'বোৰ মুক্ত কৰাৰ প্ৰচেষ্টা চলাইছিল। উল্লেখযোগ্য যে অসম চৰকাৰৰ নিষ্ক্ৰিয় ভূমিকাই আগ্ৰাসী প্ৰব্ৰজনকাৰীসকলক দুগুণে উৎসাহিত কৰিছিল। ১৯২০ চনতে অসম চৰকাৰে 'লাইন চিষ্টেম' প্ৰৱৰ্তন কৰি পূৰ্ব বঙ্গৰ পৰা অহা পমুৱাসকলৰ বাবে একো একোটা অঞ্চল নিৰ্দিষ্ট কৰি দিছিল। পিছলৈ এই 'লাইন চিষ্টেম' ভঙ্গ কৰি পমুৱাবোৰে জধে-মধে 'গ্ৰেজিং ৰিজাৰ্ভ' বেদখল

কৰিবলৈ লয় আৰু ফলত স্থানীয় ৰাইজ অসুবিধাৰ সন্মুখীন হয়। তদুপৰি এইবোৰ পমুৱাৰ অত্যাচাৰো অসহনীয় হৈ পৰিছিল। চুৰি-ডকাইতিৰ সংখ্যা ইমানেই বাঢ়ি গৈছিল যে স্থানীয় ৰাইজে নিৰাপত্তাহীনতাত ভুগিছিল আৰু পুঞ্জীভূত ক্ষোভৰ উদ্গীৰণ হৈছিল ১৯৫০ চনত। ইয়াৰ ফলত প্ৰায় এক লাখ ইছলাম ধৰ্মাৱলম্বী লোক পুনৰ পূৰ্ববঙ্গলৈ উভতি গৈছিল বুলি ১৯৫১ চনৰ লোক পিয়লৰ প্ৰতিবেদনত দেখুওৱা হৈছে। এই বিস্ফোৰক পৰিস্থিতিত এফালে আছিল বিক্ষুব্ধ ৰাইজ আৰু আনহাতে আক্ৰান্ত পমুৱাবোৰ। এনে পৰিস্থিতিত ৰাইজক ক্ষান্ত কৰিবলৈ চেষ্টা কৰি ডাঃ গোস্বামীয়ে এটি উজ্জ্বল দৃষ্টান্ত দাঙি ধৰিছিল। ❑

---

শ্ৰীদত্ত অসম চৰকাৰৰ এগৰাকী প্ৰশাসনিক বিষয়া। চিন্তাশীল লেখক।

# পৰোপকাৰী ডাঃ হৰেকৃষ্ণ গোস্বামীৰ স্মৃতিত

**মকিবৰ হুছেইন**

১৯৬৪ চনৰ জানুৱাৰী মাহ। মোৰ শিক্ষক হিচাপে গৰ্ডন উচ্চতৰ মাধ্যমিক বিদ্যালয়ত নিযুক্তি পোৱাৰ পাঁচ মাহ হৈ গৈছে। স্কুলৰ বছৰেকীয়া পৰীক্ষাৰ ফলাফল ঘোষণা কৰাৰ কেইদিনমান হৈছে মাথোন। শ্ৰেণীসমূহ আৰম্ভ হোৱা নাই। বিশেষ এটা কামত তেতিয়াৰ অধ্যক্ষ মদন চন্দ্ৰ গোস্বামী চাৰৰ কোঠাত প্ৰৱেশ কৰি এজন থুলন্তৰ ভদ্ৰলোকক অধ্যক্ষৰ সন্মুখৰ চকীত বহি থকা দেখিলোঁ। মোক দেখি ভদ্ৰলোকজনে অধ্যক্ষক সুধিলে, "এওঁ কোন?" অধ্যক্ষই মোক তেখেতৰ লগত পৰিচয় কৰাই দিলে। অধ্যক্ষৰ কোঠাৰপৰা ওলাই আহি "কমন ৰুম"ত বন্ধু ভূপেন গোস্বামীৰ পৰা ডাঃ হৰেকৃষ্ণ গোস্বামীৰ বিষয়ে সবিশেষ জানিলোঁ।

ইয়াৰ পাছত তেখেতক মাজে সময়ে ৰাস্তাত লগ পাইছিলোঁ। লগ পালেই তেখেতে স্কুলৰ খা-খবৰ কৰিছিল।

মই কেইবছৰমান ছোৱালী হাইস্কুলৰ পিছফালে থকা ৺মুকুট আলিৰ ঘৰত আছিলোঁ। এদিন হঠাৎ গৈ তেখেত মোৰ কোঠাত উপস্থিত। তেখেতক দেখি মই আচৰিত হলোঁ যদিও আথে-বেথে বহিবলৈ দি অহাৰ কাৰণ সুধিলোঁ। তেখেতে ক'লে, "মোৰ মাজু ল'ৰা প্ৰণব তোমাৰ ছাত্ৰ। সি তোমাৰ ওচৰলৈ আহিব। তুমি তাক অলপ চাই দিবা।" উত্তৰত মই ক'লো, "চাৰ, মই খেল সংগঠনত লাগি আছোঁ। তদুপৰি "ৰেফাৰী" হিচাপে বিভিন্ন প্ৰতিযোগিতাৰ খেল পৰিচালনা কৰিবলৈ যাওঁ। গতিকে মই তাক চাই দিয়াত অসুবিধা হ'ব।" তেখেত কিন্তু মান্তি নহ'ল। মোৰ সময় আৰু সুবিধা মতে সপ্তাহত দুদিনকৈ চাই দিলেও হ'ব বুলি ক'লে। তেখেতক উলাই কৰিব নোৱাৰি মই সন্মতি প্ৰদান কৰিলোঁ। প্ৰণবক সপ্তাহত দুদিনকৈ পঢ়ালোঁ। সি পৰীক্ষাত ভালেই কৰিলে। ডাঃ গোস্বামী চাৰ মোৰ ওপৰত বৰ সন্তুষ্ট হ'ল। মোৰ প্ৰতি তেখেতৰ মৰম আৰু আন্তৰিকা বাঢ়িল। ইয়াৰ কেইবছৰমান পাছতে (১৯৭৬ চন) মই "অসম লোক সেৱা আয়োগ"ৰ পৰীক্ষাত উত্তীৰ্ণ হৈ শিক্ষকতা এৰি অন্য চাকৰিত যোগদান কৰিলোঁ। নলবাৰী

এৰি যোৱাৰ সময়ত তেখেতক মাত লগাবলৈ গৈছিলোঁ। তেখেতে মোক সৎ বিষয়া হোৱাৰ বাবে আশীৰ্বাদ দিছিল। নলবাৰী এৰি যোৱাৰ ৭ বছৰ পাছত অৰ্থাৎ ১৯৮৩ চনৰ নবেম্বৰ মাহত মই নলবাৰী মহকুমা পৰিষদৰ সচিব হিচাপে পুনৰ নলবাৰীলৈ আহোঁ। সেই সময়ত মোৰ একমাত্ৰ ভাগিনজন কাৰ্বি আংলং জিলাৰ এখন হাইস্কুলত শিক্ষকতা কৰি আছিল। তেওঁৰ বি.টি. পঢ়াৰ বৰ মন। কিন্তু সেই সময়ত বি.টি.ত "চিট" পোৱাটো অলপ কঠিন আছিল। ভাগিনে চিঠিৰে মোক জনালে যে কাৰ্বি আংলং জিলাৰ শিক্ষা বিভাগৰ উচ্চ পদস্থ বিষয়াগৰাকী নলবাৰীৰ ডাঃ হৰেকৃষ্ণ গোস্বামীৰ আপোন মানুহ। যদি ডাঃ গোস্বামী চাৰে বিষয়া গৰাকীক এষাৰ কৈ দিয়ে তেনেদৰে তেওঁ বি.টি.ত "চিট" পাব পাৰে।

ভাগিনৰ চিঠিখন পঢ়ি মই অলপ চিন্তিত হলোঁ— ডাঃ গোস্বামী চাৰক অনুৰোধ কৰিম নে নকৰিম। কিন্তু তেখেতৰ লগত গঢ়ি উঠা আত্মীয়তাৰ কথা ভাবি মই তেখেতৰ ঘৰলৈ গলোঁ। তেখেত ঘৰত নাছিল। তেখেতৰ বৰ পুত্ৰ মোৰ বন্ধু ভুবন চন্দ্ৰ গোস্বামীক লগ পালোঁ। বন্ধুৱে যোৱাৰ কাৰণ সোধাত মই চাৰৰ লগত এটা কাম থকা বুলি কলোঁ। তেখেতে বহিবলৈ কোৱাতো মই নবহিলোঁ। পিছদিনা পুনৰ আহিম বুলি কৈ বিদায় হলোঁ।

পিছদিনাখন মই মোৰ কাৰ্য্যালয় নলবাৰী মহকুমা পৰিষদলৈ নিৰ্দিষ্ট সময়ত আহিলোঁ। দিনৰ প্ৰায় ১১ মান বজাত মই গাণনিক ৺দেৱীদাসৰ সৈতে কিবা এটা বিষয়ৰ ওপৰত আলচ কৰি আছিলোঁ। তেনে সময়তে ডাঃ গোস্বামী চাৰ মোৰ কাৰ্যালয় কোঠাত প্ৰৱেশ কৰিলে। মই আসনৰ পৰা থিয় হৈ তেখেতক নমস্কাৰ জনাই সন্মুখৰ চকীত বহিবলৈ অনুৰোধ কৰিলোঁ। চকীত বহিয়েই তেখেতে ক'লে, "তুমি বোলে কালি মোক বিচাৰি গৈছিলা?" উত্তৰত মই কলোঁ, "চাৰ, নিতান্ত ব্যক্তিগত কামত মই আপোনাক বিচাৰি গৈছিলোঁ। আপুনি আহিব নালাগিছিল। মই আজি আপোনাৰ ঘৰলৈ পুনৰ যাম বুলি ভুবনক কৈ আহিছিলোঁ।" চাৰে ক'লে, "একো নহয় দিয়া। মহকুমা পৰিষদলৈ বহুদিন অহাও নাই। তুমিও ইয়াত নতুন। চাই যাওঁ বুলি আহিলোঁ। এতিয়া কোৱা তুমি কিয় গৈছিলোঁ।" তেতিয়া মই ভাগিনজনে চিঠিত লিখা কথা খিনি তেখেতক বিবৰি কলোঁ। মোৰ কথাখিনি শুনাৰ পাছত তেখেতে ক'লে, "পিয়ন এজনক মাতি 'ইনল্যাণ্ড কাৰ্ড' এখন আনিবলৈ দিয়া।" মই পিয়ন এজনক 'ইনল্যাণ্ডকাৰ্ড' এখন আনিবলৈ দিলোঁ আৰু অন্য এজন পিয়নক চাহ আনিবলৈ দিলোঁ। আমি চাহ খাই থকা অৱস্থাতে 'ইনল্যাণ্ড কাৰ্ড' আহি পালে। চাহ খাই উঠি তেখেতে

ডিফুত থকা শিক্ষা বিভাগৰ উচ্চ পদস্থ বিষয়াজনলৈ চিঠিখন লিখি সেইখন ডাকত দি আহিবলৈ পিয়নজনক ক'লে। পিয়নজনে চিঠিখন ডাকত দিবলৈ গ'ল। তেখেতে মহকুমা পৰিষদৰ আঁচনি আদিৰ বিষয়ে কিছু কথা পাতি মোৰ পৰা বিদায় ল'লে। ময়ো আসনৰ পৰা উঠি কাৰ্য্যালয়ৰ গেটলৈকে তেখেতৰ লগে লগে আহি নমস্কাৰ এটা জনাই বিদায় দিলোঁ। বিদায় দিয়াৰ সময়ত তেখেতৰ সৰলতা আৰু মহানুভৱতাৰ ওচৰত মোৰ মূৰটো দো খাই গৈছিল। কিছু দিনৰ পিছত ভাগিনজনৰ পৰা পুনৰ এখন চিঠি পালোঁ—তেওঁ হেনো বি.টি.ত "চিট" পাইছে। খবৰটো কৃতজ্ঞতা সহকাৰে মই ডাঃ গোস্বামী চাৰক জনাইছিলোঁ। তেখেতে সন্তুষ্টিৰ হাঁহি এটা মাৰিছিল। পৰোপকাৰৰ এনেকুৱা নিদৰ্শন আজিৰ দিনত বিৰল।

জন্ম শতবাৰ্ষিকীৰ এই মাহেন্দ্ৰক্ষণত তেখেতৰ পুণ্যাত্মালৈ শ্ৰদ্ধাৰ্ঘ যাচিবলৈ পাই নিজকে ধন্য মানিছোঁ। গোস্বামীদেৱৰ আত্মাই চিৰশান্তি লাভ কৰক—এয়ে কামনা। ❑

---

*হৈছেইন অসম চৰকাৰৰ এগৰাকী অৱসৰপ্ৰাপ্ত উচ্চপদস্থ বিষয়া। শিক্ষানুৰাগী আৰু বিশিষ্ট ক্ৰীড়া সংগঠক।

# ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱক যিদৰে জানিছিলোঁ

ড° নৃপেন্দ্ৰ নাথ শৰ্মা

ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱ উপযুক্ত পিতৃৰ উপযুক্ত সন্তানেই নাছিল— তেখেত আছিল অসম মাতৃৰেই এগৰাকী যোগ্য পুত্ৰ। স্পষ্টবাদিতা, সৎ সাহস, একাগ্ৰতা, উদাৰতা আৰু সৰলতা—তেখেতৰ প্ৰধান চাৰিত্ৰিক বৈশিষ্ট্য আছিল। তদুপৰি, তেখেত আছিল মৰমিয়াল, নিৰহঙ্কাৰী, নিৰ্লোভী আৰু অতিথিপৰায়ণ। তেখেতে আন ব্যক্তিয়ে কিবা ভাল কাম কৰা দেখিলে মুক্ত কণ্ঠে প্ৰশংসা কৰিছিল আৰু ভৱিষ্যতে তাতকৈ বেছি ভাল হ'বৰ বাবে অনুপ্ৰেৰণা যোগাইছিল। তেখেতে সৰু-ডাঙৰ বা ডেকা-বুঢ়া সকলো স্তৰৰ লোককে সমদৃষ্টিৰে চাইছিল। সকলোৰে লগত কথা-বতৰা পাতি মিলি যাবও পাৰিছিল। উপযুক্ত গুণী লোকক তেখেতে সমাদৰ কৰিছিল। এই ক্ষেত্ৰত তেখেতৰ মনত কোনো ভেদ ভাৱ নাছিল। "গুণাঃ পূজাস্থানং গুণিষু ন চ লিঙ্গং ন চ বয়ঃ" এই কথা তেখেতে ভালদৰে উপলব্ধি কৰিব পাৰিছিল। তেখেতৰ সাজ-পাৰ আছিল সাধাৰণ অথচ চকুত লগা বিধৰ। পিন্ধনত আছিল খদ্দৰৰ ধুতি আৰু চোলা, খোজ-কাটল আছিল গহীন-গম্ভীৰ। বাটে-পথে দেখিলেই মানুহজনৰ প্ৰতি ভক্তি ভাব আহিছিল। পেচাত এজন সুচিকিৎসক হিচাপে পৰিগণিত হৈছিল যদিও সামাজিক কাম-কাজ বা সাহিত্য-সংস্কৃতিমূলক কামৰ ওপৰত তেখেতে বেছি গুৰুত্ব দিছিল। ডাঃ গোস্বামীদেৱ আছিল এজন নিঃস্বাৰ্থ সমাজকৰ্মী। ব্যক্তিগত চিন্তাতকৈ সামাজিক কথা বেছিকৈ চিন্তা কৰিছিল। 'বহুজন হিতায় বহুজন সুখায়' এনেকুৱা কামত আত্মনিয়োগ কৰি অপাৰ আনন্দ লাভ কৰিছিল। ১৯৪৫ চনত স্থাপিত হোৱা নলবাৰী কলেজৰ ইতিহাসত ডাঃ গোস্বামীদেৱৰ নাম সোণালী আখৰেৰে লিখা থাকিব। নলবাৰী পৌৰসভা, নলবাৰী সাহিত্য সমাজ, নলবাৰী নাট্য মন্দিৰ, দেৱীৰাম পাঠশালা হাইস্কুল, হৰি মন্দিৰ, নলবাৰী ছোৱালী হাইস্কুল, সংস্কৃত কলেজ, কামৰূপ সঞ্জীৱনী সভা আদিৰ বিভিন্ন বিষয়বাবত

তেখেত জড়িত আছিল। নলবাৰীত অনুষ্ঠিত অসম সাহিত্য সভাৰ অভ্যৰ্থনা সমিতিৰো তেখেত আছিল যুটীয়া সম্পাদক।

স্কুলীয়া জীৱনতেই ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ লগত মোৰ চিনা-পৰিচয় হৈছিল। ১৯৫৯ চনৰ ফেব্ৰুৱাৰী মাহত নলবাৰী গৰ্ডন উচ্চ মাধ্যমিক বিদ্যালয়ত সপ্তম শ্ৰেণীত নাম ভৰ্তি কৰিছিলো। তাৰ পাছত, উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ উন্নীত হোৱাত ১৯৬৪ চনলৈকে অৰ্থাৎ উচ্চতৰ মাধ্যমিক চূড়ান্ত পৰীক্ষা দিয়ালৈকে উক্ত ঐতিহ্যমণ্ডিত বিদ্যালয়ৰ ছাত্ৰ হিচাপে আছিলো। ডাঃ গোস্বামীদেৱ সেই অনুষ্ঠানৰ পৰিচালনা সমিতিৰ এজন সক্ৰিয় সদস্য আছিল। সেয়েহে, তেখেতে মাজে-সময়ে প্ৰায়েই স্কুললৈ আহি থকা দেখিছিলো। তদুপৰি সৰস্বতী পূজা, বিদ্যালয় সপ্তাহ আদিত তেখেতক লগ পোৱাৰ সৌভাগ্য ঘটিছিল। সভাৰ শেষত বা সৰস্বতী পূজাৰ দিনাখন আবেলি আমি কেইজনমান ছাত্ৰ অভ্যৰ্থনাৰ দায়িত্বত থকাৰ সময়ত ডাঃ গোস্বামীদেৱে আমাৰ লগত কথা-বতৰা পাতি "চা-চিনাকি হৈছিল। তেতিয়াই আমি তেখেতৰ সহজ-সৰল ব্যক্তিত্বৰ আভাস পাইছিলোঁ। পৰৱৰ্তী ছাত্ৰ জীৱনত, নলবাৰী কলেজত পঢ়ি থকা কালতো তেখেতক কেতিয়াবা লগ পাইছিলো। তাৰ পাছত ১৯৭১ চনৰ এপ্ৰিল মাহত নলবাৰী সংস্কৃত কলেজৰ অধ্যাপক হিচাপে যোগদান কৰো। তেতিয়াৰ পৰাই তেখেতৰ মোৰ লগত সম্পৰ্ক গাঢ় হৈ উঠে। কাৰণ, তেখেত সংস্কৃত কলেজৰ পৰিচালনা সমিতিৰ এজন সক্ৰিয় সদস্য আছিল। তেখেতৰ মুখৰ পৰা শুনিছিলো যে তেখেত হেনো সেই কলেজত একেৰাহে সুদীৰ্ঘ তেৰ বছৰ কাল পৰিচালনা সমিতিৰ সম্পাদকৰূপে দায়িত্ব বহন কৰি আছিল। উক্ত সময়ছোৱাৰ ভিতৰতে কলেজ ভৱন, কলেজৰ ছাত্ৰাবাস, পকী দেৱাল আৰু তোৰণ আদি তেখেতৰ প্ৰচেষ্টাৰ ফলত নিৰ্মিত হৈ উঠিছিল। নলবাৰী সংস্কৃত কলেজ তেখেতৰ প্ৰাণস্বৰূপ আছিল। সেই কলেজৰ অন্যায় বা কিবা ক্ষতি হোৱা তেখেতে কেতিয়াও সহ্য কৰিব নোৱাৰিছিল। এই ক্ষেত্ৰত সংস্কৃত কলেজৰ পুথিভঁৰালৰ কথালৈ আঙুলিয়াব পাৰি। আমি উক্ত কলেজত যোগদান কৰাৰ সময়ত অধ্যক্ষ আছিল বিদগ্ধ সংস্কৃত পণ্ডিত আচাৰ্য মনোৰঞ্জন শাস্ত্ৰীদেৱ। কলেজত মূল্যবান পুথিৰে ভৰা এটি পুথিভঁৰাল আছিল আৰু এতিয়াও আছে। কিন্তু উপযুক্ত তত্ত্বাৱধায়কৰ অভাৱত পুথিভঁৰালৰ পৰা কেইবাখনো মূল্যবান পুথি নাইকিয়া হৈছিল। তেতিয়া ডাঃ গোস্বামীদেৱে পৰিচালনা সমিতিৰ আন সদস্যসকলৰ লগত আলোচনা কৰি আমাৰ ওপৰত সেই দায়িত্ব অৰ্পণ কৰিবলৈ সিদ্ধান্ত লৈছিল। আমিও সেই দায়িত্ব ১৯৮৮ চনলৈ বহন কৰি আছিলোঁ। পাছত ১৯৮২

চনৰ ১১ জুলাইৰ পৰা অধ্যক্ষৰ দায়িত্বও বহন কৰিবলগীয়া হোৱা বাবে পুথিভঁৰালৰ তত্ত্বাৱধায়কৰ দায়িত্ব পৰিচালনা সমিতিয়ে আন অধ্যাপকৰ ওপৰত অৰ্পণ কৰে। ১৯৭২-৭৩ চনত কলেজত অধ্যক্ষৰ নিয়োগক লৈ গোলমালৰ সৃষ্টি হৈছিল। আনকি কলেজ বন্ধ হৈ যোৱাৰো উপক্ৰম হৈছিল। সেই সময়ত ডাঃ গোস্বামীদেৱে কলেজলৈ সুস্থ পৰিবেশ ঘূৰাই অনাৰ বাবে প্ৰচেষ্টা চলাইছিল। কিন্তু কৃতকাৰ্য হ'ব নোৱাৰিলে। অৱশেষত চহৰৰ কেইগৰাকীমান বিশিষ্ট লোকৰ প্ৰচেষ্টাত কলেজলৈ পুনৰ শান্তি ঘূৰি আহে। সেইসকলৰ ভিতৰত ৺ত্ৰৈলোক্যনাথ গোস্বামী, শশিভূষণ চৌধুৰী, অধ্যাপক শশী শৰ্মা, প্ৰমোদ চন্দ্ৰ চক্ৰৱৰ্তী আদি লোকৰ নাম উল্লেখযোগ্য। ১৯৮১ চনৰ জানুৱাৰী মাহৰ পৰা ১৯৮৬ চনৰ জানুৱাৰী মাহলৈকে ডাঃ গোস্বামীদেৱক চৰকাৰে পৰিচালনা সমিতিৰ সভাপতি হিচাপে নিৰ্বাচিত কৰি দিছিল। তেখেতৰ দৰে সভাপতি এজনক পাই নিজকে সৌভাগ্যবান বুলি ভাবিছিলোঁ। তেতিয়াৰ পৰাই তেখেতে সপ্তাহত ২/৩ বাৰকৈ কলেজ বা কলেজৰ কামত থকা মোৰ অৰ্থাৎ অধ্যক্ষৰ বাসভৱনলৈ আহিয়েই আছিল। আহিয়েই আমাক লগত লৈ কলেজ আৰু ছাত্ৰাবাসৰ ছাত্ৰসকলৰ অভাৱ-অভিযোগ আদি কিবা আছে নেকি তাৰ খা-খবৰ লৈছিল। কলেজৰ লগতে ৺প্ৰতাপ চন্দ্ৰ গোস্বামী, ৺শৰৎ চন্দ্ৰ গোস্বামী আদি কেইগৰাকীমান সংস্কৃতপ্ৰেমী লোকৰ প্ৰচেষ্টাত ১৯১৩ চনতে নলবাৰী চহৰত গঢ়ি উঠা কামৰূপ সংস্কৃত সঞ্জীৱনী সভাৰ কাৰ্যালয় আৰু পুথিভঁৰালটোও আছিল। বৰ্তমানো তাতেই আছে। উক্ত অনুষ্ঠানত আমি ১৯৭১ চনৰ ডিছেম্বৰ মাহৰ পৰা ১৯৯৫ চনৰ ১০ ছেপ্টেম্বৰলৈকে কাৰ্যকৰী সমিতিৰ সম্পাদকৰ দায়িত্বত আছিলোঁ। কামৰূপ সংস্কৃত সঞ্জীৱনী সভাৰ পৰিচালনা সমিতিৰো ডাঃ গোস্বামীদেৱ এজন সক্ৰিয় সদস্য আছিল। তেখেতে আমাক সভাৰ উন্নতিৰ অৰ্থে নানা ধৰণৰ সজ পৰামৰ্শ আগবঢ়াইছিল। সেই সভাত ১৪০০ হাতে লিখা (সাঁচিপাত আৰু তুলাপাতত লিখা) পুথিৰ লগতে ইংৰাজী, হিন্দী, অসমীয়া আৰু বঙালী ভাষাত লিখা বহুতো মূল্যবান পুথি থকা ন-টি পুথিভঁৰাল আছিল। এতিয়াও আছে। সেই পুথিভঁৰালৰ বাবে সামান্য দৰমহাতে এজন গ্ৰন্থাগাৰিকক নিয়োগ কৰা হৈছিল। কিন্তু, দৰমহা খুউব কম বাবে স্থায়ীভাৱে কোনো এজন গ্ৰন্থাগাৰিকেই কাম কৰা নাছিল। ফলত, প্ৰায়েই গ্ৰন্থাগাৰিকসকল সালসলনি হৈ আছিল। সেয়েহে উক্ত পুথিভঁৰালৰ পৰাও বহুতো হাতে লিখা আৰু ছপাপুথি নোহোৱা হৈছিল। ডাঃ গোস্বামীদেৱে কথাটো গভীৰভাৱে চিন্তা কৰি ১৯৮৯ চনৰ পৰা আন সদস্যসকলৰ লগত আলোচনা কৰি বিজ্ঞাপন আৰু পৰিচালনা সমিতিৰ জৰিয়তে আন গ্ৰন্থাগাৰিকক নিয়োগ কৰে।

আগতেই উল্লেখ কৰি অহা হৈছে যে ডাঃ গোস্বামীদেৱ এজন উদাৰ প্ৰকৃতিৰ লোক আছিল। সেইবাবে তেখেত সকলোৰে প্ৰিয়ভাজন হ'বলৈ সক্ষম হৈছিল। তেখেতৰ সান্নিধ্য যিয়ে এবাৰ লাভ কৰিব পাৰিছিল, তেওঁ কেতিয়াও পাছত তেখেতৰ ওচৰলৈ নোযোৱাকৈ থাকিব নোৱাৰিছিল। তেখেতৰ মনত আপোন-পৰ ভাব নাছিল। আকৌ, কি বুঢ়া, কি ডেকা, কি ল'ৰা, কি তিৰোতা—সকলোৱে তেখেতৰ পৰা সমান ব্যৱহাৰ পাইছিল। তেখেতৰ মনত থেলাৱালা, ৰিক্সাবালা, দিন হাজিৰা কৰা শ্ৰমিক বা উচ্চ চৰকাৰী বিষয়া—সকলোৱে সমান আছিল। ৰাজনীতি বা জাতিভেদৰ ক্ষেত্ৰতো তেখেতে উদাৰ মনৰ পৰিচয় দাঙি ধৰিছিল। হিন্দু-মুছলমান বুলি তেখেতৰ মনত কোনো ভেদাভেদ নাছিল। তদুপৰি, ডাঃ গোস্বামীদেৱ সম্পূৰ্ণভাৱে এজন গান্ধীবাদী কংগ্ৰেছী আছিল যদিও আন ৰাজনৈতিক দলৰ লোকৰ প্ৰতি কেতিয়াও বিদ্বেষ ভাব পোষণ কৰা নাছিল। উদাহৰণ স্বৰূপে, মাৰ্ক্সবাদী কমিউনিষ্ট দলৰ নেতা শ্ৰীযুত নৰেন দত্ত আৰু অধ্যাপক, বিশিষ্ট সাহিত্যিক, সমালোচক শ্ৰীশশী শৰ্মা প্ৰভৃতি বিজ্ঞ লোকসকলৰ প্ৰতি থকা তেখেতৰ মৰম আৰু ভালপোৱাই সেই কথাৰ প্ৰমাণ কৰে। আনৰ উপকাৰ কৰি তেখেতে মনত খুউব আনন্দ পাইছিল। 'পৰোপকাৰায় সতাং হি জীৱনম্'—এই কথাষাৰৰ ওপৰত তেখেতে সদায় গুৰুত্ব দিছিল। তেখেতৰ চৰিত্ৰৰ আন এটি উল্লেখযোগ্য দিশ হ'ল এই যে তেখেতে পঢ়া-শুনা, লিখা-মেলা কৰাৰ বাবে সকলোকে উৎসাহ তথা অনুপ্ৰেৰণা যোগাই আহিছিল। সংস্কৃত কলেজত যোগদান কৰাৰ পাছতেই তেখেতে আমাক কলেজ আৰু সঞ্জীৱনী সভাৰ পুথিবোৰ পঢ়ি গৱেষণা কৰাৰ বাবে সদায় উৎসাহ যোগাই আহিছিল। তাৰ ফলস্বৰূপেই আমি গৱেষণাৰ কামত লাগি গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা 'Asvaghosa's Buddhacarita : A Study' নামেৰে গৱেষণামূলক গ্ৰন্থ ৰচনা কৰি ডক্টৰেট (পি.এইচ.ডি) ডিগ্ৰী লাভ কৰিবলৈ সমৰ্থ হৈছোঁ আৰু সেয়েহে ইতিমধ্যে প্ৰকাশ হৈ ওলোৱা উক্ত গ্ৰন্থখনত কৃতজ্ঞতাৰ চিন স্বৰূপে ডাঃ গোস্বামীদেৱৰ নাম শ্ৰদ্ধাৰে উল্লেখ কৰিছোঁ।

ডাঃ গোস্বামীদেৱ আজি আমাৰ মাজত নাই। কিন্তু, তেখেতে গঢ়ি তোলা অনুষ্ঠানবোৰৰ মাজত তেখেত সদায় সজীৱ হৈ থাকিব। উত্তৰ পুৰুষসকলৰ বাবে ডাঃ গোস্বামীদেৱ প্ৰেৰণা আৰু আদৰ্শৰ উৎস হৈ ৰওঁক, ইয়াকে কামনা কৰিলোঁ। ❑

---

ড° শৰ্মা নলবাৰী সংস্কৃত কলেজৰ প্ৰাক্তন অধ্যক্ষ। লেখক।

# ডাঃ হৰেকৃষ্ণ গোস্বামীৰ সান্নিধ্য সুঁৱৰি

**ৰমানাথ বৰুৱা**

সময় পাখি লগা কাঁড়ৰ দৰে গতিশীল। ই কাৰো বাবে ৰৈ নাথাকে। মাথোন ৰৈ যায় স্মৃতি। অতীত স্মৃতি সুঁৱৰি আমাৰ শ্ৰদ্ধাৰ্হ ব্যক্তি ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ বিষয়ে দুআষাৰ লিখিবলৈ ওলাইছোঁ। তেখেত আছিল একাধাৰে স্বাধীনতা সংগ্ৰামী, ৰাজনৈতিক নেতা, সমাজকৰ্মী, সুসংগঠক, সুচিকিৎসক আৰু লিখক। তেখেতক নজনা মানুহ নলবাৰীত কিয়, অসমতে নাই বুলি ক'লে অত্যুক্তি কৰা নহয়। এনে এগৰাকী খ্যাতনামা ব্যক্তিৰ বিষয়ে লিখিবলৈ কলম হাতত লৈ ভাবিছোঁ—ক'ৰপৰা কেনেকৈ আৰম্ভ কৰোঁ আৰু শেষেইবা কৰিম ক'ত!

"বহুজন হিতায়, বহুজন সুখায়চ"—চিন্তাধাৰাৰে কৰ্ম জীৱনত প্ৰবৃত্ত লোকসকলৰ অন্যতম ডাঃ গোস্বামী। তেখেতৰ প্ৰাথমিক শিক্ষাৰ শুভাৰম্ভ হৈছিল খুদিয়া সত্ৰৰ গাতে লাগি থকা কটলাবৰকুছি প্ৰাথমিক বিদ্যালয়ত। উক্ত বিদ্যালয়খনতে তেখেতে খ্যাতনামা শিক্ষাগুৰু ৺ৰবিচন্দ্ৰ দাস আৰু ৺জয়কান্ত গোস্বামীৰ তত্ত্বাৱধানত শিক্ষা লাভ কৰিছিল। প্ৰাথমিক শিক্ষা সাং কৰি তেখেতে নলবাৰী গৰ্ডন হাইস্কুলত ভৰ্তি হৈছিল। ইয়াতে তেখেতে কেইবাগৰাকী স্বনামধন্য শিক্ষাগুৰুৰ সান্নিধ্য লাভ কৰিবলৈ সুবিধা পাইছিল। প্ৰধান শিক্ষক আছিল প্ৰখ্যাত শিল্পী, অভিনেতা, শিক্ষাব্ৰতী ইন্দ্ৰেশ্বৰ বৰঠাকুৰ। ১৯২৯ চনত ডাঃ গোস্বামীয়ে প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয় আৰু গুৱাহাটী কটন কলেজত নাম ভৰ্তি কৰে। এই কালছোৱাত তেখেতে জাতিৰ জনক মহাত্মা গান্ধীৰ নেতৃত্বত গঢ়ি উঠা ভাৰতৰ স্বাধীনতা আন্দোলনৰ বিভিন্ন কাৰ্যসূচীত সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰে। কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, দেশভক্ত তৰুণৰাম ফুকন, অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী প্ৰমুখ্যে ভালেমান নেতৃস্থানীয় নেতাৰ সান্নিধ্য লাভ কৰিবলৈ তেখেত সমৰ্থ হয়। কটনৰ পৰা আই.এ পাছ কৰি কলিকতালৈ ডাক্তৰী পঢ়িবলৈ যায়। এই কালছোৱাতে তেখেতে কংগ্ৰেছৰ সৰ্বভাৰতীয় নেতাসকলক ওচৰৰ পৰা দেখা আৰু বক্তৃতা শুনাৰ সৌভাগ্য ঘটে। নেতাসকলৰ দেশসেৱা আৰু আত্মত্যাগৰ মহিমামণ্ডিত আদৰ্শৰ দ্বাৰা তেখেত উদ্বুদ্ধ আৰু অনুপ্ৰাণিত

হয়। সেয়ে তেখেতে সগৌৰৱে উল্লেখ কৰিছে যে তেখেতৰ কৰ্মময় জীৱন কলিকতীয়া ছাত্ৰ জীৱনৰ প্ৰতিফলন মাথোন। সেই সময়ত কলিকতাৰ পৰা প্ৰকাশিত 'আবাহন' নামৰ আলোচনীখনৰ সম্পাদনাৰ দায়িত্বত আছিল সুসাহিত্যিক দীননাথ শৰ্মা। উক্ত আলোচনীখনত ডাঃ গোস্বামীয়ে নিয়মিতভাৱে লেখা-মেলা কৰিছিল। প্ৰাক্তন মুখ্য ন্যায়াধীশ হলিৰাম ডেকা তেতিয়া কলিকতা উচ্চ ন্যায়ালয়ত অধিবক্তা হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। আন আন বহুতৰ দৰে ডাঃ গোস্বামীৰো মাননীয় ডেকাৰ লগত ঘনিষ্ঠতা গঢ়ি উঠিছিল।

ডাঃ গোস্বামী ১৯৩৬ চনত মেডিকেল স্কুলৰ শেষান্ত পৰীক্ষাত উত্তীৰ্ণ হয়। তেখেত নলবাৰীলৈ উভতি আহি পঞ্জীভুক্ত ডাক্তৰৰ তালিকাভুক্ত হয় আৰু চিকিৎসা সেৱাত আত্মনিয়োগ কৰে। তেতিয়া লোকেল ব'ৰ্ডৰ অধীনত চাকৰি লাভ কৰা সহজসাধ্য আছিল যদিও জ্যেষ্ঠ ভ্ৰাতৃদ্বয় ৺জগৎকৃষ্ণ গোস্বামী আৰু ৺গোবিন্দকৃষ্ণ গোস্বামীৰ উপদেশ সাৰোগত কৰি চাকৰিমুখী নহৈ স্বাধীনভাৱে চিকিৎসা সেৱাত তেখেত ব্ৰতী হ'ল। ফলস্বৰূপে তেখেতে সমাজ সেৱা কাৰ্যত আত্মনিয়োগ কৰাৰ সুযোগ মিলিল। অনুসন্ধান কৰিলে দেখা যায় যে নলবাৰীত এনে এটি সামাজিক অনুষ্ঠান নাই—য'ত ডাঃ গোস্বামী জড়িত নাছিল। তেখেত 'বতাহগিলা মৌজা ৰায়ত সভা'ৰ প্ৰতিষ্ঠাপক সম্পাদক হিচাপে জীৱনত সৰ্বপ্ৰথম সামাজিক কৰ্মত আত্মনিয়োগ কৰে। লাহে লাহে তেখেতৰ কৰ্মক্ষেত্ৰৰ পৰিসৰ বৃদ্ধি পায় আৰু নলবাৰী পৌৰ এলেকাত সক্ৰিয় হৈ পৰে। ১৯৩৮ চনৰ পৰা ১৯৫৫ চনলৈ তেখেত নলবাৰী পৌৰসভাৰ সদস্য হিচাপে সেবা আগবঢ়াইছিল। এই কালছোৱাত তেখেতে একাধিকবাৰ পৌৰপতিৰ আসন অলংকৃত কৰিছিল আৰু নলবাৰীবাসীৰ প্ৰিয়ভাজন আৰু আস্থাভাজন হৈছিল। তেখেতৰ কাৰ্যকালত এবাৰ অসমৰ তেতিয়াৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধি প্ৰমুখ্যে বিভিন্ন ৰাজনৈতিক নেতাই কাৰ্যালয়ত পদাৰ্পণ কৰি তেখেতৰ কৰ্ম পদ্ধতিৰ ভূয়সী প্ৰশংসা কৰিছিল।

১৯৪৫ চনত নলবাৰী কলেজ স্থাপিত হয়। অনুষ্ঠানটি প্ৰতিষ্ঠাৰ ক্ষেত্ৰত বিভিন্নজনৰ ত্যাগ আৰু পৰিশ্ৰম জড়িত হৈ আছে। এনে ব্যক্তিসকলৰ অন্যতম ডাঃ গোস্বামী। ১৯৬৫ চনত নলবাৰী চহৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ বাৰ্ষিক অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ অন্যতম যুটীয়া সম্পাদক আছিল ডাঃ গোস্বামী। সকলো কামৰে দায়িত্বভাৰ নিষ্ঠাৰে পালন কৰি গোস্বামীদেৱ প্ৰশংসাৰ পাত্ৰ হৈছিল।

১৯৫৫ চনত আমি নলবাৰী কলেজৰ ছাত্ৰ। তেতিয়া শিক্ষাৰ্থীৰ সংখ্যা

আছিল সীমিত। ছাত্ৰী নাছিল বুলি ক'লেই হয়। অধ্যাপকৰ সংখ্যা আছিল তাকৰ। অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামী আৰু উপাধ্যক্ষ প্ৰভাত চন্দ্ৰ গোস্বামী আছিল আটাইৰে পূজ্য ব্যক্তি। প্ৰতিগৰাকী শিক্ষা গুৰুৰ লগত শিক্ষাৰ্থীসকলৰ ঘনিষ্ঠ সম্পৰ্ক গঢ়ি উঠিছিল। শিক্ষাৰ্থীসকল বেলেগ বেলেগ ৰাজনৈতিক দলৰ সদস্য অথবা সমৰ্থক আছিল যদিও পৰস্পৰৰ মাজত আছিল সহৃদয়তা আৰু আত্মীয়তা। সেয়ে কলেজৰ শৈক্ষিক বাতাবৰণ আছিল সুস্থ। কলেজ গভৰ্নিং ব'ডিখন গঠিত আৰু পৰিচালিত হৈছিল বিশিষ্ট সমাজকৰ্মী আৰু ব্যক্তিসম্পন্ন ব্যক্তিসকলৰ দ্বাৰা—যিসকলৰ ত্যাগ আৰু পৰিশ্ৰমৰ বিনিময়ত অনুষ্ঠানটি গঢ়ি উঠিছিল। তেখেতসকল আছিল বৰ মৰমিয়াল আৰু সহানুভূতিশীল। সেইসকল নমস্য ব্যক্তিৰ অন্যতম আছিল ডাঃ গোস্বামী—যিজনাৰ সৰলতাই যিকোনো লোককে সহজে আকৰ্ষিত কৰিব পাৰিছিল। আমিও তেখেতৰ প্ৰতি বাৰুকৈ আকৰ্ষিত হৈছিলো আৰু সময়ত ব্যক্তিগত সম্পৰ্ক গঢ়ি তুলিছিলো। নলবাৰী নাট্য মন্দিৰৰো তেখেত সম্পাদক আৰু সভাপতি আছিল।

১৯৫০ চনত সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱাই প্ৰতিষ্ঠা কৰে দেবীৰাম পাঠশালা (হাইস্কুল)। বিদ্যালয়খনৰ পৰিচালনা সমিতিৰ সভাপতিৰ পদত অধিষ্ঠিত হয় লোকসেৱক প্ৰভাত নাৰায়ণ চৌধুৰী। ডাঃ গোস্বামী বিদ্যালয়ৰ প্ৰতিষ্ঠা দিন ধৰি একেৰাহে ৩৭ বছৰ কাল পৰিচালনা সমিতিৰ সদস্য হিচাপে কাৰ্যনিৰ্বাহ কৰে। ১৯৫৯ চনত বি.এ. পৰীক্ষাত অৱতীৰ্ণ হৈয়ে আমি দেবীৰাম পাঠশালা (হাইস্কুল)ত সহকাৰী শিক্ষক হিচাপে যোগদান কৰোঁ। তেতিয়া ডাঃ গোস্বামী পৰিচালনা সমিতিৰ অন্যতম সক্ৰিয় সদস্য। পুণ্যশ্লোক দত্তবৰুৱা স্বৰ্গগামী হোৱাৰ পিছত তেখেত বিদ্যালয়খনৰ অপৰিহাৰ্য অঙ্গ হৈ পৰে। যিকোনো সমস্যাই দেখা দিলে তেখেতে আগবাঢ়ি আহি সমাধানৰ উপায় উলিয়ায়। বিদ্যালয়ত অনুষ্ঠিত সভা-সমিতি, খেলা-ধূলা, সৰস্বতী পূজা প্ৰভৃতি বিভিন্ন অনুষ্ঠানত যোগদান কৰি ছাত্ৰ-শিক্ষক আটাইৰে আপোন হৈ পৰিছিল। আমি আটায়ে তেখেতক যথাযোগ্য সম্মান আৰু ভক্তি প্ৰদৰ্শন কৰিছিলোঁ। তেখেতে অসমীয়া আৰু ইংৰাজী উভয় ভাষাতে সলসলীয়াকৈ ভাষণ প্ৰদান কৰিছিল। ইংৰাজী ভাষাত বক্তৃতা প্ৰদান কৰিবলৈ শ্ৰোতাই অনুৰোধ জনালে তেখেত আনন্দত অভিভূত হোৱা দেখা গৈছিল। বক্তৃতা প্ৰদান কৰাৰ সময়ত তেখেতে প্ৰতিগৰাকী শ্ৰোতাৰ প্ৰতি লক্ষ্য ৰাখিছিল আৰু আৱশ্যকবোধে শ্ৰোতাসকলৰ মাজত প্ৰশ্নৰ অৱতাৰণা কৰিছিল। দেবীৰাম পাঠশালাৰ শিক্ষক আৰু পৰিচালনা সমিতিৰ সদস্যসকল সময়ে সময়ে মিলিত হৈ ভোজমেলৰ

আয়োজন কৰিছিল। তেখেতে অতি আগ্ৰহেৰে তেনে অনুষ্ঠানত যোগদান কৰি অনুষ্ঠানৰ সৌষ্ঠৱ আৰু সজীৱতা বৃদ্ধি কৰিছিল আৰু আটায়ে এক পৰিয়ালৰ সদস্য ভাবত অভিভূত হৈ পৰিছিল। আমি কনিষ্ঠসকলে জ্যেষ্ঠসকলৰ সঙ্গ লাভ কৰি গৌৰৱবোধ কৰিছিলো।

অবিভক্ত কামৰূপ জিলা সংমণ্ডলৰ পৰিদৰ্শক দণ্ডেশ্বৰ গগৈদেৱ এবাৰ দেৱীৰাম পাঠশালা (হাইস্কুল) পৰিদৰ্শন কৰিবলৈ আহি এখন নৈশ বিদ্যালয় স্থাপনৰ পৰামৰ্শ আগবঢ়ায়। তেখেতৰ পৰামৰ্শ অনুসৰি তেতিয়াৰ বিদ্যালয়-প্ৰধান শ্ৰীশশিভূষণ চৌধুৰীৰ নেতৃত্বত 'Evening Coaching Class' নামেৰে এখন নৈশ বিদ্যালয় স্থাপিত হৈছিল। অনুষ্ঠানটি নিয়াৰিকৈ পৰিচালনা কৰিবলৈ এক ক্ষুদ্ৰ পৰিচালনা সমিতি গঠিত হৈছিল। ডাঃ গোস্বামীয়ে উক্ত কমিটিৰ সভাপতিৰ পদ অলংকৃত কৰিছিল। আমি সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰিবলগীয়া হৈছিল। ফলস্বৰূপে আমাৰ মাজত ঘনিষ্ঠতা বৃদ্ধি পাইছিল আৰু তেতিয়া তেখেতৰ পৰা সততে লাভ কৰিছিলো সজ পৰামৰ্শ।

কুৰি শতিকাৰ যাঠিৰ দশকৰ আৰম্ভণি। তেতিয়াও নলবাৰী মহকুমা হিচাপত স্বীকৃতি লাভ কৰা নাই। ক্ৰীড়াৰ লগত বিশেষভাৱে জড়িত ব্যক্তিসকল সমবেত হৈ 'নলবাৰী ক্ৰীড়া সন্থা' নামেৰে এটি অনুষ্ঠান গঢ়ি তুলিলে। তেতিয়াৰ গৰ্ডন হাইস্কুলৰ বিদ্যালয় প্ৰধান মদন চন্দ্ৰ গোস্বামীক সভাপতি হিচাপে লৈ এটি কমিটি গঠিত হ'ল। আমাৰ ওপৰত দায়িত অৰ্পিত হ'ল—যুটীয়া সম্পাদকৰ। সৰ্ব প্ৰথমতে 'ভেলুৰাম মেমোৰিয়েল ফুটবল লীগ প্ৰতিযোগিতা' আৰু পিছলৈ 'সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱা ট্ৰফী ফুটবল প্ৰতিযোগিতা' ক্ৰীড়া সন্থাৰ দ্বাৰা পৰিচালিত হৈছিল। প্ৰতিযোগিতাৰ ফাইনেল খেলত ডাঃ গোস্বামীয়ে একাধিকবাৰ বিশিষ্ট অতিথি হিচাপে যোগদান কৰি অনুষ্ঠানৰ সৌষ্ঠৱ বৃদ্ধি কৰিছিল তথা খেলৰ প্ৰয়োজনীয়তা আৰু খেলুৱৈৰ সামাজিক দায়িত্ব পালনৰ ওপৰত আলোকপাত কৰি বক্তৃতা প্ৰদান কৰিছিল। এইদৰে তেখেতৰ লগত গঢ়ি উঠা সান্নিধ্যৰ কথা মনত পৰিলে আজিও অতীত স্মৃতিয়ে মন তোলপাৰ লগায়।

লাহে লাহে আমাৰ মাজৰ ব্যক্তিগত সম্পৰ্ক পৰিয়ালকেন্দ্ৰিক হৈ পৰিল। তেখেতৰ সুযোগ্যা পত্নী শ্ৰীযুতা বাসন্তী গোস্বামীয়ে পুত্ৰবৎ মৰম-স্নেহ কৰিবলৈ ল'লে—যি আজিও বৰ্তি আছে। তেখেতৰ বৰপুত্ৰ শ্ৰীভুবন চন্দ্ৰ গোস্বামী আমাৰ সহকৰ্মী হোৱাৰ উপৰিও কনিষ্ঠ পুত্ৰ শ্ৰীমান অনিল গোস্বামী আৰু নাতি দুগৰাকী শ্ৰীমান অখিল আৰু তপন আছিল আমাৰ মৰমৰ ছাত্ৰ। তেখেতৰ বৰজনা বোৱাৰী শ্ৰীমতী ইন্দিৰা গোস্বামী আমাৰ ভগ্নীস্বৰূপা। ইয়াৰ উপৰিও মোৰ

সহধৰ্মিনী তেখেতৰ পৰম বন্ধু শিক্ষাসেৱক মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ কন্যা হোৱা বাবে পৰিয়াল দুটিৰ মাজৰ সম্পৰ্ক অধিক মধুৰ আৰু আপোন হৈ পৰিল। সেয়ে আমাৰ আপদ-বিপদৰ সময়ত তেখেত সদায় ত্ৰাণকৰ্তাৰ ৰূপত দেখা দিছিল, আৰু সজ পৰামৰ্শ প্ৰদান কৰি সমস্যা সমাধানৰ পথ দেখুৱাই দিছিল। আমাৰ মাজত গঢ়ি উঠা প্ৰকৃত সম্পৰ্কৰ কথা প্ৰকাশ নাপাব যদিহে তেখেতে প্ৰদান কৰা উপদেশসমূহৰ এটি উদাহৰণ ইয়াত সন্নিবিষ্ট কৰা নাযায়। ১৯৭৭ চনৰ অক্টোবৰ মাহত অসমৰ ঘাটি-মঞ্জুৰীপ্ৰাপ্ত উচ্চ মাধ্যমিক বিদ্যালয়সমূহ প্ৰাদেশিকীকৰণ হোৱাৰ পিছত শিক্ষকসকলৰ চাকৰিৰ কাৰ্যকাল ৫৮ বছৰত নিৰ্ধাৰিত হ'ল। ১৯৭৮ চনত দেৱীৰাম পাঠশালা (হাইস্কুল)ৰ তেতিয়াৰ প্ৰধান শিক্ষক শ্ৰীশশিভূষণ চৌধুৰীদেৱে 'পেঞ্চন আইন' মানি লৈ ৫৮ বছৰ বয়সত অৱসৰ গ্ৰহণৰ চিন্তা-চৰ্চাত ব্যস্ত হ'ল। সেই সময়ত বিদ্যালয়খনত সহকাৰী প্ৰধান শিক্ষক আছিল শ্ৰীহৰেন্দ্ৰ মোহন গোস্বামী আৰু জ্যেষ্ঠ স্নাতক শিক্ষক আছিল শ্ৰীবনমালী বৰ্মন। শ্ৰীৰমেশ দত্ত আৰু আমি আছিলো ৰাজ্যিক নিৰ্বাচক মণ্ডলীৰ দ্বাৰা নিৰ্বাচিত বিদ্যালয়-প্ৰধান। শ্ৰীদত্ত পকোৱা হাইস্কুলত প্ৰধান শিক্ষক হিচাপে যোগদান কৰাৰ পিছত দেৱীৰাম পাঠশালাত আমি আছিলো একমাত্ৰ নিৰ্বাচিত বিদ্যালয়-প্ৰধান। এনে পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত আমাৰ বিদ্যালয়-প্ৰধান হোৱাৰ সুযোগ মিলিল যদিও জ্যেষ্ঠ মাননীয় শিক্ষক দুগৰাকীক অতিক্ৰম কৰি বিদ্যালয়-প্ৰধান হোৱাৰ বাবে মানসিক প্ৰস্তুতিৰ অভাৱ ঘটিল। এনে কথাৰ উমান পাই ডাঃ গোস্বামীয়ে আমাক তেখেতৰ বাসগৃহলৈ মতাই নি তলত উল্লিখিত ধৰণে উপদেশ প্ৰদান কৰিলে—

"শুনিবলৈ পাইছোঁ, তুমি হেনো প্ৰধান শিক্ষকৰ পদবী গ্ৰহণ কৰিবলৈ ইচ্ছুক নহয়। বুইছা, ৰমা, যিকোনো সিদ্ধান্ত ভাবি-চিন্তিহে ল'ব লাগে। মনত ৰাখিবা, জীৱনৰ সদায় সুযোগ নিমিলে। সিদ্ধান্ত গ্ৰহণত ভুল হ'লে পিছত অনুশোচনাত ভুগিব লাগিব।" তেখেতৰ এনে ধৰণৰ পৰামৰ্শই আমাক বিচলিত কৰিলে। ভাবি-চিন্তি থাকোঁতে শ্ৰীচৌধুৰীদেৱে পূৰ্বৰ সিদ্ধান্ত সলনি কৰি পেঞ্চন আইনৰ অন্তৰ্ভুক্ত হ'বলৈ নিবিচাৰি ষাঠি বছৰ বয়স পৰ্যন্ত 'অপশ্বন' লৈ বিদ্যালয়-প্ৰধান হৈয়ে ৰ'ল। ইমানতে আমাৰ সন্মুখত দেখা দিয়া সমস্যা আঁতৰি গ'ল। এইগৰাকীয়ে আছিল ডাঃ গোস্বামী—যি গৰাকী লোকে আমাক পুত্ৰসম আশীৰ্বাদ আৰু মৰম-স্নেহ প্ৰদান কৰিছিল। তেখেত আজি আমাৰ মাজত নাই। তেখেতৰ বিষয়ে চিন্তা কৰাৰ লগে লগে তেখেতৰ সামাজিক জীৱনৰ কৰ্মৰাজি, সৰলতা, উদাৰতা, সহানুভূতিশীলতা, সাহস, সততা, মৰম-স্নেহ প্ৰভৃতি গুণৰাজি

আমাৰ মানসপটত উদ্ভাসিত হৈ উঠিছে। পাৰ্থিৱ জীৱনৰ সুখ-দুখ, হাঁহি-কান্দোন সকলো নেওচি ১৯৯২ চনৰ মাৰ্চ মাহৰ সাত তাৰিখত তেখেতে ইহলীলা সম্বৰণ কৰিলে। আজিও আমি শ্ৰদ্ধাৰে সোঁৱৰণ কৰিছোঁ—তেখেত অমৰ হওক। কবিৰ ভাষাত ক'বলৈ গ'লে—

"তোমাৰ কীৰ্তিৰ চেয়ে তুমি যে মহৎ,
তাই তব জীৱনেৰ ৰথ
পশ্চাতে ফেলিয়া যায় কীৰ্তিৰে তোমাৰ
বাৰম্বাৰ।" ❑

---

শ্ৰীবৰুৱা এগৰাকী কৃতি শিক্ষক। দেৱীৰাম পাঠশালা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ প্ৰাক্তন অধ্যক্ষ। কেবাখনো পুথিৰ ৰচক।

# মই জনা ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱ

**ডাঃ চন্দ্ৰকান্ত তালুকদাৰ**

মই ১৯৬৫ চনত মোৰ ডাক্তৰী শিক্ষা সাং কৰি নলবাৰীলৈ আহিছিলোঁ। সেই সময়ত নলবাৰী আৰু ইয়াৰ আশে-পাশে কেইজনমান বিশিষ্ট চিকিৎসক আছিল। সেইসকলৰ ভিতৰত ডাঃ গিৰীশ চন্দ্ৰ চৌধুৰী, ডাঃ বাণীকান্ত গোস্বামী, ডাঃ খৰ্গেশ্বৰ মেধি, ডাঃ শিৱপ্ৰসাদ মজুমদৰ, ডাঃ বিষ্ণুপ্ৰসাদ দাস, ডাঃ শৰৎ চন্দ্ৰ গোস্বামী, ডাঃ নৃপেন্দ্ৰ মল্ল বুজৰবৰুৱা আদিৰ নাম উল্লেখযোগ্য। ডাঃ হৰেকৃষ্ণ গোস্বামীও আছিল এই উল্লেখযোগ্য চিকিৎসকসকলৰ অন্যতম।

মই নলবাৰীলৈ আহি মোৰ নিজা "চেম্বাৰ" প্ৰতিষ্ঠা কৰাৰ কিছুদিন পিছতে এদিন গধূলি ডাঃ গোস্বামী নলবাৰী হাটখোলা পুখুৰী পাৰত অৱস্থিত মোৰ "চেম্বাৰ"লৈ আহে। তেখেতে আহিয়ে মোক "চন্দ্ৰ" বুলি মাতি মোৰ সন্মুখৰ চেয়াৰত বহিল আৰু ক'লে "তুমি নলবাৰীৰ উন্নয়নমূলক কাম-কাজবোৰত ভাগ ল'বা।" সিদিনাৰ পৰা মই মাজে-সময়ে তেখেতৰ এন্-টি ৰ'ডত অৱস্থিত 'চেম্বাৰ'লৈ যোৱা কৰিলোঁ।

ডাঃ হৰেকৃষ্ণ গোস্বামী ডাঙৰীয়াই ঘৰৰপৰা 'চেম্বাৰ'লৈ চাইকেলেৰে অহা-যোৱা কৰিছিল। তেখেতে সদায়ে খাদী কাপোৰ ব্যৱহাৰ কৰিছিল। ধুতি-কামিজ পিন্ধিছিল। তেখেত হাড়ে-হিমজুৱে এগৰাকী নিষ্ঠাৱান "কংগ্ৰেছী" আছিল। মই জানিব পাৰিলোঁ যে তেখেতে নলবাৰীৰ প্ৰত্যেক অনুষ্ঠান আৰু সামাজিক কাম-কাজত আগভাগ লয়। এদিন কথা প্ৰসংগত বিশিষ্ট সাহিত্যিক শিক্ষাবিদ স্বৰ্গীয় ত্ৰৈলোক্যনাথ গোস্বামীয়ে ডাঃ গোস্বামীৰ বিষয়ে কোৱা মনত পৰে যে "এই মানুহজন সমাজপ্ৰিয় লোক। সমাজ সেৱামূলক কাম কৰি আনন্দ পোৱা লোক। নলবাৰীৰ প্ৰায় আটাইবোৰ অনুষ্ঠান-প্ৰতিষ্ঠানতে অগ্ৰণী ভূমিকা লোৱা লোক।"

১৯৭৭ চনত তেখেতে মোক নলবাৰী পৌৰ সভাৰ নিৰ্বাচন খেলিবলৈ ক'লে। মই অমান্তি হোৱাত তেখেতে মুঠেই বেয়া পোৱা নাছিল। বৰঞ্চ মোক নিজৰ ৰুচি অনুযায়ী সমাজৰ কাম কৰি যাবলৈ ক'লে।

নলবাৰী কমাৰ্চ কলেজ (বাণিজ্য মহাবিদ্যালয়) প্ৰতিষ্ঠাৰ বাবে আমি

কেইজনমানে লোৱা উদ্যোগত ডাঃ গোস্বামীয়ে অকুণ্ঠ সহাঁৰি আৰু সমৰ্থন জনাইছিল। বাণিজ্য মহাবিদ্যালয় স্থাপনৰ বাবে "নলবাৰী শিশুনিকেতন"ত ১৯৭৮ চনত এখন ৰাজহুৱা সভা হ'ল। তদানীন্তন শিক্ষামন্ত্ৰী শ্ৰীৰমণী বৰ্মনৰ সভাপতিত্বত সভাখন অনুষ্ঠিত হৈছিল। তেতিয়া নলবাৰী কলেজৰ অৰ্থনীতি বিষয়ৰ প্ৰৱক্তা শ্ৰীপ্ৰমোদ চক্ৰৱৰ্তী আৰু নলবাৰী "চেম্বাৰ অব্ কমাৰ্চ"ৰ কৰ্মকৰ্তা বিশেষকৈ শ্ৰীকিষাণলাল কছোৱা ডাঙৰীয়া আৰু মন্ত্ৰী শ্ৰীৰমণী বৰ্মন ডাঙৰীয়াই যোগোৱা উৎসাহ-উদ্দীপনা আছিল উল্লেখযোগ্য। সভাত বৰ্মণ ডাঙৰীয়াক সভাপতি হিচাপে লৈ কলেজ স্থাপনৰ বাবে প্ৰস্তুতি সমিতি গঠন কৰাৰ বাবে কেবাজনো বিশিষ্ট ব্যক্তিয়ে প্ৰস্তাৱ কৰে। কিন্তু বৰ্মন ডাঙৰীয়াই তেওঁক সভাপতি নাপাতি সভাত উপস্থিত বয়োজ্যেষ্ঠ উপযুক্ত ব্যক্তিক সভাপতি কৰাৰ বাবে বাৰে বাৰে অনুৰোধ জনোৱাত ডাঃ নৃপেন্দ্ৰমল্ল বুজৰবৰুৱা প্ৰস্তুতি কমিটিৰ সভাপতি হয়। মই আৰু শ্ৰীপ্ৰমোদ চক্ৰৱৰ্তী উভয়ে সাধাৰণ সম্পাদক হওঁ। শ্ৰীচিৰঞ্জীৱ জৈন, অধ্যাপক ধৰমচন্দ জৈন, মং হবিবুৰ ৰহমান, শ্ৰীপদম কুমাৰ জৈন, মং ইছমাইল আলিক সম্পাদক পতা হয়। মন্ত্ৰী হিচাপে শ্ৰীৰমণী বৰ্মন ডাঙৰীয়াই নিৰন্তৰ যোগাই থকা আন্তৰিক সহায়-সহযোগে নলবাৰী বাণিজ্য মহাবিদ্যালয় প্ৰতিষ্ঠাৰ কাম বহুলাংশে সহজ কৰি তোলে। আমি দিছপুৰলৈ নোযোৱাকৈয়ে কলেজৰ কিছুমান অতি গুৰুত্বপূৰ্ণ কাম বৰ্মণ ডাঙৰীয়াই লোৱা সক্ৰিয় ৰুচিৰ কাৰণে অনায়াসে সমাধা হৈছিল। এই বাণিজ্য মহাবিদ্যালয় প্ৰতিষ্ঠাৰ সময়ত মই ডাঃ গোস্বামীৰ নিকট সান্নিধ্যলৈ অহাৰ আৰু একেলগে ৰাজহুৱা কাম কৰাৰ সুযোগ লাভ কৰোঁ। সামাজিক কাম-কাজৰ প্ৰতি তেখেতৰ ঐকান্তিক নিষ্ঠাৰ উমান পাওঁ। তেখেতৰ পৰা এই সক্ৰান্তত বহু কথা জনাৰ আৰু শিকাৰ সুযোগ পাওঁ। মহা বিদ্যালয়ৰ চাঁদা সংগ্ৰহৰ বাবে ডাঃ গোস্বামীয়ে প্ৰাৰম্ভিক পৰ্যায়ত প্ৰায় সদায় আহিছিল। মই, সভাপতি ডাঃ নৃপেন বৰুৱা, শ্ৰীপ্ৰমোদ চক্ৰৱৰ্তী, অধ্যাপক ধৰমচন্দ জৈন, মং হবিবুৰ ৰহমান, শ্ৰীপদম কুমাৰ জৈন আদিয়ে ডাঃ গোস্বামীৰ লগ লাগি চাঁদা সংগ্ৰহ অভিযানত ওলাই পৰোঁ। ইয়াৰ মাজেৰে চাঁদা সংগ্ৰহৰ কৌশল সম্পৰ্কে ডাঃ গোস্বামীৰ পৰা কিছু কথা শিকাৰ সুবিধা ওলায়। তেখেতে কৈছিল যে এজন লোকৰ পৰা দান-বৰঙণি আদায় কৰিবলৈ হ'লে প্ৰথম দিনাই টকাৰ কথা ক'ব নালাগে। সিদিনা তেওঁৰ খা-খবৰ ল'ব লাগে। তেওঁ ভাল পোৱা বিষয়ৰ ওপৰত দুই-এটা কথা ক'ব লাগে। ওলাই অহাৰ পূৰ্বে নিজ উদ্দেশ্যৰ বিষয়ে কিছু আভাস দিব লাগে আৰু চাহ-তামোল খাই ওলাই আহিব লাগে। দুই-তিনিদিনমানৰ পাছত তেওঁৰ তাত আকৌ যাব লাগে। সিদিনা নিজৰ কথা

কিছু বহলাই ক'ব লাগে। এই প্ৰক্ৰিয়াত দাতাজন কিছু সহজ হৈ পৰে আৰু সংগ্ৰহ কৰ্তাৰ উদ্দেশ্য সাধন কিছু উজু হৈ উঠে।

এইখিনিতে উল্লেখ কৰিব বিচাৰিছোঁ যে ডাঃ গোস্বামীয়ে কোৱা ৰাজহুৱা ধনৰ হিচাপ-নিকাচৰ ক্ষেত্ৰত আমাৰ কলেজ প্ৰস্তুতি সমিতিৰ সভাপতি ডাঃ নৃপেন্দ্ৰমল্ল বুজৰবৰুৱাৰ সততাৰ কথা। ডাঃ বুজৰবৰুৱাই এই ক্ষেত্ৰত দুই-চাৰি অনা পইচাৰ হিচাপৰ প্ৰতিও সচেতন আছিল। ইয়াৰ জৰিয়তে প্ৰকাৰন্তৰে তেখেতে ৰাজহুৱা ধনৰ হিচাপ কেনেকৈ ৰাখিব লাগে, প্ৰতিটো পইচা খৰচ কৰাৰ ক্ষেত্ৰত কেনেকৈ সজাগ হ'ব লাগে, ইয়াৰ পৰোক্ষ ইংগিত আমাক দিছিল। ডাঃ বুজৰবৰুৱাই ৰাজহুৱা অনুষ্ঠানৰ ধন অন্য ধনৰ লগত লগ নকৰিছিল। কমাৰ্চ কলেজৰ ধন তেখেতে এটা মোনাত একাষৰীয়াকৈ ৰাখিছিল আৰু প্ৰতিটো পইচাৰ হিচাপ নিয়াৰিকৈ ৰাখিছিল। ডাঃ গোস্বামীয়ে ডাঃ বুজৰবৰুৱাৰ এই গুণৰ কথা কেবাবাৰো বখানিছিল। সক্ৰিয় ৰাজনীতি কৰিও ডাঃ হৰেকৃষ্ণ গোস্বামী নলবাৰীৰ সমাজ জীৱনত এজন সৰ্বজনপ্ৰিয় লোক হিচাপে পৰিগণিত হ'বলৈ সক্ষম হৈছিল। ৰাজহুৱা কাম-কাজৰ ক্ষেত্ৰত দলীয় স্বাৰ্থৰ উৰ্দ্ধত থাকিব পৰা গুণটোৰ বাবেই তেখেতে দল-মত নিৰ্বিশেষে সকলো লোকৰে আস্থাভাজন হ'বলৈ সমৰ্থ হৈছিল। বৰ্তমানৰ ৰাজনৈতিক বাতাবৰণত ডাঃ গোস্বামীৰ দৰে লোকৰ কথা স্মৰণ কৰাটো আমাৰ কৰ্তব্য। ❑

---

ডাঃ তালুকদাৰ এগৰাকী দক্ষ চিকিৎসক। বিশিষ্ট সমাজকৰ্মী আৰু সাহিত্যানুৰাগী।

# নিঃস্বাৰ্থ জনসেৱক ডাঃ হৰেকৃষ্ণ গোস্বামী

ড° জয়কান্ত শৰ্মা

স্বাধীনতা সংগ্ৰামৰ কালত যিসকলে দেশক পৰাধীনতাৰ শিকলিৰ পৰা মুক্ত কৰিবৰ মানসে পঢ়া-শুনা বা লোভনীয় চাকৰিৰ মায়া বাদ দিয়ো সংগ্ৰামকেই একমাত্ৰ লক্ষ্য হিচাপে লৈছিল, তেওঁলোক পৰৱৰ্তীকালতো ৰাইজৰ শ্ৰদ্ধাৰ পাত্ৰ হৈছিল বিস্তৃত জনসেৱাৰ বাবে। মহাত্মা গান্ধীৰ প্ৰভাৱত বহু কংগ্ৰেছ কৰ্মীয়েই এনেকৈয়ে পৰিচিত হৈছিল। অসমতো তেনে কৰ্মী আৰু নেতাৰ মাজত নিঃসন্দেহে আছিল নলবাৰীৰ ডাঃ হৰেকৃষ্ণ গোস্বামী।

আমি প্ৰায়েই লক্ষ্য কৰিছিলো যে চাৰিজন প্ৰধান কংগ্ৰেছ নেতাই চহৰৰ সভা-সমিতিবোৰত আগভাগ লৈছিল। তেওঁলোক আছিল ৯৬ বছৰ বয়সত সদ্যপ্ৰয়াত—প্ৰাক্তন বিধায়ক-সাংসদ শ্ৰীমান প্ৰফুল্ল গোস্বামী, ৺প্ৰভাত চন্দ্ৰ গোস্বামী, অধিবক্তা; ৺হৰিচৰণ পাঠক আৰু ডাঃ হৰেকৃষ্ণ গোস্বামী। কবি গোপালদেৱ মিশ্ৰ প্ৰতিষ্ঠিত দামোদৰী সত্ৰ খুদিয়াত জন্মগ্ৰহণ কৰে তথা গোপাল মিশ্ৰৰ বংশধৰ ডাঃ গোস্বামী আছিল স্বভাৱতে সহজ-সৰল আৰু বক্তৃতা দি ফুৰাতকৈ সমাজ সেৱামূলক কামত ৰত। নলবাৰী কলেজৰ তেতিয়াৰ অধ্যক্ষ প্ৰবীণ সাহিত্যিক ত্ৰৈলোক্য নাথ গোস্বামীৰ লগত তেওঁৰ আছিল গভীৰ অন্তৰংগতা। নলবাৰী কলেজ প্ৰতিষ্ঠাৰ সময়ৰে পৰাই তাৰ উত্তৰোত্তৰ বৃদ্ধিলৈকে ডাঃ গোস্বামীৰ বৰঙণি আছিল অসামান্য। পিছত জানিব পাৰিছিলো যে দুয়োজন গোস্বামী একেটা চনতে জন্মা, একে গৰ্ডন হাইস্কুলৰ পৰা হাইস্কুলত উত্তীৰ্ণ, কটন কলেজতো একেলগে পঢ়িছিল। পৰৱৰ্তী এজন যেনিবা হ'ল জনসেৱক ডাক্তৰ আৰু আনজন শিক্ষাবিদ-সাহিত্যিক। ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে কটন কলেজ এৰি কলিকতাৰ (এতিয়া কলকাতা) প্ৰেছিডেন্সি মেডিকেলত পঢ়ে আৰু তাত শিক্ষা লৈ নলবাৰীত সমান্তৰালকৈ ব্যক্তিগত চিকিৎসাসেৱা, ৰাজনীতি আৰু সমাজসেৱাত ব্ৰতী হয়। ৰাজনীতি বুলিলে তেতিয়া স্বাধীনতা সংগ্ৰামেই আছিল মূল কথা। গোস্বামীয়ে হাইস্কুলত পঢ়ি থকা দিনতেই কংগ্ৰেছৰ স্বাধীনতা সেনানীৰূপে নিজকে প্ৰতিষ্ঠিত কৰিছিল। ডাক্তৰ হোৱা সুবাদতে তেওঁ অৱশ্যে জেল খাবলগীয়া হোৱা নাছিল।

সেই সময়তে উন্নয়নমূলক কামতো তেওঁ দেহে-কেহে লাগে। ১৯৩৮ চনত নলবাৰী পৌৰসমিতি গঠন কৰা সময়ত তেওঁৰো বৰঙণি আছিল প্ৰভূত। প্ৰথমতেই তেওঁ আছিল ইয়াৰ লোকপাল আৰু ১৯৪৯ চনৰ পৰা ১৯৫৬ চনলৈকে হয় সভাপতি। তেওঁৰ সভাপতিত্বৰ সময়তে পৌৰ সমিতিখন উন্নীত হয় পৌৰসভালৈকে। ডাঃ গোস্বামীৰ অহোপুৰুষাৰ্থৰ বাবেই নলবাৰীত বিজুলী যোগানো সেই সময়ত সম্ভৱ হয়। বহুতে নাজানে যে আজি যিডোখৰ স্থানত নলবাৰী দৈনিক বজাৰ অৱস্থিত, সেইডোখৰ আছিল দ অঞ্চল— সেইডোখৰলৈকেই গোস্বামীৰ চেষ্টাতেই চহৰৰ মূল পথত থকা পুৰণি হাটখোলাখন স্থানান্তৰিত কৰা হৈছিল।

নলবাৰীত নতুনকৈ নিৰ্মিত সকলো অনুষ্ঠানৰ লগতে গোস্বামী আছিল সক্ৰিয়ভাৱে জড়িত। ইয়াৰ ভিতৰত প্ৰথমেই উল্লেখ কৰিব লাগিব নলবাৰী সংস্কৃত কলেজৰ কথা। কামৰূপ সঞ্জীৱনী সভাই ১৯৩৮ চনত প্ৰতিষ্ঠা কৰা এই সংস্কৃত কলেজখনৰ পৰিচালনা সমিতিত গোস্বামী প্ৰথমৰ পৰাই সদস্য আছিল। পিছত সম্পাদক আৰু সভাপতিও হয়। এই সংস্কৃত কলেজৰ ঘৰতে ১৯৪৫ চনত প্ৰতিষ্ঠা কালত নলবাৰী কলেজৰ শ্ৰেণীসমূহো বহিছিল। পিছলৈ নলবাৰী কলেজৰ শ্ৰেণী বহিছিল নলবাৰী নাট্য মন্দিৰত।

১৯৩৮ চনলৈকে নলবাৰীত স্ত্ৰী শিক্ষাৰো উচ্চ শিক্ষানুষ্ঠান নাছিল। সেই চনতে গৰ্ডন হাইস্কুলৰ প্ৰধান শিক্ষক মণিৰাম দাস ডাঙৰীয়াৰ নেতৃত্বত স্থাপিত হয় নলবাৰী ছোৱালী এম.ই. স্কুল। প্ৰতিষ্ঠাৰে পৰা ডাঃ গোস্বামী আছিল ইয়াৰ পৰিচালনা সমিতিৰ সদস্য। কেইবছৰমানৰ মূৰত এম.ই. স্কুলখন উন্নীত হয় হাইস্কুললৈ। গোস্বামী তাৰ পৰিচালনা সমিতিতো বহু বছৰ ধৰি সম্পাদক আৰু পিছলৈ সভাপতি হৈছিল।

নলবাৰী চহৰত আন এটা গুৰুত্বপূৰ্ণ অনুষ্ঠান নলবাৰী নাট্যমন্দিৰ—ইয়াৰ লগতো নিবিড়ভাৱে জড়িত আছিল ডাঃ গোস্বামী। ইয়াৰ সম্পাদক আৰু সভাপতিৰূপেও তেওঁ বহুদিন কাৰ্যনিৰ্বাহ কৰিছে। কিন্তু ডাঃ গোস্বামী যি পদবীতেই নাথাকক কিয়, গোস্বামীয়ে ইয়াৰ সৰ্বাংগীন উন্নতিৰ বাবে যথেষ্ট কষ্ট স্বীকাৰ কৰিবলগীয়া হৈছিল। সৰভোগৰ ব্ৰজনাথ শৰ্মাৰ নাট্যদলে তেতিয়া সহ অভিনয় যোগে গোটেই অসম জুৰি আলোড়ন সৃষ্টি কৰিছে। ৰক্ষণশীলসকল হৈ উঠিছিল সহ অভিনয়ৰ ঘোৰ বিৰোধী। তেতিয়াও কিন্তু ডাঃ গোস্বামীয়ে এই নাট্যদলক নলবাৰী নাট্য মন্দিৰত প্ৰদৰ্শনৰ অনুমতি দি নিজৰ বহল মনোভাৱ দেখুৱাইছিল। নলবাৰী কলেজ স্থাপনতো ডাঃ গোস্বামীৰ অৱদান কম নাছিল।

গাঁৱে গাঁৱে ঘূৰি চাঁদা তোলা, ৰেলৰ ডবাত উঠি টিনৰ চুঙাত অৰ্থ সংগ্ৰহ কৰা আদিত তেওঁ আগৰণুৱা আছিল। এসময়ত তেওঁ এই কলেজৰ পৰিচালনা সমিতিৰ সভাপতিও হৈছিল।

কিন্তু অকল এইকেইটা অনুষ্ঠানৰ লগতে যে তেওঁ জড়িত আছিল তেনে নহয়, নলবাৰী চহৰ আৰু উপকণ্ঠৰ আন বহু অনুষ্ঠানৰ লগতো তেওঁ জড়িত আছিল—বিশেষকৈ শিক্ষা, সংস্কৃতি আৰু চিকিৎসাৰ অনুষ্ঠানবোৰৰ লগত। সেই সময়ত অঞ্চলটোৰ বাট-পথবোৰ অতি শোচনীয় আছিল (অৱশ্যে) আজিও বিশেষ উন্নত হোৱা নাই। ডাঃ গোস্বামীয়ে সেইবোৰৰ উন্নয়নৰ ক্ষেত্ৰত সদায়ে অগ্ৰণী ভূমিকা লৈছিল। চৰকাৰৰ তাম্ৰপত্ৰ প্ৰাপ্ত গোস্বামী আছিল বতাহগিলা মৌজাৰ নমাটি গাঁৱত প্ৰতিষ্ঠিত অসামৰিক চিকিৎসালয়ৰ প্ৰতিষ্ঠাপক সভাপতি, বৰভাগ মৌজাৰ দামোদৰধাম সত্ৰৰ সম্পাদক, পূব নলবাৰী আঞ্চলিক পঞ্চায়তৰ সভাপতি। অস্পৃশ্যতা বৰ্জন, উদাৰনৈতিক চিন্তা, নিৰপেক্ষ চিন্তাধাৰাই তেওঁক সৰ্বস্তৰৰ মানুহক আপোন কৰি তুলিছিল।

জীৱনৰ আগখণ্ডত বিশেষকৈ ছাত্ৰাৱস্থাত গোস্বামীয়ে লেখা-মেলাও কৰিছিল। কিন্তু সমাজসেৱাতে পিছৰ কালত বেছি মনোনিবেশ কৰাত তেওঁ লেখক জীৱনৰ পূৰ্ণতা নঘটিল। তথাপি নলবাৰী লেখক সংঘ, নলবাৰী সাহিত্য সমাজ আদিৰ লগত তেওঁ আছিল নিবিড়ভাৱে জড়িত। ১৯৬৫ চনত নলবাৰীত যেতিয়া অসম সাহিত্য সভাৰ অধিৱেশন বহিছিল, তাতো অভ্যৰ্থনা সমিতিৰ লগত জড়িত আছিল। এইগৰাকী জনসেবকৰ নিঃস্বাৰ্থ সেৱা সহজে পাহৰিব পৰা নাযায়! ❑

---

ড° শৰ্মাই সুদীৰ্ঘ দুকুৰি বছৰে অসমীয়া আৰু ইংৰাজী বাতৰি কাকত আৰু সংবাদ পত্ৰৰ লগত সাংবাদিক আৰু সম্পাদক হিচাপে জড়িত। বাৰখন গ্ৰন্থৰ ৰচক শৰ্মাদেব অৰ্থনীতি বিষয়ৰ গৱেষক।

# ডাঃ গোস্বামীদেৱৰ সান্নিধ্যৰ সোঁৱৰণ

**ক্ষীৰদা বুজৰবৰুৱা**

শ্ৰদ্ধাভাজন ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ সান্নিধ্যৰ সোঁৱৰণ কৰোতে মোৰ মানস পটত জিলিকি উঠিছে তেখেতৰ কথাচহকী, ৰসিক, উদাৰ, আপোনভোলা, সভানুভূতিশীল ব্যক্তিজনৰ হাঁহি থকা মুখখন। আজিৰপৰা সাতাৱন বছৰ পূৰ্বে মই এনে এজন ব্যক্তিৰ সান্নিধ্যলৈ অহাৰ সুযোগ পাই নিজকে ধন্য মানিছিলো। সেই সময়ত্ নলবাৰীৰ পৰিবেশ আছিল আনন্দমুখৰ আৰু শান্তিপূৰ্ণ। ইজনে সিজনৰ লগত মৰম, সহানুভূতি, ভালপোৱা আৰু ভ্ৰাতৃত্ববোধৰ নিৰ্মল বান্ধোনত বান্ধ খাই আছিল। সেই সোণোৱালী দিনবোৰৰ স্মৰণ কৰোতে পৰিপূৰক ৰূপত মোৰ মনত প্ৰতিবিম্বিত হৈছে বৰ্তমান সময়ৰ হিংসা, সন্ত্ৰাস, ভয়, চিন্তা-ভাবনাৰ পৰিপূৰ্ণ কণ্টকীয়া দিনবোৰ। এই গগনচুম্বী পৰিৱৰ্তনে মোৰ মনটো কৰি তুলিছে ভাৰাক্ৰান্ত।

১৯৪৯ চনৰ ১৭ এপ্ৰিলত মোৰ বিয়া হৈছিল নলবাৰীৰ সমাজকৰ্মী, সুচিকিৎসক ডাঃ নৃপেন্দ্ৰমল্ল বুজৰবৰুৱাৰ লগত। তেতিয়াৰে পৰা ডাঃ গোস্বামীক মই ঘনিষ্ঠভাৱে লগ পোৱাৰ সুযোগ পাইছিলো। ডাঃ বুজৰবৰুৱা বয়সত তেখেতকৈ সৰু হ'লেও বন্ধুসম আছিল। তেখেত আমাৰ ঘৰলৈ প্ৰায়ে আহিছিল। ঘৰুৱা খা-খবৰ লোৱাৰ উপৰিও নলবাৰীৰ উন্নয়নৰ বিষয়ে মোৰ স্বামীৰ লগত কথা-বতৰা পতা মই দেখিছিলো আৰু শুনিছিলো। নলবাৰীৰ বিভিন্ন সভা-সমিতিত তেখেতক লগ পাইছিলো। হাঁহি মাৰি ঘৰৰ কুশল-বাৰ্তাৰ খবৰ লৈছিল। তেখেতে মোক 'বৰুৱানী' সম্বোধনেৰে সম্বোধন কৰিছিল। সভা-সমিতিত উপস্থিত থাকি, ভাষণ দি তেখেতে বৰ ভাল পাইছিল।

ব্যক্তিয়েহে সমাজ গঢ়ে। ব্যক্তি আৰু সমাজৰ মাজত নিবিড় সম্পৰ্ক। সমাজৰ উন্নতি অবিহনে যে ব্যক্তিৰ ব্যক্তিত্ব আৰু মানসিকতাৰ উন্নতি নহয় সেয়া দৃঢ় সত্য। গোস্বামীদেৱৰ দৃঢ় ধাৰণা আছিল যে দেশ আৰু সমাজৰ উন্নতিত পুৰুষ আৰু মহিলা উভয়ে অৰিহণা যোগাব লাগিব। মহিলাসকলে সাহসেৰে মুকলি মন লৈ ভয়, শঙ্কা, লাজ পৰিহাৰ কৰি যেতিয়ালৈকে সমাজৰ উন্নয়নমূলক

কামত ব্ৰতী নহয় তেতিয়ালৈকে আমাৰ সমাজৰ পূৰ্ণ প্ৰগতি সম্ভৱ হ'ব নোৱাৰে। বহু সময়ত মই গোস্বামীদেৱৰ এই উদাৰ, ফৰকাল দিশটো প্ৰত্যক্ষ কৰিছিলো। গোড়া আৰু উচ্চ হিন্দু পৰিয়ালত জন্ম গ্ৰহণ কৰা ডাঃ গোস্বামীৰ এই বিশেষ গুণটোৱে মোক আকৰ্ষিত কৰিছিল। নলবাৰীৰ অন্যতম মহিলা সংগঠন 'নলবাৰী জিলা মহিলা সমিতি'ৰ বৰ্তমানৰ সুদৃঢ় অৱস্থাৰ ভেটি স্থাপনত ডাঃ গোস্বামী সদৃশ কেইবাগৰাকীও বিশিষ্ট সমাজসেৱী ব্যক্তিৰ প্ৰত্যক্ষ আৰু পৰোক্ষ বৰঙণি প্ৰণিধানযোগ্য। এই ছেগতে গোস্বামীৰ সান্নিধ্যজনিত প্ৰেৰণা লভাৰ মধুৰ স্মৃতিৰ সোঁৱৰণ কৰিলোঁ।

১৯৬৭ চনত নলবাৰীৰ কেইগৰাকীমান উৎসাহী, শিক্ষিতা ছোৱালীয়ে নলবাৰী চহৰত 'মহিলা সমিতি' এখন গঠনৰ আৱশ্যকতা উপলব্ধি কৰি নলবাৰী চহৰৰ কিছু সংখ্যক মহিলাৰ উপস্থিতিত এখন সাধাৰণ সভা অনুষ্ঠিত কৰিছিল। সেই সভাকেইখনত চহৰৰ কেইবাগৰাকী গণ্য-মান্য বিশিষ্ট ব্যক্তি উপস্থিত আছিল। সেইসকলৰ ভিতৰত ডাঃ গোস্বামী অন্যতম আছিল। মহিলা সমিতিৰ জন্মৰ ক্ষণটো আজিও মোৰ মানস পটত জল্‌জল্‌কৈ ভাহি উঠে। তিনিখন সাধাৰণ সভা অনুষ্ঠিত কৰাৰ মূৰকতহে সমিতিখনৰ জন্ম হৈছিল। সেই সময়ত নলবাৰীৰ মহিলাসকলে ঘৰুৱা কাম-কাজতহে নিজকে ব্যস্ত ৰাখিছিল। সামাজিক কামৰ দায়িত্ব ল'বলৈ কোনেও আগবাঢ়ি অহা নাছিল। ডাঃ গোস্বামী তিনিওখন সাধাৰণ সভাতে সময়মতে উপস্থিত থাকি মহিলাসকলক সমাজৰ কামত আত্মনিয়োগ কৰিবলৈ আহ্বান জনাইছিল। মহিলাৰ কৰ্তব্য আৰু দায়িত্ব সম্পৰ্কে বুজাই দি নলবাৰী চহৰত এখন মহিলা সমিতিৰ অতি আৱশ্যক বুলি মন্তব্য দাঙি ধৰিছিল। সেই সভাতে মোক সভানেত্ৰী নিৰ্বাচিত কৰি এখন কাৰ্যকৰী সমিতি গঠন কৰি দিছিল। সেই সময়ত আমি সভা-সমিতিত ভাষণ দিবলৈ ভয় আৰু শঙ্কাবোধ কৰিছিলো। ডাঃ গোস্বামীয়ে আমাক এজনী এজনীকৈ নাম আৰু উপাধিৰে সম্বোধন কৰি মঞ্চলৈ আহ্বান জনাইছিল। আমি দুই-চাৰিজনীহে সাহস গোটাই দুই-চাৰি আষাৰ কথা কৈছিলো। ডাঃ গোস্বামীয়ে আমাক 'বেচ, বেচ, বৰ ভাল হৈছে' এনেকৈ কৈ উৎসাহ যোগোৱা কথাবোৰ স্মৰণ কৰি আজিও সদস্যাসকলে আনন্দ লাভ কৰে। আমি আয়োজন কৰা সভাবোৰলৈ তেখেতক সভাপতি নাইবা অতিথি হিচাপে আমন্ত্ৰণ কৰিবলৈ গ'লে বৰ আনন্দ পাইছিল আৰু আমাক কোনোদিনে বিমুখ নকৰিছিল। সময় মতে সভালৈ আহি দিহা-পৰামৰ্শ দিয়াৰ উপৰিও আমাৰ কাম-কাজৰ বৰ প্ৰশংসা কৰিছিল। এই

সমিতিখনে ১৯৭২ চনত 'জিলা মহিলা সমিতি' গঠন কৰিবলৈ সমৰ্থ হয়। তেখেতে আমাৰ অনুষ্ঠানটোক বৰ ভাল পাইছিল। লগ পালেই সমিতিখনে কেনে ধৰণৰ কি কি কাম কৰি আছে জানিবলৈ বিচাৰিছিল আৰু উৎসাহ-উদ্দীপনা আৰু দিহা-পৰামৰ্শ আগবঢ়াইছিল। তেখেতে আমাক সদায় প্ৰচাৰ বিমুখ বুলি মন্তব্য কৰিছিল আৰু কাগজে-পত্ৰে আমাৰ অনুষ্ঠানৰ কাম-কাজবোৰ প্ৰচাৰ কৰিবলৈ পৰামৰ্শ আগবঢ়াইছিল।

তেখেত শিক্ষাৰ প্ৰতি বৰ আগ্ৰহী আছিল। নলবাৰী চহৰ তথা নলবাৰী অঞ্চলৰ শিক্ষা-সংস্কৃতি আৰু সমাজৰ বিভিন্ন উন্নয়নমূলক অনুষ্ঠান-সংগঠনৰ লগত সক্ৰিয় সহযোগিতা তেখেতৰ নিঃস্বাৰ্থ সমাজসেৱী মনৰ পৰিচায়ক। পুৰুষ আৰু মহিলা উভয়ৰে প্ৰকৃত শিক্ষাৰ যে এখন সৰ্বাঙ্গসুন্দৰ সমাজ গঢ়ি তুলিব পাৰে সেই কথা তেখেতে মৰ্মে মৰ্মে অনুভৱ কৰিছিল আৰু ইয়াক কাৰ্যত ৰূপায়িত কৰি দৃষ্টান্ত দেখুৱাই থৈ গ'ল। স্ত্ৰী শিক্ষাৰ প্ৰতি প্ৰবল আগ্ৰহ থকা হেতুকে তেখেতে ছোৱালীৰ শিক্ষাৰ প্ৰতি অতি গুৰুত্ব দিছিল।

মই জনাত নলবাৰী ছোৱালী হাইস্কুল পৰিচালনা সমিতিত তেখেতে ৯ বছৰ সম্পাদক, ১৫ বছৰ সভাপতি পদত থাকি স্কুলখনৰ শ্ৰীবৃদ্ধিত যথেষ্ট অৰিহণা আগবঢ়াইছিল। নলবাৰী মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা বিদ্যাপীঠ আৰু বালিকা মহাবিদ্যালয় স্থাপনত ডাঃ গোস্বামীদেৱৰ উদ্যম, নিষ্ঠা আৰু ত্যাগ আদৰ্শনীয়। নলবাৰী মহাবিদ্যালয়ৰ প্ৰতিষ্ঠা কালৰে পৰা ১৯৮৬ চনলৈকে ইয়াৰ পৰিচালনা সমিতিৰ সদস্য হিচাপে আছিল। মহাবিদ্যালয়খনৰ উন্নতিত তেখেতে আনন্দ আৰু গৌৰৱবোধ কৰিছিল। মহাবিদ্যালয়খনলৈ সময়ে সময়ে গৈ অধ্যক্ষ, অধ্যাপক আৰু ছাত্ৰ-ছাত্ৰীক উৎসাহ আৰু প্ৰেৰণা যোগাইছিল। নলবাৰী গৰ্ডন হাইস্কুলৰ পৰিচালনা সমিতিত কেইবাবছৰো সদস্য হিচাপে আছিল। নলবাৰী বাণিজ্য মহাবিদ্যালয়, নলবাৰী সংস্কৃত কলেজ আদি অনুষ্ঠান নিৰ্মাণত তেখেতৰ ভূমিকা লেখত ল'বলগীয়া। প্ৰতিষ্ঠা কালৰে পৰা নলবাৰী সাহিত্য সমাজৰ মাজে মাজে কাৰ্যনিৰ্বাহক সমিতিৰ সদস্যৰূপে আৰু সভা-সমিতি, আলোচনা-বিলোচনাত নিয়মিত উপস্থিত থাকি মাত মাতি অনুষ্ঠানখনি সজীৱ সক্ৰিয় কৰি ৰখাৰ পৰামৰ্শ আগবঢ়াই কৰ্মীসকলক প্ৰেৰণা দিছিল। গোস্বামীদেৱৰ এই মহৎ গুণবোৰ সোঁৱৰণৰ যোগ্য। ১৯৬৫ চনত অনুষ্ঠিত অসম সাহিত্য সভাৰ নলবাৰী অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ যুটীয়া সম্পাদক আছিল আৰু এই অধিৱেশনখন সফল কৰি তোলাত তেখেতৰ বৰঙণি উল্লেখযোগ্য।

ডাঃ গোস্বামীক তেখেতৰ সৰলতা, নিষ্ঠা আৰু ত্যাগৰ বাবে জনসাধাৰণে

বিচাৰিছিল সকলোবোৰ অনুষ্ঠান-প্ৰতিষ্ঠানত আৰু তেখেতেও সেই অনুষ্ঠানবোৰৰ লগত জড়িত থাকি, দেহে-কেহে খাটি সন্তুষ্টি লাভ কৰিছিল। তেখেতে একেধাৰে ৫০ বছৰৰো অধিক কাল নলবাৰী অঞ্চলৰ জনজীৱনৰ লগত ওতঃপ্ৰোতভাৱে জড়িত থাকি সামাজিক, ৰাজনৈতিক, শৈক্ষিক, সাংস্কৃতিক আদি নানান কৰ্মত আত্মনিয়োগ কৰিছিল।

এইগৰাকী নিষ্ঠাবান সমাজকৰ্মী, গান্ধীবাদী কংগ্ৰেছ কৰ্মী, সৰল-সহজ জীৱন-যাপন অভিলাষী ব্যক্তি নলবৰীয়া বাইজৰ আদৰ আৰু শ্ৰদ্ধাৰ পাত্ৰ। এনে এজন ব্যক্তিৰ শতবৰ্ষ উদ্‌যাপনৰ শুভ মুহূৰ্তত তেখেতৰ স্বৰ্গগত পৱিত্ৰ আত্মালৈ মোৰ সশ্ৰদ্ধ প্ৰণাম নিবেদন কৰিলোঁ। ❑

---

শ্ৰীবৃজৰনকৰা নলবাৰী জিলা মহিলা সমিতিৰ প্ৰাক্তন সভানেত্ৰী। সাহিত্য-সংস্কৃতি আৰু সমাজৰ বিভিন্ন কামত নিবিড়ভাৱে জড়িত।

# ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ স্মৃতিত

**সৰ্বেশ্বৰ দাস**

স্বৰ্গীয় ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱক আমাৰ ৬ বছৰমান বয়সৰ পৰাই দেখিছিলো। বৰ্তমানৰ শ্ৰীশ্ৰীৰাধাকৃষ্ণ মন্দিৰৰ সন্মুখত ৰাস্তাটোৰ দক্ষিণ ফালে এটা কোঠালিত কিছুমান ঔষধৰ বটলেৰে সজাই থোৱা আৰু নিজে এখন চেয়াৰত বহি থকা এজন শান্ত-সৌম্য মূৰ্তিৰ মানুহ। তাৰ ওচৰতেই আছিল আন এজন ডাঃ যতীন দাস। তেওঁ হোমিঅ' ডাক্তৰ আৰু এখেত এলোপেথিক ডাক্তৰ। তেখেতসকলৰ ওচৰতে নলবাৰীৰ সাপ্তাহিক বজাৰ সোমবাৰ আৰু শুক্ৰবাৰে বহে। বজাৰ-দিনত কেতিয়াবা পিতৃদেৱৰ লগত বজাৰলৈ গৈছিলো আৰু তেখেতৰ পৰাই জানিছিলো যে ডাঃ গোস্বামীদেৱ এজন ডাক্তৰ। তেতিয়া আমাৰ জ্ঞানো তাতেই সীমাবদ্ধ আছিল। তেখেতৰ লগত তেতিয়া কোনো পৰিচয় নাছিল। কাৰণ আমি তেতিয়া পাঠশালা স্কুলৰ ছাত্ৰ মাথোন। আমি নলবাৰী সত্ৰ এম.ভি. স্কুললৈকে যাওঁতে দেখা নাপাওঁ, আহোঁতে দেখা পাওঁ। এইখিনি ১৯৩৬/৩৭ চন মানৰ কথা। কাৰণ তেখেত দহ বজামানতহে ঘৰৰ পৰা আহে আৰু সন্ধিয়ালৈকে থাকে। যদি দুপৰীয়া ঘৰলৈকে গৈছিলও সেইটো আমাৰ জ্ঞাত নহয়। কাৰণ আমি স্কুলৰ পৰা আহি নাকে-কাণে কেইটামান গুজি তেখেতসকলৰ ওচৰৰ 'টুক' নামৰ ঠাইখগুলৈ গৰু চৰাবলৈ যাওঁ। কিন্তু ১৯৪২ চনৰ গণ আন্দোলনৰ পিছত ১৯৪৩-৪৪ চনত এম.ভি. পাছ কৰি নলবাৰী গৰ্ডন হাইস্কুলত নাম লিখাৰ পিছৰে পৰা নলবাৰী টাউনৰ বিষয়ে, সমাজখনৰ বিষয়ে, সভা-সমিতি আদিৰ বিষয়ে কিছু জ্ঞান অৰ্জিত হ'ল। আন এটা কথা হ'ল সেই সময়ত মহাত্মা গান্ধীৰ নেতৃত্বত হোৱা কংগ্ৰেছৰ আন্দোলনত সকলো মানুহেই জড়িত হৈ পৰিছিল বৃটিছক খেদিবৰ বাবে।

এনে এটা জাতীয় আন্দোলনৰ ধাৰাৰ সৈতে ছাত্ৰবোৰো জড়িত হৈ পৰিছিল আৰু আমিও সেইবোৰত জড়িত হৈ পৰিছিলো। কংগ্ৰেছৰ কোনো সভা আদি হ'লে আমি সৰু সৰু ল'ৰাবোৰে চুঙা ফুকিওৱা আৰু জয়ধ্বনি দিয়াত আনন্দ পাইছিলো—আৰু পতাকা উত্তোলনত 'বন্দে মাতৰম' গীতটো গাইছিলো। মোৰ গীত গোৱা সঙ্গী আছিল ৺গিৰীশ মেধি আৰু এজন। তেওঁৰ

নামটো পাহৰিলো। এই সময়ছোৱাতে শ্ৰদ্ধেয় ডাঃ গোস্বামীদেৱৰ সান্নিধ্য পাইছিলো। সেই সময়ছোৱাত তেখেতৰ উপৰিও এড্‌ভোকেট স্বৰ্গীয় হৰিচৰণ পাঠক আৰু স্বৰ্গীয় কনক বৰ্মা ডাঙৰীয়াৰো সান্নিধ্য পাইছিলো। স্বৰ্গীয় শ্ৰীমান প্ৰফুল্ল গোস্বামীও এজন সক্ৰিয় কৰ্মী আছিল। তেখেতে গান্ধীৰ আহ্বানত এককভাৱে সত্যাগ্ৰহ কৰিছিল। আমিবোৰে তেখেতক অনুসৰণ কৰি আগবঢ়াই নিছিলো। তেখেতক নলবাৰী থানাৰ সন্মুখত গ্ৰেপ্তাৰ কৰিছিল। আনহাতে ডাঃ হৰেকৃষ্ণ গোস্বামী আৰু কনক চন্দ্ৰ বৰ্মাদেৱকো সভাই-সমিতিয়ে দেখিছিলো। ডাঃ গোস্বামী আৰু শ্ৰীমান প্ৰফুল্ল গোস্বামী নলবাৰীৰ প্ৰায়বোৰ অনুষ্ঠানতে জড়িত আছিল, হয় সদস্য, নহয় সভাপতি হিচাপে। সেই সময়ৰ নলবাৰী নিৰ্মাণত তেখেতসকলৰ অৱদান যথেষ্ট। কিন্তু তেখেতে আৰু শ্ৰীমান গোস্বামীয়ে বিশেষকৈ নলবাৰী টাউনত নিজৰ নাম স্মৰণীয় হৈ থকাৰ কাৰণে কোনো চেষ্টা কৰা নাছিল। ভাৰতীয় জাতীয় কংগ্ৰেছৰ এজন অক্লান্ত সক্ৰিয় কৰ্মী হিচাপেহে নিজক সকলো ৰাজহুৱা কামতে জড়িত কৰিছিল নিঃস্বাৰ্থভাৱে। তাৰ মূল ৰহস্যটো হ'ল মহাত্মা গান্ধীৰ ত্যাগৰ আদৰ্শ। তেখেতে কিবা এটা কথাৰ বিনিময়ত প্ৰতিদান বিচৰা নাছিল।

ডাঃ হৰেকৃষ্ণ গোস্বামী খুদিয়া সত্ৰৰ সত্ৰাধিকাৰ আছিল। সেয়েহে আধ্যাত্মিকতাৰ দিশতো নিজকে জড়িত ৰাখি মহাত্মা গান্ধীৰ ত্যাগৰ আদৰ্শক নিজৰ জীৱনৰ সৈতে খাপ খুৱাই ল'ব পাৰিছিল। তেখেতে ১৯৩৬ চনত কলিকতাৰ পৰা এল.এম.এফ পাছ কৰি কোনো চৰকাৰী চাকৰিৰ চিন্তা নকৰি স্বাধীনভাৱে চিকিৎসা সেৱাত মনোনিৱেশ কৰিছিল। তেখেতৰ এই নিঃস্বাৰ্থ সেৱাৰ বাবে নলবাৰী তথা তেখেতৰ আশে-পাশে থকা গাঁও অঞ্চলৰ দুখীয়া ৰোগীসকল যথেষ্ট উপকৃত হৈছিল। সেই সময়তে নলবাৰী তেনে এজন সৎ সেৱা আগবঢ়োৱা ডাক্তৰ আছিল ডাঃ বাণীকিঙ্কৰ গোস্বামী। অৱশ্যে নলবাৰীত লোকেল ব'ৰ্ডৰ অধীনত এখন চৰকাৰী হস্পিতাল আছিল। ইয়াত বাহিৰে নলবাৰী অঞ্চলৰ চিকিৎসাৰ বাবে আছিল ঠায়ে ঠায়ে থকা সৰু-বৰ কবিৰাজসকল আৰু বেজালি পদ্ধতি।

ডাঃ গোস্বামীয়ে তেখেতৰ সামাজিক কৰ্ম জীৱনত ব্ৰতী হয় ৰায়ত সভাৰ জৰিয়তে ১৯৩৭ চনত। নলবাৰী সমাজ জীৱনৰ লগত জড়িত হৈ তেখেতে নলবাৰী সংস্কৃত কলেজ, নলবাৰী কলেজ, পৌৰসভা, নলবাৰী নাট্য মন্দিৰ, পূৰ্ব ভাৰতী, নাট্যমন্দিৰ, নলবাৰী ছোৱালী হাইস্কুল, নলবাৰী গৰ্ডন হাইস্কুল, অসম শিক্ষক সংস্থাৰ অধিৱেশন আদি অনুষ্ঠানত কেতিয়াবা সভাপতি, কেতিয়াবা

সম্পাদক আৰু কেতিয়াবা সদস্য হিচাপে জড়িত হৈ নিজৰ গুৰু দায়িত্ব সুকলমে সম্পাদন কৰিছিল।

গাঁও অঞ্চলতো তেখেতৰ কৰ্মৰাজিৰ নিদৰ্শন এতিয়াও জিলিকি আছে। তেখেত কটৰা হাইস্কুলৰ প্ৰতিষ্ঠাপক সভাপতি আছিল আৰু আমৃত্যু তেখেত সেই স্কুলৰ পৰিচালনা সমিতিৰ সভাপতিৰ পদ অলঙ্কৃত কৰিছিল। ইয়াৰ উপৰিও বিষ্ণুৰাম মেধি হাইস্কুল, কেন্দুকুছি এম.ই. স্কুল আৰু আলি-পদুলি আদি নিৰ্মাণত জড়িত হৈ তেখেতৰ বহুমুখী কৰ্মৰাজিৰ নিদৰ্শন ৰাখি থৈ গৈছে।

তেখেতৰ এই কামৰ নিদৰ্শন স্বৰূপে নলবাৰী কংগ্ৰেছ কমিটি, নলবাৰী সাহিত্য সমাজ, নলবাৰী হৰিমন্দিৰ, নলবাৰী কলেজ আৰু নমাটি চিকিৎসালয়ৰ পৰা তেখেতক সম্বৰ্দ্ধনাও জনোৱা হৈছে। তেখেতে অলপ-অচৰপ লিখা-মেলাও কৰিছিল, বিশেষকৈ কলিকতাত পঢ়ি থকা সময়ত 'আৱাহন' আৰু 'নাম নাই' আলোচনীত। আকৌ 'মোৰ জীৱনত এভুমুকি' নামেৰে এখন আত্মজীৱনীও লিখি থৈ গৈছে।

আমি যদিও মহাত্মা গান্ধীৰ স্বাধীনতা আন্দোলনত আমাৰ বয়সৰ লগত ৰজিতা খোৱা কৰ্মৰাজিৰ সৈতে জড়িত হৈ পৰিছিলো, তথাপি ১৯৪৯ চনত আমি কংগ্ৰেছৰ আদৰ্শৰ পৰা ফালৰি কাটি আহিলো। সেই সময়ত নলবাৰী কলেজত এজন নতুন অধ্যাপক আহি কলেজত যোগদান কৰে। তেখেতৰ নাম হ'ল প্ৰয়াত উমাকান্ত শৰ্মা। তেখেত আছিল সমাজবাদী আদৰ্শত দীক্ষিত। আনহাতে সেই সময়তে নলবাৰীলৈ লোকনায়ক জয়প্ৰকাশ নাৰায়ণ আৰু ডাঃ ৰামমনোহৰ লোহিয়া আহি গৰ্ডন খেলপথাৰত ভাষণ দিয়ে। এই ভাষণে আমাক যথেষ্ট প্ৰভাৱিত কৰিছিল। তেতিয়াৰে পৰা আমি কিছুমান ডেকা ল'ৰা চ'ছিয়েলিষ্ট আদৰ্শবাদী হৈ পৰিলো। গতিকে কংগ্ৰেছৰ নেতৃবৃন্দৰ লগত দূৰত্ব বাঢ়িল। কিন্তু কংগ্ৰেছ নেতাসকলৰ প্ৰতি থকা শ্ৰদ্ধা হ্ৰাস হোৱা নাছিল। বিশেষকৈ ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ প্ৰতি অকণমানো হীন-দেড়ি হোৱা নাছিল। কাৰণ তেখেত আছিল মৃদুভাষী, শিষ্ট, মৰমিয়াল, হাস্য মুখৰ, শান্ত-সৌম্য মূৰ্তিৰ এজন প্ৰকৃত ভদ্ৰলোক। এনে এজন ব্যক্তিৰ সন্মুখত মূৰ দোওৱাৰ বাহিৰে আন কোনো চিন্তাই মনলৈ আহিব নোৱাৰে। এনেহেন এজন মানুহৰ কৰ্মৰাজিৰ অৱসান ঘটে ১৯৯২ খৃ.ৰ ৭ মাৰ্চৰ মাজনিশা। শেষত তেখেতলৈ শ্ৰদ্ধা নিবেদন কৰি বিদেহী আত্মাৰ সদ্গতি কামনা কৰিলো। ❑

---

**শ্ৰীদাস কামৰূপ কলেজ, চামতাৰ ৰাজনীতি বিজ্ঞান বিষয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। এগৰাকী সাহিত্যানুৰাগী ব্যক্তি।**

# ডাঃ হৰেকৃষ্ণ গোস্বামী
## আৰু
# কিছু ব্যক্তিগত অনুভৱ

ড° লীনা ডেকা

'আমাক পাহৰি যাব অনাগত ভৱিষ্যই,
মানুহৰ মিছা ইতিহাসে,
আমাক পাহৰি যাব প্ৰভাতৰ পূবেৰুণে,
সন্ধিয়াৰ সুন্দৰ আকাশে।'
—*দেৱকান্ত বৰুৱা*

সঁচা কথা, এই পৃথিৱীত কোনেও চিৰকাল ৰৈ নাথাকে। অনাগত দিনৰ হিচাপত সকলোবোৰ এটা সময়ত ইতিহাস হৈ যায়। তথাপি মানুহে কিন্তু ইতিহাসক মনত ৰাখে। ভৱিষ্যতৰ নতুন প্ৰজন্মই সেই অতীত ইতিহাসৰ পৰাও পাব পাৰে অনুপ্ৰেৰণা—জীয়াই থকাৰ কলা। দৰাচলতে, সমগ্ৰ জীৱনটোৱেই হ'ল এটা কলা। এই জীৱন কলাৰ সৈতে জড়িত হৈ আছে জীৱনৰ সৌন্দৰ্য। মানুহৰ জীৱনৰ সৌন্দৰ্য গঢ় লৈ উঠে মানুহজনৰ গুণাৱলীৰ ওপৰত। কথা-বতৰা, কাম-কাজ, আচৰণ আদি যাৰ পৰিমাৰ্জিত, তেনে মানুহৰ জীৱনৰ সৌন্দৰ্য ফুটি উঠে। তেনে এগৰাকী লোক, যি নলবাৰী সমাজ জীৱনৰ সৈতে ওতঃপ্ৰোতভাৱে জড়িত—তেখেত হ'ল ডাঃ হৰেকৃষ্ণ গোস্বামী। পেছাত চিকিৎসক, অথচ মানুহজনে সদায়ে নিজকে সমাজ জীৱনৰ সৈতে জড়িত কৰিহে ভাল পাইছিল। অসমীয়া জনজীৱনৰ অতি পৰিচিত তথা অসমীয়া সংস্কৃতিৰ অন্যতম উপাদান—সত্ৰত তেখেতে জন্মগ্ৰহণ কৰিছিল। সেই সূত্ৰেই লাভ কৰিছিল তেখেতে এক সংস্কৃতিবান পৰিয়াল।

আমি তেতিয়া তেনেই সৰু; স্কুলীয়া ছাত্ৰী। মাহঁতৰ মুখত শুনিছিলোঁ

অনেক প্ৰসংগত ডাঃ হৰেকৃষ্ণ গোসাঁইৰ কথা। মানুহজনক দেখা নাছিলোঁ তেতিয়াও। মই যেতিয়া নলবাৰী মহাবিদ্যালয়ত ভৰ্তি হ'লো, নলবাৰী সাহিত্য সমাজৰ লগত জড়িত হৈ পৰিলোঁ। 'নলবাৰী সাহিত্য সমাজ'ৰ কোনোবা এখন সভাতে মই প্ৰথমে ডাঃ গোস্বামীক দেখিছিলোঁ। বিভিন্ন সময়ত তেখেতৰ ভাষণো শুনিছিলোঁ। ৰাজেন ডেকাৰ ছোৱালী বুলি পৰিচয় দিয়াত মোক ওচৰলৈ মাতি নি কথা-বতৰা পাতিছিল। তেতিয়াৰেপৰা মানুহজনক জানিবলৈ আৰম্ভ কৰিলোঁ। গম পাইছিলোঁ, তেতিয়াই নলবাৰীৰ প্ৰায় সকলোবোৰ সামাজিক অনুষ্ঠানৰ লগতে তেখেত জড়িত হৈ আছিল। আমি পঢ়া মহাবিদ্যালয়খনৰ পৰিচালনা সমিতিৰ সভাপতিও আছিল। ইয়াৰ উপৰিও দেৱীৰাম পাঠশালা হাইস্কুল, নলবাৰী ছোৱালী হাইস্কুল, নলবাৰী সংস্কৃত কলেজ, চৰকাৰী গৰ্ডন হাইস্কুল, কামৰূপ সংস্কৃত সঞ্জীৱনী সভা, গুৱাহাটী স্কুল ব'ৰ্ড, বিষ্ণুৰাম মেধি হাইস্কুল, কেন্দুকুছি এম.ই. স্কুল, কটৰা হাইস্কুল আদিকে ধৰি নলবাৰীৰ প্ৰায়বোৰ শিক্ষানুষ্ঠানৰে তেখেত সভাপতি বা যিকোনো প্ৰকাৰে জড়িত হৈ আছিল। নলবাৰী পৌৰসভাৰ সভাপতি, অসম কলেজ শিক্ষক সংস্থাৰ নলবাৰী অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি, অসম সাহিত্য সভাৰ নলবাৰী অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সম্পাদক আদি হোৱাৰ পৰা এই কথা সহজে বুজিব পাৰি যে ডাঃ গোস্বামীৰ পৰিচালিকা শক্তি আছিল অদ্ভুত। দৰাচলতে, কৰ্মই আছিল তেখেতৰ জীৱন। বিভিন্ন ৰাজহুৱা কামত জড়িত হৈ সম্পূৰ্ণ উৎসৰ্গিত মনোভাৱেৰে তেখেতে সমাজৰ হকে কাম কৰিছিল। ইয়াৰ লগে লগে আগবঢ়াই নিছিল তেখেতে নিজৰ ৰাজনৈতিক জীৱনটো। তেখেত আছিল নলবাৰী জিলা কংগ্ৰেছৰ উপ-সভাপতি, নলবাৰী টাউন কংগ্ৰেছৰ সভাপতি। নিজে আছিল সম্পূৰ্ণৰূপে কংগ্ৰেছী; অন্য ৰাজনৈতিক দলৰ কৰ্মীকো তেখেতে উপযুক্ত সন্মান প্ৰদৰ্শন কৰিছিল।

সত্ৰীয়া নিয়ম-নীতিৰ মাজত ডাঙৰ-দীঘল হৈ ডাঃ গোস্বামী এটা সংস্কৃতিবান মনৰ অধিকাৰী হৈছিল। নলবাৰীত স্কুলীয়া শিক্ষা গ্ৰহণ কৰি কটন কলেজৰপৰা আই.এ. পাছ কৰি কলিকতাৰ প্ৰেছিডেন্সী কলেজৰপৰা তেখেতে এল.এম.এফ. পৰীক্ষা উত্তীৰ্ণ হৈছিল। বিদেশী চৰকাৰৰ অধীনত চাকৰি নকৰি তেখেতে স্বাধীনভাৱে চিকিৎসালয় খুলি চিকিৎসা বৃত্তিত নিজকে নিয়োজিত কৰিছিল। চিকিৎসক হিচাপে তেখেতে সুনামো অৰ্জন কৰিবলৈ সক্ষম হৈছিল।

কিন্তু চিকিৎসকতকৈ ডাঃ হৰেকৃষ্ণ গোস্বামীৰ আচল পৰিচয় আছিল সমাজসেৱক হিচাপেহে। নলবাৰীৰ সমাজ জীৱনৰ সৈতে তেখেত

ওতঃপ্ৰোতভাৱে জড়িত হৈ সমাজৰ প্ৰায়বোৰ দিশৰে কাম-কাজত প্ৰবৃত্ত হৈছিল, সফলো হৈছিল। নলবাৰীৰ সমাজ জীৱনৰ কথা ক'বলৈ গ'লেই যিকোনো প্ৰকাৰে ডাঃ গোস্বামীৰ নামটো উত্থাপিত নোহোৱাকৈ নাথাকে।

ভাৰতবৰ্ষৰ স্বাধীনতা সংগ্ৰামত বিভিন্ন ধৰণে সেৱা আগবঢ়োৱা গোস্বামীদেৱে সময় উলিয়াই সাহিত্য চৰ্চাও কৰিছিল আৰু ইয়াৰ পৰিণতিতে তেখেতৰ কাপৰপৰা নিগৰিছিল 'মোৰ জীৱনত এভুমুকি' নামৰ গ্ৰন্থখন, য'ত ডাঃ গোস্বামীয়ে নিজৰেই জীৱনী সন্নিৱিষ্ট কৰি থৈ গৈছে। এই আত্মজীৱনীখনৰ জৰিয়তে ডাঃ গোস্বামীৰ জীৱনৰ অনেক সৰু-বৰ দিশ উন্মোচিত হৈছে। এই গ্ৰন্থই অন্ততঃ ডাঃ গোস্বামীক অনাগত ভৱিষ্যতৰ দিনবোৰতো জীয়াই ৰাখিব। ❑

---

ড° ডেকা এগৰাকী সুলেখিকা আৰু মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰবক্তা। কবি, গল্পকাৰ।

# মই জনা-শুনা ডাঃ হৰেকৃষ্ণ গোস্বামী

**নগেন্দ্ৰ নাথ ভট্টাচাৰ্য**

কিছুমান ব্যক্তি মৃত্যুৰ পাছতো বহুকাললৈ স্মৰণীয় হৈ থাকে তেওঁলোকে জীৱিত কালত সমাজৰ হকে কৰি যোৱা কিছুমান নিঃস্বাৰ্থ কামৰ বাবে। ডাক্তৰ হৰেকৃষ্ণ গোস্বামী আছিল তেনে এজন স্মৰণীয় ব্যক্তি। এনেকুৱা ব্যক্তিৰ সংখ্যা বৰ কম। ডাক্তৰ হৰেকৃষ্ণ গোস্বামীক মই খুব ওচৰৰপৰা লগ পোৱা নাছিলোঁ। তেখেত বিভিন্ন অনুষ্ঠানৰ লগত জড়িত থকা কাৰণেহে তেখেতক জনাৰ সুযোগ পাইছিলোঁ। তেখেতক মই পাণ্ডুলা দামোদৰ ধামৰ ধৰ্মালোচনী সভাৰ সভাপতিৰ আসন অলংকৃত কৰা সৰুতে দেখা পাইছিলোঁ।

ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ জন্ম হৈছিল খুদিয়া সত্ৰৰ পৰিমণ্ডলত। সত্ৰীয় পৰম্পৰাৰ মাজতে তেখেত ডাঙৰ-দীঘল হৈছিল। দয়া, ক্ষমা, উদাৰতা, বিশালতা আদিৰ নিচিনা মানৱীয় গুণসমূহ তেখেতে সত্ৰীয় পৰম্পৰাৰ পৰাই লাভ কৰিছিল। তেখেত নৈষ্ঠিক আছিল; কিন্তু গোড়াভাৱাপন্ন নাছিল। সেয়ে জাতি, বৰ্ণ, ধৰ্ম নিৰ্বিশেষে সকলোৱে তেখেতক শ্ৰদ্ধা কৰিছিল। সন্মান কৰিছিল, ভাল পাইছিল। ব্যক্তিগত জীৱন আৰু সামাজিক জীৱনৰ মাজত প্ৰভেদ নৰখা ব্যক্তি আছিল গোস্বামীদেৱ।

ডাঃ গোস্বামীদেৱ ছাত্ৰাৱস্থাৰ পৰাই কংগ্ৰেছ কৰ্মী আছিল। তেখেত জাতিৰ পিতা মহামানৱ মহাত্মাগান্ধীৰ ভক্ত আছিল। সমাজসেৱাৰ আদৰ্শ বোধহয় গান্ধীজীৰ পৰা তেখেতে লৈছিল। তেখেতে খাদী কাপোৰ ব্যৱহাৰ কৰি গান্ধী দৰ্শন গ্ৰহণ কৰিছিল। সমাজৰ উন্নতি তেখেতৰ কাম্য আছিল। আধুনিক নলবাৰী নিৰ্মাতাসকলৰ এজন আছিল গোস্বামীদেৱ। শ্ৰীমান প্ৰফুল্ল গোস্বামী, প্ৰভাত গোস্বামী, হৰিচৰণ পাঠক, কনক বৰ্মন আদি তেখেতৰ সহযোগী আছিল। নলবাৰীৰ উন্নতিৰ কল্পে তেখেতে বিভিন্ন অনুষ্ঠান যেনে, নলবাৰী কলেজ, নলবাৰী কমাৰ্চ কলেজ, নলবাৰী আৰ্ট স্কুল, নলবাৰী সংস্কৃত কলেজ, নলবাৰী হাই মাদ্ৰাছা স্কুল আদিৰ লগত জড়িত থাকি সেইবোৰৰ নিৰ্মাণত অৰিহণা যোগাইছিল। নলবাৰী জিলাৰ কেইবাখনো হাইস্কুলৰ প্ৰতিষ্ঠাপক সভাপতি

আছিল তেখেত। পাগুলা দামোদৰ ধামৰ পৰিচালনা সমিতিৰ তেখেত কেইবা বছৰো ধৰি সভাপতি হৈ থাকি ধামৰ উন্নতি কল্পে বহু কাম কৰিছিল।

যি সময়ত তেখেতে ডাক্তৰী শিক্ষা লৈ আহিছিল, সেই সময়ত তেখেতে ইচ্ছা কৰা হ'লে চৰকাৰী চাকৰি কৰি আৰামদায়ক জীৱন-যাপন কৰিব পাৰিলেহেঁতেন। কিন্তু তেখেত তেনে ধাতুৰ মানুহ নাছিল। তেখেত আছিল স্বাধীনচিতীয়া মনৰ মানুহ। সেয়ে তেখেতে নলবাৰী চহৰত ফাৰ্মাচী খুলি চিকিৎসা কৰ্মৰ জৰিয়তে জনসেৱা কৰিছিল। তেখেতে মানুহৰ ঘৰে ঘৰে গৈও চিকিৎসাসেৱা আগবঢ়াইছিল। তেখেতে বেমাৰীক ঔষধৰ ব্যৱস্থা দিয়াৰ উপৰিও আশীৰ্বাদ দিছিল যাতে বেমাৰ সোনকালে নিৰাময় হয়। তেখেতৰ ওচৰলৈ ধনী-দুখী সকলো স্তৰৰ মানুহ বিনাদ্বিধাই যাব পাৰিছিল। এইটো তেখেতৰ উল্লেখযোগ্য মহৎগুণ বুলি ক'ব পাৰি।

গোস্বামীদেৱ সক্ৰিয় ৰাজনীতিৰ লগত জড়িত থাকিলেও ক্ষমতাৰ প্ৰতি লালায়িত নাছিল। ৰাজহুৱা কামক তেখেতে ৰাজনীতিৰ মেৰপাকৰ বাহিৰত ৰাখিছিল। ৰাজহুৱা কামত তেখেতে আন দলৰ মানুহকো গুৰুত্ব দিছিল। কিন্তু তেখেত নীতিত বৰ কঠোৰ আছিল। সামাজিক কামৰ মাজেৰে তেখেতৰ ত্যাগৰ মহিমা প্ৰকাশ পাইছিল।

গোস্বামীদেৱ সাহিত্য-সংস্কৃতি ভাল পোৱা মানুহ আছিল। নলবাৰী সাহিত্য সমাজ, নলবাৰী লেখক সংঘৰ সদস্য আছিল। লেখক সংঘৰ বৈঠকত তেখেতে প্ৰবন্ধ আদি পাঠ কৰিছিল। ১৯৬৫ চনত নলবাৰী চহৰত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ আদৰণী সমিতিৰ তেখেত অন্যতম সম্পাদক আছিল। আনগৰাকী আছিল ডাঃ নৃপেন্দ্ৰ মল্ল বুজৰ বৰুৱা। সভাপতি আছিল নন্দনতাত্ত্বিক ত্ৰৈলোক্য নাথ গোস্বামী। সেই সময়ত ডাক্তৰ গোস্বামীদেৱে কেইজনমান সহযোগীক লগত লৈ অসমৰ বিভিন্ন ঠাইলৈ গৈ দান-বৰঙণি সংগ্ৰহ কৰি সভাখন সুচাৰুৰূপে সমাপন কৰিছিল। ধন ৰাহিহে হৈছিল। এইটো কম কৃতিত্বৰ কথা নহয়।

ডাক্তৰ গোস্বামীয়ে ধাৰণ কৰি অহা দয়া, ক্ষমা, উদৰতা, বিশালতা আদি গুণবোৰ আজিৰ প্ৰজন্মই নিজৰ জীৱনত প্ৰতিফলিত কৰিব পাৰিলেহে তেখেতক প্ৰকৃত শ্ৰদ্ধা জনোৱা হ'ব। শেষত পৰমেশ্বৰে ডাঃ গোস্বামীৰ বিদেহী আত্মাক পৰম শান্তিধামত ৰাখক এই কামনাৰে। ❑

---

নগেন্দ্ৰ নাথ ভট্টাচাৰ্য্য এগৰাকী সু-বক্তা, সু-লেখিকা, আৰ্য-সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু লোক-সংস্কৃতিৰ বিষয়ে চিন্তা-চৰ্চা কৰা ব্যক্তি। বিশেষকৈ লোক-সাহিত্যৰ ওপৰত যথেষ্ট লিখা-মেলা কৰি আছে।

# স্মৃতিৰ সুৰুঙাৰে ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱ

গুণেশ্বৰ শৰ্মা

আধুনিক নলবাৰীক গঢ় দিয়া যিসকল খনিকৰ-পিতৃ সেইসকলৰ ভিতৰত ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱ অন্যতম। ১৯৪৭ চনত নলবাৰী গৰ্ডন হাইস্কুলৰ পঞ্চমমান শ্ৰেণীত আমি ভৰ্তি হৈছিলোঁগৈ। নলবাৰী গৰ্ডন হাইস্কুল বৰ্তমান নলবাৰী জিলা সদৰৰ চৰকাৰী উচ্চতৰ বিদ্যালয়। আমি পঢ়া সেই সময়ত আৰু তাৰো পাছলৈ অৰ্থাৎ ১৯৬০ চনমানলৈ গৰ্ডন হাইস্কুলেই উত্তৰ কামৰূপৰ একমাত্ৰ নিৰ্ভৰযোগ্য হাইস্কুল আছিল। গাঁৱৰপৰা খোজকাঢ়ি গৈ গৰ্ডন হাইস্কুলত আৰু নলবাৰী কলেজত পঢ়িলেও কোনো খেলা-ধূলা, উৎসৱ-পৰ্ব, সভা-সমিতি আদি বাদ দিয়া নাছিলো। তেতিয়া আলিবাটত ৰাতিও মানুহৰ অবাধ চলাচল আছিল। ৰাজহুৱা হলত হোৱা থিয়েটাৰ চাই ৰাতি ১২ বজাতো আহিছিলো। ক'ৰবাত কেতিয়াবা ভূত ওলাব বুলিহে ভয় আছিল। এই খেলা-ধূলা, উৎসৱ-পৰ্ব, সভা-সমিতিবোৰত প্ৰায়ে ডাঃ গোস্বামীদেৱক দেখিবলৈ পাইছিলো। তেতিয়া তেখেত ডেকা মানুহ। পেচাত ডাক্তৰ হ'লেও তেখেত সৰ্বতোমুখী সৰ্বাঙ্গীন অভিজ্ঞতাৰ অধিকাৰী আছিল। তেখেতৰ সুচিন্তিত ভাষণবোৰত সেই অভিজ্ঞতাৰ স্ফুৰণ ঘটিছিল, মানুহে শুনি বৰ ভাল পাইছিল। আমি ছাত্ৰসকলে শুনি বৰ আপ্লুত হৈছিলো। সেইবাবে এইবোৰত তেখেতৰ আমন্ত্ৰণ অপৰিহাৰ্য আছিল।

আমি গৰ্ডন হাইস্কুললৈ যোৱা বছৰ অৰ্থাৎ ১৯৪৭ চনতে ১৫ আগষ্টত ভাৰতে স্বাধীনতা লাভ কৰিছিল। প্ৰথম সেইবেলি ১৫, ১৬, ১৭ আগষ্টলৈ তিনিদিনীয়া কাৰ্যসূচীৰে স্বাধীনতা উৎসৱ পালন কৰা হৈছিল। সম্ভৱতঃ স্বাধীনতা উৎসৱৰ তিনিওদিনৰ কাৰ্যসূচী তথা সভাতে তেখেতক দেখিবলৈ পাইছিলো। ডেকা উদ্যোগী কংগ্ৰেছ কৰ্মী ডাক্তৰদেৱে গৰ্ডন হাইস্কুলৰ প্ৰাক্তন ছাত্ৰ হিচাপে গৰ্ডনৰ কাৰ্যসূচীবোৰ যথাযথ সাফল্যমণ্ডিত হোৱাত বৰ তৎপৰতা আৰু ব্যস্ততাৰ পৰিচয় দিছিল। সেইসকল ব্যক্তি হাতে-মুখে সমান কৰ্মী আছিল। সেই

কৰ্মপ্ৰেৰণা অতি উৎসাহজনক আৰু সৰ্বতোভাৱে গ্ৰহণীয়, অনুকৰণীয়। তেখেতে ছাত্ৰসকলক উদ্দেশ্য কৰি কোৱা এযাৰ কথা আজিও মোৰ অবিকল মনত আছে। সেয়া হ'ল, "তোমালোক পৰাধীন ভাৰতত জন্ম গ্ৰহণ কৰিলেও ছাত্ৰ অৱস্থাতে স্বাধীনতাৰ সোৱাদ পালা। তোমালোকে দেশখনক অৰ্থনৈতিকভাৱে স্বাধীন কৰিব লাগিব।" তেখেতৰ কথাই আমাক উদ্বুদ্ধ আৰু গৌৰৱান্বিত কৰিছিল।

গৰ্ডন হাইস্কুল, নলবাৰী কলেজ আৰু পিছলৈ দেৱীৰাম পাঠশালা হাইস্কুল তেখেতৰ অতি প্ৰিয় আছিল। এই শিক্ষানুষ্ঠানসমূহৰ প্ৰতি তেখেতৰ আনুগত্য আৰু কৰ্মপ্ৰেৰণা সততে সুঁৱৰিবলগীয়া। নলবাৰী কলেজ গঠনত তেখেতৰ কায়িক-মানসিক শ্ৰম আৰু অৱিহণা মোৰ ক্ষুদ্ৰ লিখনিয়ে সম্পূৰ্ণ ঢুকি নাপায়। তেতিয়াৰ নলবাৰী কলেজৰ উপাধ্যক্ষ প্ৰভাত চন্দ্ৰ গোস্বামীদেৱ, স্বনামধন্য আইনজীৱী হৰিচৰণ পাঠকদেৱৰ নামো এই ক্ষেত্ৰত অপৰিহাৰ্যভাৱেই উল্লেখযোগ্য। সেই সময়ত এই তিনিগৰাকী ব্যক্তি ক্ৰমে স্বনামধন্য আইনজীৱী হৰিচৰণ পাঠকদেৱ, নলবাৰী কলেজৰ উপাধ্যক্ষ প্ৰভাত চন্দ্ৰ গোস্বামীদেৱ আৰু ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱক নলবাৰীৰ ত্ৰিমূৰ্তি বোলা হৈছিল, যেন অসমীয়া ভাষা-সাহিত্যৰ তাহানিৰ জোনাকী যুগৰ হেম, বেজ আৰু মাজু (চন্দ্ৰকুমাৰ আগৰৱালা) -হে। এই আখ্যা আছিল অতি সাৰ্থক আৰু স্বতঃস্ফূৰ্ত কৃতজ্ঞতাজ্ঞাপক। শিক্ষা-সংস্কৃতিৰে নলবাৰীৰ সৰ্বাঙ্গীন উন্নয়নেই যেন তিনিওৰে ধ্যান।

এই ক্ষেত্ৰত কেইটামান কথা অতি উল্লেখযোগ্য। ১৯৪৫ চনৰ কথা। তেতিয়া অসম কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত। নলবাৰী তেতিয়া গাঁও যেনেই আছিল। গ্ৰামাঞ্চলত কলেজ পতাৰ কাৰণে কলিকতা বিশ্ববিদ্যালয়ৰ অনুমতি পোৱাটো অতি দুৰুহ কাম যেনেই আছিল। পাঠকদেৱ আৰু ডাক্তৰদেৱ কলিকতালৈ গৈ এই অনুমতি আনি কলেজ প্ৰতিষ্ঠা কৰিছিল। তেতিয়া নলবাৰী ৰাজহুৱা হলতে নলবাৰী কলেজ আছিল।

১৯৪৯-৫০ চনৰ ভিতৰত কলেজ জাপাৰকুছিৰ বৰ্তমানৰ ঠাইলৈ যায়। ১৯৫০ চনত আমি কলেজত ভৰ্তি হৈছিলো। ১৯৫৪ চনত কলেজত এখন কলা প্ৰদৰ্শনী অনুষ্ঠিত কৰা হৈছিল। প্ৰদৰ্শনী অনুষ্ঠিত কৰা আৰু সুকলমে পৰিচালনা কৰি সাফল্যমণ্ডিত কৰাত এই ব্যক্তিসকলৰ কায়িক-মানসিক শ্ৰম আছিল অনন্য। প্ৰদৰ্শনীখন বৰ আকৰ্ষণীয় আৰু কৃতকাৰ্য হৈছিল। তেজপুৰৰ ইন্দ্ৰেশ্বৰ বৰঠাকুৰদেৱক আমন্ত্ৰণ কৰি আনি প্ৰদৰ্শনীখন উদ্বোধন কৰা হৈছিল। এইগৰাকী ব্যক্তি আছিল নলবাৰী গৰ্ডন হাইস্কুলৰ দ্বিতীয়গৰাকী প্ৰধান শিক্ষক, ঠিক স্বনামধন্য প্ৰধান শিক্ষক মণিৰাম দাসদেৱৰ অগ্ৰৱৰ্তী।

আকৌ ১৯৬৪ চনত নলবাৰী কলেজৰ খেল পথাৰত অসম সাহিত্য সভাৰ অধিৱেশন অনুষ্ঠিত কৰা হৈছিল। এই বিৰাট সভাখনৰ অভ্যাৰ্থনা সমিতিৰ সম্পাদক আছিল ডাঃ গোস্বামীদেৱ। ডাঃ গোস্বামীদেৱৰ অতি কৃতিত্বপূৰ্ণ সম্পাদনাত সাহিত্য সভা অতি সমাৰোহেৰে সমাধা হৈছিল। তেখেতে অসমীয়া ভাষা-সাহিত্যৰ এগৰাকী গুণগ্ৰাহী চমজদাৰ হিচাপে নিজক প্ৰতিষ্ঠা কৰাৰ লগতে ই আছিল তেখেতৰ সৰ্বস্তৰৰ জনপ্ৰিয়তা আৰু সাংগঠনিক দিশৰ এক মাইলৰ খুঁটি। অভ্যাৰ্থনা উচ্চমানবিশিষ্ট আছিল বুলি আজিও খ্যাতি আছে।

১৯৬৮ চনৰ কথা। নলবাৰী কলেজৰ অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামীদেৱে অৱসৰ গ্ৰহণ কৰিয়েই আগষ্ট মাহৰ মাজভাগৰপৰা নলবাৰীৰ কলেজ পথত অৱস্থিত ৰাজেন্দ্ৰ চৌধুৰী ভৱনত এটা স্নাতকোত্তৰ শিক্ষা শ্ৰেণী আৰম্ভ কৰিছিল অসমীয়া সাহিত্য বিভাগত। নলবাৰী কলেজৰ অসমীয়াৰ অধ্যাপক শশী শৰ্মা আৰু সংস্কৃতৰ অধ্যাপক নৰেন্দ্ৰ শৰ্মা (পিছলৈ ড. নৰেন্দ্ৰ শৰ্মা অসম সংস্কৃত শিক্ষাৰ পৰিদৰ্শক), এই দুজনাৰ সহায়ত শ্ৰেণীটো অধ্যক্ষদেৱে পৰিচালনা কৰিছিল। গধূলি ৫ বজাৰ পৰা ৰাতি ৮ বজালৈ শ্ৰেণী বহিছিল। ৰাতি ৭.৩০ বজা মানত ডাঃ গোস্বামী, পাঠকদেৱ, শিক্ষাবিদ জয়দেৱ শৰ্মাদেৱ আদি ব্যক্তিসকল প্ৰায়ে অধ্যক্ষ গোস্বামী চাৰৰ লগত বহিছিল। তেখেতসকলে নলবাৰীত বি.টি. (বৰ্তমান বি.এড.) কলেজ, আইন কলেজ আৰু কমাৰ্চ কলেজ প্ৰতিষ্ঠাৰ আলোচনা কৰিছিল। শ্ৰেণীৰ প্ৰশিক্ষাৰ্থী হিচাপে কেতিয়াবা আমিও আলোচনা শুনিছিলো আৰু কেতিয়াবা আলোচনাৰ ভাগো পাইছিলো। নলবাৰীৰ শিক্ষাৰ ক্ষেত্ৰখন স্বয়ংসম্পূৰ্ণ কৰাই আছিল তেখেতসকলৰ লক্ষ্য। সেইদৰে চিকিৎসা (তথা স্বাস্থ্য), সাহিত্য-সংস্কৃতিৰ আৰু খেল-ধেমালিৰ দিশতো সততে লক্ষ্য আছিল। এইসকল ব্যক্তিয়ে দানবীৰ মহেন্দ্ৰনাথ চৌধুৰীদেৱক বালিকা মহাবিদ্যালয় প্ৰতিষ্ঠাৰ বাবে উদ্বুদ্ধ কৰিছিল। আজি নলবাৰী বি.এড. কলেজ, কমাৰ্চ কলেজ, আইন কলেজ, বালিকা কলেজ প্ৰতিখনেই কৃতিত্বপূৰ্ণ শিক্ষানুষ্ঠান।

১৯৮৯ চনৰ আৰম্ভণিতে আকৌ নলবাৰী গৰ্ডন স্কুলৰ শতবাৰ্ষিকী মহোৎসৱ অনুষ্ঠিত কৰা হৈছিল। নলবাৰী গৰ্ডন হাইস্কুলৰ জন্ম ১৯১৭ চনত হ'লেও নলবাৰী এম.ই. স্কুল ১৮৮৭ চনত প্ৰতিষ্ঠা কৰা হৈছিল। সেইবাবে ১৯৮৯ চনত স্কুলখনৰ শতবাৰ্ষিকী মহোৎসৱ উদ্‌যাপন কৰা হৈছিল। এই এম.ই. স্কুলকে ১৯১৭ চনত গৰ্ডন হাইস্কুল নাম দি হাইস্কুললৈ উন্নীত কৰা হৈছিল। গৰ্ডনৰ প্ৰাক্তন ছাত্ৰ হিচাপে ডাঃ গোস্বামী প্ৰাক্তন ছাত্ৰৰ মাজত যোগদান কৰাটো

সঁচাকৈ সৌভাগ্য আৰু গৌৰৱৰ কথা। গৰ্ডনৰ প্ৰাক্তন ছাত্ৰ বাবে আমিও উৎসৱৰ ভাগ পাইছিলো।

নলবাৰীৰ সকলো শ্ৰেণীৰ লোকৰ মাজতে ডাঃ গোস্বামীদেৱৰ সম্ভাৱ আৰু সমাদৰ আছিল, সেইদৰে আছিল আইনজীৱী পাঠকদেৱৰ। দুয়োৰো একনিষ্ঠ যত্নত নলবাৰীৰ মাৰোৱাৰী ব্যৱসায়িক শ্ৰেণীৰ লোকেও নলবাৰী কলেজত মুক্তহস্তে দান-বৰঙণি আগবঢ়াইছিল। ঈশ্বৰ দাস বাজাজে বাপেকৰ নামত 'কেদাৰমল বাজাজ হল' আৰু বিলাসৰায় ভাৰতীয়াই ছাত্ৰাবাসৰ ঘৰ এটা দান কৰিছিল। গতিকে অতি নিষ্ঠাবান আৰু নিঃস্বাৰ্থ সমাজকৰ্মী স্বৰূপে ডাঃ গোস্বামী আৰু পাঠকদেৱৰ নাম জাকতজিলিকা।

ডাঃ গোস্বামীদেৱ সকলো বিষয়তে অতি উদাৰ আছিল। অসমীয়া আৰু ইংৰাজী উভয় ভাষাতে উদাত্ত ভাষণ দিব পাৰিছিল। উল্লেখযোগ্য যে ১৯৫৫ চনত নলবাৰী কলেজত অসম কলেজ শিক্ষক সন্থাৰ বাৰ্ষিক সন্মিলন হৈছিল। অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল ডাঃ গোস্বামীদেৱ। তেখেতে ইংৰাজীত লিখি পাঠ কৰা অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণে সকলোকে মুগ্ধ কৰিছিল। আমি তেতিয়া কলেজখনৰ তৃতীয় বাৰ্ষিকৰ ছাত্ৰ আছিলো।

১৯৫৮ চনত নলবাৰী কলেজত বিজ্ঞান শাখা খোলা হৈছিল। এই বিষয়তো অতি উৎসাহী সমৰ্থক ব্যক্তি আছিল ডাঃ গোস্বামীদেৱ। তেখেত কলেজখনৰ পৰম হিতাকাংক্ষী বাবেই প্ৰশাসনিক সমিতিৰো অপৰিহাৰ্য সদস্য আছিল। এনে নিষ্ঠাবান হিতাকাঙ্খী কৰ্মী ব্যক্তি পোৱাটো অনুষ্ঠানৰ পৰম সৌভাগ্য আৰু গৌৰৱৰ কথা।

ডাঃ গোস্বামীদেৱৰ ৰাজনৈতিক উদাৰতাও প্ৰশংসনীয়। তেখেত নলবাৰী মহাবিদ্যালয়ৰ অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামীদেৱৰ সৌহাৰ্দস্বৰূপ আছিল। অথচ তেখেত আছিল সক্ৰিয় প্ৰবীণ কংগ্ৰেছী আৰু অধ্যক্ষ গোস্বামীদেৱ আছিল বিৰোধী ৰাজনৈতিক দলৰ সক্ৰিয় সদস্য। আইনজীৱী পাঠকদেৱো প্ৰবীণ কংগ্ৰেছী। গতিকে দেখা যায় অকল নলবাৰী কলেজ বুলিয়ে নহয়, তেখেতসকলে নলবাৰীৰ উন্নয়নক ৰাজনীতিৰ উৰ্দ্ধত ৰাখি কাম কৰি গৈছিল। ই এক বিৰাট উদাৰতা আৰু সামাজিক কৰ্ম সমন্বয়ৰ বিৰল দৃষ্টান্ত।

এগৰাকী সুচিকিৎসক, আদৰ্শ গৃহস্থ আৰু সুদক্ষ পিতৃস্বৰূপেও ডাঃ গোস্বামী প্ৰশংসাৰ গৰাকী। এটা ধুনীয়া বস্তুৰ সুন্দৰ স্মৃতিয়ে সদায় মনক আনন্দ দিয়ে। সেইদৰে গুণীৰ আদৰ্শ আৰু গুণাৱলী সদায় সকলোতে সমাদৃত। ❑

---

**শ্ৰীশৰ্মা এগৰাকী অৱসৰপ্ৰাপ্ত কৃতী শিক্ষক। সাহিত্য-সংস্কৃতিৰ লগত জড়িত আৰু কেবাখনো গ্ৰন্থৰ ৰচক।**

# এটি সুপৰিচিত নাম

# ডাঃ হৰেকৃষ্ণ গোস্বামী

ডাঃ চাবন আলী আহমেদ

১৯৩৬ চনত মেডিকেল স্কুলৰ শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হৈ ডাঃ গোস্বামীদেৱে পঞ্জীয়নভুক্ত ডাক্তৰৰূপে পৰিগণিত হয় আৰু কৰ্মজীৱনৰ পাতনি মেলাৰ আশাৰে ঘৰলৈ উলটি আহে। কলকাতাৰ পৰা ঘৰ পোৱা সময়ত গুৱাহাটী লোকেল বোৰ্ডৰ সভাপতি আছিল দেশভক্ত তৰুণৰাম ফুকন। তেখেতক ফুকনদেৱে চাকৰি দিব খুজিছিল। কিন্তু তেখেতৰ ডাঙৰ দাদা জগতকৃষ্ণ গোস্বামী আৰু মাজু দাদা গোবিন্দ কৃষ্ণ গোস্বামী দুয়োজনেই চাকৰি কৰা সমৰ্থন কৰা নাছিল আৰু স্বাধীনভাবে চিকিৎসা ব্যৱসায় চলাবলৈ পৰামৰ্শ দিছিল। সেয়েহে তেখেতে নিজা-ববীয়াকৈ চিকিৎসা সেৱা আৰম্ভ কৰিছিল।

নলবাৰী চহৰৰ এ-টি ৰোডত এটা আহল-বহল কোঠালী ভাড়া লৈ এজন ফাৰ্মাচিষ্ট নিয়োগ কৰি ১৯৩৬ চনতে স্বাধীনভাৱে চিকিৎসা সেৱা আৰম্ভ কৰিছিল। ধন লাভৰ তাড়নাত তেখেতে চিকিৎসা সেৱা কৰা নাছিল—মানৱতাৰ তাড়নাতহে কৰিছিল।

তেতিয়াও নলবাৰী চহৰৰূপে স্বীকৃত হোৱা নাই। নলবাৰীত পৌৰ সমিতিও গঠন হোৱা নাই। নলবাৰীত পৌৰ সমিতি গঠন, পৌৰ সমিতিক পৌৰ সভালৈ ৰূপান্তৰ, নলবাৰীত মহকুমা স্থাপন, নলবাৰীক জিলালৈ ৰূপান্তৰ আদি কামত তেখেতে অন্যান্য বন্ধু-বান্ধবৰ সৈতে গুৰিৰেপৰা সক্ৰিয়ভাৱে জড়িত আছিল।

বতাহগিলা—নমাটি অঞ্চলতে ডাঃ গোস্বামীৰ অৰিহনা অতুলনীয়। সেই অঞ্চলৰ ৰাস্তা-ঘাট, শিক্ষা, স্বাস্থ্য আদিৰ বিকাশত তেখেতে যথেষ্ট কষ্ট কৰিছিল। বতাহগিলা মৌজাৰ অন্তৰ্গত নমাটি ৰাজ্যিক চিকিৎসালয় প্ৰতিষ্ঠিত কৰাত সেই সময়ৰ স্বাস্থ্যমন্ত্ৰী ৰামনাথ দাসে যথেষ্ট সহায় কৰিছিল। তেখেতৰ জীৱনৰ প্ৰথম

উল্লেখযোগ্য সামাজিক সংগঠন হ'ল "বতাহগিলা মৌজা ৰায়ত সভা"। তেখেত এই ৰায়তৰ প্ৰতিষ্ঠাপক সম্পাদক আছিল। তেখেতে সক্ৰিয়ভাৱে জড়িত থাকি বিকাশ আৰু বিস্তৃতিত অংশ গ্ৰহণ কৰা দ্বিতীয় বিশিষ্ট সামাজিক সংগঠন হ'ল নলবাৰী পৌৰসভা। নলবাৰী পৌৰ সমিতি গঠিত হৈছিল ১৯৩৮ চনত। আৰম্ভণিৰ পৰা ১৯৫৫ চনলৈ প্ৰথমে সদস্য আৰু সভাপতি ৰূপে জড়িত আছিল ডাঃ গোস্বামী।

তেখেতৰ জীৱনৰ আন এটা উল্লেখযোগ্য কীৰ্তিস্তম্ভ হ'ল ১৯৪৫ চনত আনুষ্ঠানিকভাৱে প্ৰতিষ্ঠিত নলবাৰী কলেজ। নলবাৰীত পৌৰ সমিতি গঠন হোৱাৰ পিছত এখন কলেজ প্ৰতিষ্ঠা কৰাৰ কথা ঘানাক-ঘুনুককৈ ওলাই আছিল। কিন্তু কোনেও আগবাঢ়ি অহা নাছিল। সেই সময়ত নলবাৰীত তিনিটা বিশিষ্ট আড্ডা আছিল—এটা তেখেতৰ নিজৰ ফাৰ্মাচী, দ্বিতীয়টো নাট্যমন্দিৰৰ ওচৰত থকা মহাদেব কবিৰাজৰ ফাৰ্মাচী আৰু তৃতীয়টো ৰামেশ্বৰলাল মস্কৰাৰ গাদী। এদিন কবিৰাজৰ ফাৰ্মাচীত ওলাল কলেজ প্ৰতিষ্ঠাৰ কথা। সেই আলোচনাত ৺প্ৰভাত চন্দ্ৰ গোস্বামী আৰু হৰিচৰণ পাঠকো আছিল। কবিৰাজে এটি আবেগপূৰ্ণ বক্তৃতাৰে তেখেতসকলক উদ্দীপ্ত কৰি তুলিছিল। কবিৰাজে পকেটৰপৰা এক টকা উলিয়াই কৈছিল "লোৱা এই টকা। লাগা কলেজৰ কামত।" কথামতে কাম। সেই সময়ৰ কামৰূপ জিলাৰ উপায়ুক্ত শিশিৰ কুমাৰ দত্তক সভাপতি আৰু প্ৰভাত চন্দ্ৰ গোস্বামীক সম্পাদক হিচাবে লৈ কলেজ নিৰ্মাণ সমিতি গঠিত হৈছিল। ডাঃ হৰেকৃষ্ণ গোস্বামী এজন সদস্য হৈ কাম কৰি গৈছিল। ১৯৪৫ চনত ২৮ জন ছাত্ৰৰে আৰম্ভ হোৱা নলবাৰী কলেজৰ প্ৰথম অধ্যক্ষ আছিল ৺ত্ৰৈলোক্য নাথ গোস্বামী।

ডাঃ গোস্বামীৰ জীৱনৰ মহৎ ব্ৰত আছিল জনসেৱা। তেখেত প্ৰকৃত অৰ্থতেই লোকসেৱক আছিল। তেখেত নলবাৰী চহৰতে আবদ্ধ নাছিল, তেখেতৰ কৰ্মক্ষেত্ৰ আছিল সমগ্ৰ নলবাৰী অঞ্চল। গাঁৱলীয়া অঞ্চলত শিক্ষা প্ৰচাৰ, মাদক দ্ৰব্য বৰ্জন, বাট-পথৰ উন্নতি সাধন, জনস্বাস্থ্যৰ উন্নতি সাধন, অস্পৃশ্যতা বৰ্জন প্ৰভৃতি বিভিন্ন দিশৰ লগত তেখেত জড়িত আছিল।

তেখেতে বহুকাল ব্যাপি গুৱাহাটী লোকেল বোৰ্ড আৰু শিক্ষা বোৰ্ডৰো সদস্য আছিল। ১৯৩৮ চনৰ পৰা তেখেতে লাগি আছিল নলবাৰীক মহকুমাৰূপে গঢ়ি তুলিবলৈ। ১৯৬৭ চনত মহকুমা হোৱাৰ পাছত ১৯৮৫ চনত নলবাৰী জিলা হোৱালৈকে তেখেতে লাগি আছিল।

কিন্তু তেখেতৰ কৃতিৰাজি কৃতজ্ঞতাৰে নলবাৰী ৰাইজে আজিও সোঁৱৰণ কৰি আছে। নেদেখাজনে তেখেতক সুখে-সন্তোষে স্বৰ্গবাসী কৰি ৰাখক—এই কামনাৰে। ❑

---

ডাঃ আহমেদ এগৰাকী সৰবৰহী সুচিকিৎসক আৰু সমাজকৰ্মী।

# ডাঃ হৰেকৃষ্ণ গোস্বামীৰ ব্যক্তিত্ব ঃ এটি আলোকপাত

**ৰমেশ গোস্বামী**

ঐতিহ্যমণ্ডিত খুদিয়া সত্ৰৰ এটি আঢ্যৱন্ত পৰিয়ালত জন্মগ্ৰহণ কৰা ডাঃ হৰেকৃষ্ণ গোস্বামী ডাঙৰীয়া মোৰ পিতৃ বয়সীয়া। খুদিয়া সত্ৰৰ গোসাঁই সম্প্ৰদায়ৰ লগত মোৰ জন্ম ঠাই নলবাৰী সত্ৰৰ গোসাঁই সম্প্ৰদায়ৰ মধুৰ সম্পৰ্ক এটি পৰম্পৰা ক্ৰমে চলি অহাত ডাঃ গোস্বামীৰ অতীতৰ স্মৃতিৰ টুকুৰা কেইটামানক মনলৈ অনাৰ সুবিধা পাইছোঁ। কিন্তু সেই স্মৃতিৰ টুকুৰাকেইটাক আজি যুক্তিযুক্ততাৰ যুগত অকল স্মৃতি টুকুৰাৰ লিখিত বিৱৰণ নকৰি তেখেতৰ ব্যক্তিত্বক সমালোচনাত্মক দৃষ্টিভংগীৰেই এবাৰ নিৰীক্ষণ কৰি চোৱাৰ পদক্ষেপ ল'ব বিচাৰিছোঁ।

ডাঃ হৰেকৃষ্ণ গোস্বামীৰ ব্যক্তিত্বৰ বিষয়ে তেখেতৰ সমসাময়িক নলবৰীয়াসকলক সোধাৰ লগতে আমাৰ নিজৰ মনকো সুধিবলগীয়া বহু কথাই আছে। (১) ডাঃ হৰেকৃষ্ণ গোস্বামী ডাঙৰীয়াই তেখেতৰ দীৰ্ঘকালীন জীৱনত কি কি কৰ্মতীৰ্থত প্ৰবৃত্ত হৈছিল? (২) নিজস্ব ব্যক্তিত্বই স্বীকৃতি পোৱাৰ আশাত তোষামোদৰ বশৱৰ্তী হৈ তেখেতে জনবহুল নলবৰীয়া সমাজখনৰ গুণ-যশস্যাৰ গুণানুকীৰ্তন কৰি ফুৰিছিল নেকি? (৩) তেখেতৰ ব্যক্তিত্বৰ প্ৰতি সঁহাৰি সেই সময়ৰ সমাজখনত সকলোৰে সমানে আছিল নে বাৰু? (৪) তেখেতৰ সামূহিক কাম-কাজ তথা বক্তৃতাবিলাকত 'উইট' (wit) আছিল নে? কিবা জীৱনাদৰ্শ আছিল নে? নে মনে সজা বক্তৃতা আছিল সেইবোৰ? (৫) ৰাজনৈতিক জীৱনত কিবা নতুন 'টেক্‌নিক' তেখেতে উদ্ভাৱন কৰা দেখা গৈছিল নে? (৬) তেখেতক উদাৰনৈতিক ভাবধাৰাৰ পৰিপোষক আছিল বুলি ক'ব পাৰি নে? (৭) সামাজিক কাম-কাজত মনোনিৱেশ কৰাৰ বাবে কি শক্তিয়ে প্ৰেৰণা যোগাইছিল তেখেতক? (৮) তেখেত সাহিত্য-সংস্কৃতি প্ৰেমী নে? মন তেখেতৰ শিল্পীসুলভ আছিল নে? (৯) মানৱীয় প্ৰকৃতি জাহিৰ কৰিবলৈ গৈ অমানৱীয় প্ৰকৃতিকো কেতিয়াবা কেতিয়াবা তেখেতে হাতৰ মুঠিত ৰখাৰ প্ৰচেষ্টা কৰিছিল নেকি? (১০) তেখেতৰ

প্ৰবৃত্তিবোৰ কেনেকুৱা আছিল বাৰু? বিজ্ঞান অনুগামী ডাঃ গোস্বামীয়ে ভাৰতীয় আধ্যাত্মিকতাৰ সতে গাঢ় সম্বন্ধ ৰাখিব পাৰিছিল নে? (১১) ডাঃ হৰেকৃষ্ণ গোস্বামীৰ কৰ্তব্যনিষ্ঠাৰ কাৰ্যকৰণত কেতিয়াবা কেতিয়াবা পলায়নবাদী ভাবধাৰাৰ আঁহযুক্ত ছিদ্ৰ দেখা পোৱা গৈছিল নেকি? শেষ প্ৰশ্ন, (১২) প্ৰাচীন ভাৰতীয় সমাজৰ ক্ষুদ্ৰতম আৰ্হি সংস্কৰণ সমধৰ্মী নলবৰীয়া সামাজিক জন-জীৱনৰ ঐক্য-সংহতি সমন্বয় ৰক্ষাৰ বেদীত শক্তিশালী পদক্ষেপ আছিল নে নাই বাৰু তেখেতৰ?—ইয়াৰ প্ৰতিটো প্ৰশ্নৰে উত্তৰ আছে, যি যুক্তিযুক্ততাপূৰ্ণ উত্তৰৰ নৱ মূল্যাঙ্কনত ডাঃ হৰেকৃষ্ণ গোস্বামী ডাঙৰীয়াৰ জীৱন-মহত্ত্বক জনগণৰ হৃদয়ঙ্গমৰ সূচনাত স্থিতিশীল কৰিব পৰা যায়।

(১)

ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে ৮২ বছৰীয়া জীৱনৰ ভিতৰত সৎ সাহস আৰু কৰ্ম একাগ্ৰতাৰে অনেকেই কৰিব নোৱাৰা সামাজিক কাম-কাজবোৰ কৰি গৈছিল। তেখেতে মূলতঃ চিকিৎসা সেৱা কৰিছিল। তদুপৰি তেখেতে শিক্ষানুষ্ঠান, ধৰ্মীয় অনুষ্ঠান, অন্যান্য সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠানৰ অকল সভাপতি, সম্পাদক, উপদেষ্টা পৃষ্ঠপোষক হোৱাই নহয়, তেখেতে তেখেতৰ সমসাময়িক সুদক্ষ সহযোগী বন্ধুসৱক লগত লৈ সেই অনুষ্ঠান-প্ৰতিষ্ঠানৰ জন্মও দিছিল। যাৰ নেতৃত্ব নহ'লে সমগ্ৰ নলবাৰী অঞ্চল সামাজিক, অৰ্থনৈতিক, সাহিত্য, শিক্ষা, সাংস্কৃতিক উন্নয়নৰ ক্ষেত্ৰত বহু বছৰলৈ পিছপৰি থাকিলহেঁতেন। সময়ৰ সুৰুঙা লৈ অনেক বিভেদকামী শক্তিয়েও তাৰ অগ্ৰসৰতাত বাধা দিব পাৰিলেহেঁতেন। বহল নলবাৰীৰ সামাজিক উন্নয়নমূলক কাম-কাজবোৰো অন্যান্য ঠাইৰ তুলনাত অগ্ৰসৰ নহ'লহেঁতেন।

চিকিৎসা সেৱাক ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱে মুখ্য জনসেৱা হিচাপে লৈ অন্যান্য জনসেৱাকো তেখেতে তাত সংলগ্ন কৰিছিল; বিশেষকৈ মানৱ সেৱাক। তেখেত প্ৰকৃত মানৱ প্ৰেমিক আছিল আৰু 'অৰিজিন' বোলা বস্তুটিক তেখেতে সদায় সন্মান প্ৰদৰ্শন কৰিছিল। অকলে অকলে স্কুললৈকে অহা ছাত্ৰজনক ৰাস্তাত দেখি সি কোন শ্ৰেণীত পঢ়ে, তাৰ নাম কি সোধাৰ আগতে ছাত্ৰজনৰ দেউতাকৰ নামটোহে সুধিছিল তেখেতে। কাৰণ, সেই সময়ৰ নলবাৰী অঞ্চলৰ বেছিভাগ পৰিয়ালৰ লগতে তেখেতৰ চিনাকি আৰু সুপ্ৰীতি বান্ধোনৰ আনন্দ জড়িত আছিল। চিকিৎসা সেৱা প্ৰকৃততে এক অন্য ধৰণৰ জন সেৱা, যাক যীশু খ্ৰীষ্টৰ অমৰ চিহ্ন প্ৰদৰ্শক 'ৰেডক্ৰচে' বিশ্বশান্তি তথা সেৱা-শুশ্ৰূষাৰ বাৰ্তাবাহক কৰি

ৰাখিছে। এই সেৱা দৰাচলতে ঈশ্বৰ সেৱাৰ তুল্য, নিত্য নৈমিত্তিক গুৰু সেৱাৰ দৰে। মানৱীয় ধৰ্মানুভূতিও তাৰ লগত নিবিড়ভাৱে জড়িত। এই মানৱীয় ধৰ্মানুভূতিৰ আদৰ্শ সেৱক ডাঃ হৰেকৃষ্ণ গোস্বামীৰ অন্তৰ—কলিজাত আছিল কাৰণেই আজি আমি তেখেতৰ চিকিৎসা-সেৱা নামধাৰী জীৱন পঞ্জীৰ জয়যাত্ৰাক পৰম শ্ৰদ্ধাৰে সোঁৱৰণ কৰিব পাৰিছোঁ; তেখেতৰ দেহাৱসানৰ পিছতো।

সাধাৰণতে 'ডাক্তৰ' বুলি ক'লে আজিৰ যুগত প্ৰবাহিত স্ৰোতধাৰাত মানুহজনৰ আৰ্থিক অৱস্থা স্বচ্ছল বুলি জানে সকলোৱে। কিন্তু হৰেকৃষ্ণ গোস্বামীয়ে চিকিৎসা সেৱা কৰি ধন উপাৰ্জন কৰিছিলনো কিমানখিনি? তেখেত দেখোন অৰ্থ উপাৰ্জনৰ জীৱনৰ সময়খিনিৰ ভিতৰৰ অধিক সময় অৰ্থ অভাৱত জুৰুলা হৈয়েই থাকিল। ধনৱন্ত হোৱাৰ পথ যাত্ৰাত ক'তনা চেঙালুটি খালে তেখেতে! নলবাৰীৰ বেছিভাগ গাঁৱলৈ তেখেতে চিকিৎসা কৰিবলৈ আগবাঢ়িছিল কেতিয়াবা চাইকেলখনেৰে আৰু কেতিয়াবা পদব্ৰজে। তেখেতে দুখীয়া জীৱন-যাপন কৰিলেও আচৰণ তেখেতৰ ৰাজকীয়ই আছিল। সকলোৱে অৱগত যে চিকিৎসা সেৱাতো 'সততা' বোলা আচৰণ-বিধি এটা আছে। এই সততা বোলা আচৰণটি আছিল ডাঃ হৰেকৃষ্ণ গোস্বামীৰ জীৱনৰ জেউতি, নিজস্ব চাৰিত্ৰিক ভূষণ, যাৰ প্ৰৱাহিত সুঁতিত তেখেত মহানুভৱ ব্যক্তিত্বৰ গৰাকী হ'ব পাৰিছিল। বিশাল জন-অৰণ্যৰ আনুগত্যতাই তেখেতৰ মনৰ দৃঢ়তাক অধিক সাহসী কৰিছিল। যুগে গ্ৰাস কৰিব নোৱাৰা যীশু খ্ৰীষ্টৰ সত্য-সুন্দৰ চিহ্ন নিষ্কপক 'ৰেডক্ৰচ'ৰ সন্মান অক্ষুণ্ণ ৰাখি তেখেতে ৰোগীৰ গাত ষ্টেটিছস্কোপ লগাইছিল। নৰীয়া পাটীত পৰি থকা দুখীয়া জৰাগ্ৰস্তৰ আকুল আহ্বানক অনুভৱ কৰি তুৰন্তে তেখেতে ৰোগীৰ কাষ চাপিছিল, টকা-পইচাৰ বিনিময়ত নহয়; মানৱীয় আভিজাত্যপূৰ্ণ পদক্ষেপৰ অনন্ত শক্তি সামৰ্থতাৰেহে। দিন-ৰাতিৰো বিচাৰ নকৰি কৰা জীৱন্ত মানৱ মূৰ্তি-সেৱাই আছিল ডাঃ হৰেকৃষ্ণ গোস্বামীৰ অন্তৰ যজ্ঞৰ পূৰ্ণাহুতি। সেইকাৰণে তেখেতৰ চলন্ত চিকিৎসাৰ কালছোৱাৰ ভিতৰৰ কোনো সঙ্কটজনক ৰোগীৰ সন্মুখত গুণী-জ্ঞানী দূৰদৰ্শী এই চিকিৎসকজনে ৰোগীৰ গাত 'ষ্টেটিছস্কোপ' নিক্ষেপ কৰাৰ আগতে অব্যক্ত অনুভূতিৰে কৰযোৰে ভগৱন্তক কাকূতি কৰিছিল, 'মই অসহায় প্ৰভু! তুমি মোৰ মূৰৰ ওপৰত থাকা।'

অকল ইমানেই নহয়, কামৰূপ সঞ্জীৱনী সভা, নমাটি চিকিৎসালয়, নলবাৰী নাট্য মন্দিৰ, পৌৰসভা, নলবাৰী কলেজ, গৰ্ডন হাইস্কুলকে ধৰি অসংখ্য সাহিত্য, নাট্যকলা, শিল্প, চিকিৎসাসেৱা, শিক্ষা-সাংস্কৃতিক অনুষ্ঠানৰ লগত

জড়িত বলিষ্ঠ পদক্ষেপেও ডাঃ গোস্বামীক নলবাৰীৰ এগৰাকী মহান সমাজ সংগঠক, নিঃস্বাৰ্থ কৰ্মযোগী ৰূপে পৰিচয় কৰি দিয়াত সহায় কৰিছিল।

(২-৩)

নিজস্ব ব্যক্তিত্বই স্বীকৃতি পোৱাৰ আশাত ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে জনবহুল নলবৰীয়া সমাজখনৰ গুণ-গান গোৱা নাছিল। তেখেতৰ ব্যক্তিত্বৰ প্ৰতি সঁহাৰি সেই সময়ৰ সমাজখনত সকলোৰে প্ৰায় সমানেই আছিল। নলবাৰীত আগশাৰীৰ জনপ্ৰিয় ব্যক্তি আছিল ডাঃ হৰেকৃষ্ণ গোস্বামী ডাঙৰীয়া। ঐতিহাসিক পটভূমিত আমাৰ নলবৰীয়াসকল পৰম সৌভাগ্যবান আছিল এই কাৰণেই যে নলবাৰীত বহুদিন আগতে নীতি আৰু আদৰ্শৰ পৰা বিচ্যুত নোহোৱা আদৰ্শৰে মহান ব্যক্তি কেইজনমানে জন্ম পাইছিল। তেখেতসকলে নলবাৰীৰ অতীত ঐতিহ্যক অক্ষুণ্ণ ৰাখিয়েই জীৱনৰ যৱনিকা পেলালে। তাৰ ভিতৰত ডাঃ হৰেকৃষ্ণ গোস্বামী অন্যতম। ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে সামাজিক, ৰাজনৈতিক সন্মান প্ৰদৰ্শক ক্ষমতাৰ গাদী নিজে বিচৰা নাছিল। নিজস্ব ব্যক্তিত্বই স্বীকৃতি পোৱাৰ হকে তেখেতে কোনো মানুহকে অযথা তোষামোদ কৰিও ফুৰা নাছিল। সামাজিক নীতি আৰু আদৰ্শৰ সাৰ্বভৌমত্ব ৰক্ষাৰ হকে সেই সময়ব বহল সমাজখনেহে তেখেতক সমাজৰ কৰ্ণধাৰ পাতিছিল। তেখেতক চৰকাৰী-বেচৰকাৰী অনুষ্ঠান-প্ৰতিষ্ঠানৰ দায়িত্ব অৰ্পণ কৰিছিল। তেখেতে নীতি-আদৰ্শৰ প্ৰতি ৰাখি অহা সত্যনিষ্ঠতাক সকলোৱে আদৰণি জনাই তেখেতৰ লগত প্ৰীতি সৌহাৰ্দ অন্তৰঙ্গতা সংস্থাপন কৰিছিল। নলবাৰীৰ এগৰাকী বয়োবৃদ্ধ নাগৰিকৰ মুখৰপৰা আমি শুনিবলৈ পাইছিলো তেখেতৰ প্ৰতি জনগণে আস্থাভাজন হৈ পৰা তেনেকুৱা উদাহৰণ এটি। বৰ্তমান গৰ্ডন স্কুল পথাৰ আৰু স্কুলখনৰ মাজেৰে যিটো ৰাস্তা নলবাৰী 'চাৰ্কিট হাউছ'ৰ সন্মুখ অতিক্ৰম কৰি বৰমা ৰাস্তা চুইছেগৈ সেই ৰাস্তাটিৰ জন্মলগ্নত ডাঃ হৰেকৃষ্ণ গোস্বামী জড়িত আছিল। সংস্কৃত কলেজৰ পৰা উত্তৰে বৰমা ৰাস্তালৈকে সিডোখৰত আদিতে ৰাস্তা নাছিল। তাৰ মাটিবোৰ মঃ হাতেম আলীকে ধৰি মুছলমান সম্প্ৰদায়ৰ ব্যক্তি কিছুমানৰ মাটি আছিল। তাত হেনো খৰালি কালত সৰিয়হ খেতি বছৰে বছৰে কৰা হৈছিল। সৰিয়হবোৰ গৰাকীয়ে চপোৱাৰ পিছত এদিন সেই মাটিৰ মালিকক নোসোধা-নুপুছাকৈ ৰাস্তা এটিৰ আঁচনি কৰি বনুৱা লগাই দিলে সেই সময়ৰ সমাজ সচেতক জনপ্ৰিয় ব্যক্তি তিনিগৰাকীয়ে। মুছলমান সম্প্ৰদায়ৰ মাটিৰ মালিকখিনিয়েই দূৰৈৰপৰা তেখেতসকলৰ মাটিত বনুৱাই ৰাস্তা বন্ধা দেখি খঙত ক্ৰোধান্বিত হৈ খেদি আহিল। বনুৱাসকলৰ প্ৰতি তেখেতসকলে তৰ্জন-গৰ্জন কৰাত বনুৱাই

আঙুলিয়াই দেখুৱাই দিলে—সিহঁতক কৰ্মত মকৰল কৰা ব্যক্তি তিনিগৰাকীক। তিনিওজনেই অলপ দূৰত গছৰ তলত কথা পাতি আছিল। অলপ আগুৱাই আহি ক্ৰোধান্বিত মাটিৰ মালিকখিনিয়ে দেখিলে যে মানুহ তিনিগৰাকী তেওঁলোকৰে মনে মিলা মিতিৰ। মানুহ তিনিগৰাকী আছিল ঐক্য-সংহতি-সমন্বয়ৰ প্ৰতীক ডাঃ হৰেকৃষ্ণ গোস্বামী, হৰিচৰণ পাঠক আৰু প্ৰভাত নাৰায়ণ চৌধুৰী। মাটিৰ মালিককেইজনে ৰাস্তা-আঁচনিক বুজি সামৰি সেই ত্ৰিমূৰ্তিৰ পৰা বিদায় ল'লে। বেজাৰ মনেৰে নহয়, আনন্দেৰে; তিনিওগৰাকীলৈ মধুৰ প্ৰীতি-সম্ভাষন যাঁচি। এনেকুৱা আত্মবিশ্বাসৰ বীজ ৰোপণকাৰী আছিল হৰিচৰণ পাঠক, প্ৰভাত নাৰায়ণ চৌধুৰীৰ লগতে ডাঃ হৰেকৃষ্ণ গোস্বামী ডাঙৰীয়া।

এইটো অনুমেয় যে নলবাৰীত সেই সময়ৰ সামাজিক কাম-কাজ সমাধা কৰাৰ ক্ষেত্ৰত ৰাইজৰ পৰা পূৰ্ণ সমৰ্থন তথা সঁহাৰি পাবলগীয়া ব্যক্তি আছিল কাৰণেই সমাজপ্ৰিয় ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে হৰ্ষচিত্তে সামাজিক উন্নয়নমূলক কাম-কাজবোৰ সহজতে সমাধা কৰিব পাৰিছিল। তেখেতৰ সামাজিক গঠনমূলক কাম-কাজৰ সুস্থিৰ পৰিকল্পনা তথা পদক্ষেপবোৰত সেই সময়ৰ সমগ্ৰ ৰাইজৰো সহমত তথা সমৰ্থিত সংস্কাৰ আছিল।

(৪-৫)

ডাঃ হৰেকৃষ্ণ গোস্বামী আছিল এটি উজ্জ্বল প্ৰতিভা। স্বকীয়তা আৰু সংমিশ্ৰিত প্ৰতিভা যেতিয়া জনগণৰ মাজত সোমাই পৰে তেতিয়া প্ৰতিভাই প্ৰাণ পায় আৰু সৃষ্টিও বিকশিত হয়। ডাঃ হৰেকৃষ্ণ গোস্বামীৰ প্ৰতিভা সেই শ্ৰেণীৰ প্ৰতিভা। কাম আৰু বক্তৃতাৰ মাজত ৰখা সঙ্গতিয়ে ডাঃ হৰেকৃষ্ণ গোস্বামীৰ ব্যক্তিত্বক অধিক জনপ্ৰিয়তা প্ৰদান কৰিছিল। তেখেতে পৰচৰ্চা কৰা নাছিল। কৰিছিল আত্ম-সমালোচনা। অন্তৰ শুদ্ধ নকৰিলে জীৱনো যে নিৰৰ্থক, তাক তেখেতে নৱ প্ৰজন্মক দঢ়াই দঢ়াই সকীয়াই গৈছিল। তেখেতৰ বক্তৃতাবিলাকত গভীৰতা আছিল। মানুহগৰাকী কোনো ক্ষেত্ৰতেই 'ৰিজাৰ্ভ' নাছিল কাৰণেই তেখেতৰ বক্তৃতাই সহজতে আনক আকৰ্ষণ কৰাব পাৰিছিল। অনেক ভাৱাদৰ্শীৰ চিন্তা-কলেবৰত অনুভূতিৰ সূচনা কৰাইছিল। উল্লেখনীয় কথা, মানুহগৰাকী সহজতে নিৰাশা বা হতাশাত ভাগি পৰা বিধৰ নাছিল। আনকি আদৰ্শৰ অনৈক্যত দুটা দলৰ মাজত যেতিয়া মানৱ শান্তি হেৰুওৱাৰ উপক্ৰম হৈছিল তেতিয়াও তেখেতে তাৰ পৰা আঁতৰি নগৈ তাতেই হস্তক্ষেপ কৰি মানৱ শান্তি সংস্থাপনৰ হকে নিৰ্ভীক পদক্ষেপ লৈছিল নিজৰ অন্তৰত স্থিতি ৰখা সাৰ্বজনীন মানৱতাবোধৰ ৰক্ষা-কৱচেৰে, নিজৰ ব্যক্তিত্বসম্পন্ন মহানুভৱতাৰে।

তেখেতৰ ৰাজনৈতিক জীৱনৰ বিশালতাখিনিকো আমি অস্বীকাৰ কৰিব নোৱাৰোঁ। চকুত পৰা কংগ্ৰেছী নেতা আছিল তেখেত। জাতীয় কংগ্ৰেছৰ দিনৰেপৰা খদ্দৰৰ পোছাকযোৰ যেনেকৈ গাৰ পৰা পৰিৱৰ্তন নকৰিলে তেনেকৈ নিজৰ সমৰ্থিত পাৰ্টিকো এৰি আন পাৰ্টিত সোমোৱাৰ চিন্তা নকৰিলে তেখেতে। নিজৰ ৰাজনৈতিক আদৰ্শক গোটেই জীৱনটোতেই বিশ্বাসত ৰাখিব পৰা জন-নেতাৰ কিন্তু অভাৱ ৰাজনৈতিক ক্ষেত্ৰপুৰীত এতিয়া বৰ্তমান। ডাঃ হৰেকৃষ্ণ গোস্বামী আছিল গান্ধীবাদী কৰ্মযোগী। শাসনাধিষ্ঠ কংগ্ৰেছী নেতৃত্বৰ সাফল্যমণ্ডিত কীৰিটিৰ সুবাস অকল কংগ্ৰেছীসকলকে দিয়াৰ পক্ষপাতী নাছিল তেখেত। ভাৰতীয় কমিউনিষ্ট, মাৰ্ক্সবাদী কমিউনিষ্ট, জনসংঘ, প্ৰজা ছ'ছিয়েলিষ্ট, অসম গণ পৰিষদ আদি অনেক পাৰ্টিৰ সমৰ্থিত লোকসকলৰ ভিতৰতো তাক বিলোৱাৰ নিমিত্তে পৰিবেশ দি আহিছিল তেখেতে। কংগ্ৰেছ বিৰোধী জনগণ তথা নেতাসকলৰ ওপৰত গভীৰ প্ৰীতিভাব, আত্মবিশ্বাস আৰু আনুগত্যতা ৰাখি তেখেতে সামাজিক জীৱনত ঘনিষ্ঠ সম্বন্ধ ৰাখিছিল তেখেতৰ সমৰ্থিত পাৰ্টিৰ বিৰোধী অকংগ্ৰেছী লোকসকলৰ লগতো। ঘৰুৱা সম্বন্ধ সংস্থাপিত কৰিও সেইসৱৰ অন্তৰ কলিজাত নিজৰ বাবে সুকীয়া আসন এখনিৰ ঠাই ৰাখিব পাৰিছিল; ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে সমুহীয়া সামাজিক কৰ্ম আঁচনি প্ৰস্তুতকৰণৰ হকে। তেখেতে অনুভৱ কৰিছিল তেখেতৰ সমৰ্থিত পাৰ্টিৰ ভাৱাদৰ্শৰ অমিল থকা নেতৃবৰ্গৰ লগত যদি তেখেতে হাত নিমিলায় সমস্যাবহুল নলবাৰীৰ সামাজিক উন্নয়নমূলক কাম-কাজবিলাক তাতেই পৰি থাকিব। পৰক আপোন কৰি লৈ গণতান্ত্ৰিক দেশৰ গণতান্ত্ৰিক চিন্তা আৰু কৰ্ম পৰম্পৰাক ৰক্ষা কৰাৰ প্ৰযত্নত থকা নেতাৰ কিন্তু এতিয়াও অভাৱেই হৈ আছে আমাৰ মাজত। কিন্তু আমি দেখা পাইছোঁ, সামাজিক উন্নয়নমূলক কাম-কাজৰ সহযোগীসকলৰ ভিতৰত তেখেতৰ সমৰ্থিত ৰাজনৈতিক পাৰ্টি-বিৰোধী অনেক লোককো আন্তৰিকতাৰে তেখেতে সামৰি লোৱাটো। ডাঃ হৰেকৃষ্ণ গোস্বামীৰ ৰাজনৈতিক জীৱনৰ ই এটি নতুন 'টেক্‌নিক্'; নৱতম সংস্কাৰ।

(৬)

ডাঃ হৰেকৃষ্ণ গোস্বামী উদাৰনৈতিক ভাবধাৰাৰ পৰিপোষক আছিল। কিন্তু সেই উদাৰতাৰ বেদীত নীতিক বিসৰ্জন দিয়া নাছিল। নীতি আৰু আদৰ্শৰ বিপৰীতে কোনো কথাতেই তেখেতে মোকাবিলা কৰা নাছিল। নৈতিক জীৱন বা সাধু জীৱন-যাপন কৰিবলৈ মানুহক যি সহনশীলতা লাগে সেই সহনশীলতা ডাঃ হৰেকৃষ্ণ গোস্বামীৰ পূৰামাত্ৰাই আছিল। ডাঃ গোস্বামী অভিমানী নহয়, সহ্যগুণী।

তেখেত আছিল কাৰ্যসিদ্ধিৰ অধীক্ষক। সাধনসিদ্ধ মহানুভৱ। ত্যাগত প্ৰশান্তি উদ্ভাৱক আৰু ত্যাগ অনুভূতিৰে বাটবুলা নিৰ্ভীক পদাতিক। জীৱিত কালত পৰাপক্ষত কোনো লোকক তেখেতে বিমুখ কৰা নাছিল। কাৰোবাক কিবা কাৰণত সহায় আগবঢ়াব নোৱাৰিলেও তেখেতৰ ওচৰলৈকে যোৱা সেই ব্যক্তি বা দলবিশেষক নিৰাশ নকৰি সেই সমস্যাৰ লগতে নিজেও জড়িত হৈ কাৰ্যসিদ্ধিৰ হকে অন্য কিবা এটি উপায় উলিয়াই সেই সৱৰ মনত আশাৰ সঞ্চাৰ কৰি পঠাইছিল, তেখেতৰ সামাজিক ব্যুৎপত্তিগত অভিজ্ঞতাৰে; নিজস্ব মাৰ্মিক সংস্কাৰেৰে।

(৭)

ডাঃ হৰেকৃষ্ণ গোস্বামী ডাঙৰীয়াই সামাজিক ক্ষেত্ৰপূৰীত অৰিহণা যোগোৱাৰ উৎস এটি আছিল। ভাৰতীয় আধ্যাত্মিকতাৰ মৰ্যাদা প্ৰদৰ্শক গীতা শাস্ত্ৰৰ কৰ্মযোগে তেখেতক অনুপ্ৰাণিত কৰিছিল। তেখেতে শাস্ত্ৰ অধ্যয়ন কৰি পোৱা জ্ঞানখিনি কৰ্মত অনুশীলন কৰিছিল। জীৱনৰ প্ৰশান্তিক তেখেতে তাতে বিচাৰি পাইছিল। ৰোগীৰ অৱস্থাৰ বিপৰ্যয়ত কাষৰ পৰা এৰা দিব নোৱাৰি লঘোণে-ভোকে থাকিও ৰোগীৰ নৰীয়াপাটিৰ কাষতে বহি দিহা-পৰামৰ্শ, ধৈৰ্য-সাহস পৰিয়ালটিক দি, পাৰিলে শুশ্ৰূষা পৰ্যন্ত কৰাতো লাগি গৈছিল দুখীয়াৰ বন্ধু, পৰোপকাৰী ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে। ফলাফলৰ আশা নকৰি সৎ কৰ্মত প্ৰবৃত্ত হোৱা গীতাৰ মহান বাণী আছিল তেখেতৰ কৰ্ম প্ৰেৰণাৰ উৎস। মানুহ যে নিজেই নিজৰ নহয় আৰু শাস্ত্ৰত যে 'মই' আৰু 'মোৰ'ৰ স্থিতি নাই তাক উপলব্ধি কৰি ফলাফলকো আশা নকৰি সামাজিক কাম-কাজত নিজকে বিলীন কৰিছিল ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে ওৰে জীৱনত।

(৮)

আমি শুনা কথা, হৰেকৃষ্ণ গোস্বামীয়ে এসময়ত হেনো নলবাৰীৰ জনপ্ৰিয় নাট্যগোষ্ঠীৰ অভিনেতাসকলৰ লগত মিলি পৰি নাট্যমঞ্চত অভিনয়ো কৰিছিল। কিন্তু সেই অভিনয়ৰ ব্যুৎপত্তিগত প্ৰতিভাৰ গতিধাৰা তেখেতে দীৰ্ঘদিনীয়া কৰা নাছিল। তেখেতৰ মানৱ সত্তাই এক বিশেষ ধৰণে শিল্পী সত্তাৰ পৰিচয় দিছিল। নলবাৰীৰ শিল্পী-সাহিত্যিকসকলৰ লগত তেখেতৰ দৈনিক উঠা-বহাটোও আমি লক্ষ্য কৰিছিলো। মানুহজন আছিল সু-সংস্কৃতিসম্পন্ন, অন্তৰ-সংস্কৃতিৰ গৰাকী। জীৱন ব্যাপি তেখেতে একনিষ্ঠতাৰে যি জনসেৱা আগবঢ়াই গ'ল আজিৰ নতুন চামৰ বাবে অনুভৱৰ ক্ষেত্ৰত এটা মূল্যবান পাঠ, প্ৰেৰণাৰ উৎস। সাহিত্য সেৱাত

তেখেত জড়িত আছিল যদিও তাতো তেখেত সক্ৰিয় নহৈ সেই কলাক্ষেত্ৰখনিতে সাহিত্যিক, চিকিৎসক আৰু ৰাজনৈতিজ্ঞৰ মনোবৈজ্ঞানিক উদাৰ ভাবাপন্ন এখনি যুগে আদৰি লোৱা কলা আৰু বিজ্ঞানৰ ঐক্য মঞ্চৰ সৃষ্টি কৰিছিল; যিখন সৃজনীশীল মাৰ্মিক ঐক্যমঞ্চই বিজ্ঞান, ৰাজনীতি আৰু সাহিত্যৰ ত্ৰিবেনী সংগমৰ একত্ৰিত সুবাসত জনবহুল নলবৰীয়াসকলৰ আগত কথা কৈছিল, মানৱ জাতিৰ সিদ্ধিদাতা সিদ্ধেশ্বৰৰ নিৰ্ভীক ভূমিকাৰে। জনপ্ৰাণত সুন্দৰৰ শুভাগমন ঘটিছিল, সমষ্টিগত প্ৰাপ্তিৰ শূন্যতাক পৰিপূৰণ কৰিছিল, মূলতঃ মানুহৰ মন আৰু শৰীৰক সতেজ, সুস্থ আৰু নিৰোগী কৰাৰ পদক্ষেপত আছিল। নলবাৰীত বিজ্ঞান, ৰাজনীতি আৰু কলাত্মক ভাৱাদৰ্শীৰ মণিকাঞ্চন সংযোগ ঘটাবলৈকে ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে তেখেতৰ সতীৰ্থ ডাক্তৰ, ৰাজনৈতিক বন্ধুবৰ্গ আৰু প্ৰবীণ সাহিত্যিক-ত্ৰৈলোক্যনাথ গোস্বামী ডাঙৰীয়াকে ধৰি অনেক ন-পুৰণি শিল্পী-সাহিত্যিকৰ সৃজনীশীল সাহিত্য তথা কলাক্ষেত্ৰখনৰ লগত গাঢ় সম্বন্ধ ৰাখিছিল। তেখেতক এগৰাকী মুখ্য শ্ৰোতাৰ ভূমিকাত থকা দেখিছিল সকলোৱে। এই ক্ষেত্ৰত ‘নলবাৰী সাহিত্য সমাজ’ৰ সাহিত্যিক শিল্পীবৰেণ্যসকলে তেখেতৰ পৰা কৰ্ম প্ৰেৰণা, কম উদ্দীপনা পোৱা নাছিল। মূলতঃ কলা, বিজ্ঞান আৰু ৰাজনৈতিক ক্ষেত্ৰপুৰীৰ ঐক্যমঞ্চখনৰো নিশ্চয়েই সমৃদ্ধি হৈছিল জনবহুল নলবাৰীত; ডাঃ হৰেকৃষ্ণ গোস্বামীৰ তৎপৰতাত।

(৯)

ডাঃ হৰেকৃষ্ণ গোস্বামীৰ জীৱনাদৰ্শত সামাজিক প্ৰগতিশীলতা আছিল আৰু তাক নিয়ন্ত্ৰণ কৰিছিল তেখেতে ধৰ্মীয় মানৱতা আৰু আধ্যাত্মিক বিশ্বজনীন চিৎ শক্তিৰ অস্তিত্ব প্ৰদৰ্শক উদাৰতাৰ মাধ্যমেৰে। বিজ্ঞান আৰু দৰ্শনৰ বিশ্বজনীন সুসমন্বয়কো জীৱন মহত্বৰ জয়যাত্ৰাৰে আগুৱাই নি দূৰদৰ্শী এই চিকিৎসকজনে মানুহৰ মাজত সোমাই পৰি সেই জনহৃদয়ত নিজৰ বাবে এখনি নিজস্ব আসনৰ স্থিতি ৰাখিব পাৰিছিল। তেখেতৰ কৰ্ম-সংস্কৃতিকো সজীৱ কৰিছিল। জীৱন সত্যৰ ওপৰত অন্তৰ-গৱেষণা চলাইছিল। প্ৰকৃতিৰ ভাগ দুটা ঃ এভাগ মানৱীয় আৰু আনভাগ অমানৱীয়। তেখেতৰ সম্বন্ধ আছিল মানৱ প্ৰকৃতিৰ লগত বেছি। মানৱীয় প্ৰকৃতিৰ লগত সম্বন্ধ সংস্থাপন কৰোঁতে তেখেতে মানুহৰ অমানৱীয় প্ৰকৃতিৰ লগত বিৰোধ কৰা নাছিল। দুৰ্জনৰ দুষ্কাৰ্যৰ সুৰুঙাত সুকীৰ্তি সুবাসৰ স্বপ্ন দেখিছিল তেখেতে। গৰলত অমৃত উদ্‌ঘাটনৰ প্ৰচেষ্টা তেখেতৰ শিল্পসম্মত সৎ প্ৰচেষ্টা আছিল। তেখেত জীৱনৰ আলোকসন্ধানী পুৰুষ, যি আলোকেৰে

তেখেতে আনকো আলোকিত কৰাৰ প্ৰযত্নতে জীৱন কটালে। গভীৰ তত্ত্বজিজ্ঞাসু মানসিকতাৰে তেখেতে বিশ্বাসো কৰে, মানুহৰ অন্তৰখনেই যে ঈশ্বৰ আৰু চয়তানৰ সমৰক্ষেত্ৰ। সৌন্দৰ্যানুভূতি, মানৱীয় প্ৰেমানুভূতি আৰু কলানুভূতি মানুহৰ অন্তৰত শুকাই যোৱাৰ ফলতহে মানুহৰ অন্তৰ দুষ্কৃতিময় হয়। তাৰ কাৰণে লাগে সেই দুৰ্জনকো সৎ লোকৰ সঙ্গলাভ আৰু আধ্যাত্মিক চিন্তা-চৰ্চা। ডাঃ হৰেকৃষ্ণ গোস্বামীৰ আয়ত্তত আছিল যে মানুহৰ মানৱীয় সংস্কাৰ আছে আৰু সেই মানৱীয় সংস্কাৰেৰে দুৰ্জনকো সজ্জনৰ প্ৰতি আকৃষ্ট কৰাব লাগে। আমি অনুভৱ কৰোঁ, তেখেতৰ জীৱন সত্যক, যি সত্য দাৰ্শনিকৰো তত্ত্বজ্ঞান, বিজ্ঞানীৰো জীৱন জিজ্ঞাসা, শিল্পীৰ সৌন্দৰ্যবোধ, প্ৰেম আৰু অহিংসাৰ পূজাৰীৰো সৰল সবল মাৰ্মিক শান্তিধাম।

ডাঃ হৰেকৃষ্ণ গোস্বামীৰ সামাজিক কাম-কাজ তথা বক্তব্যৰ অন্তৰালত জীৱনাদৰ্শ আছিল। সামাজিক কৰ্ম অনুশীলনৰ ফাঁকে ফাঁকে তেখেতে অনুভৱ কৰিছিল জীৱনৰ পূৰ্ণতা শেষতহে আছে, আৰম্ভণিত নাই। তেখেত অজস্ৰ মাটিবাৰীৰ গৰাকী আছিল। কিন্তু সেই মাটিত তেখেতে উপবন কৰিবলৈ আগবঢ়া নাছিল। তেখেতে ইয়াকো অনুভৱ কৰিছিল মানুহৰ অন্তৰ ফুলনিখনহে যে প্ৰকৃত ফুলনি, যি অন্তৰ ফুলনিৰ সমৃদ্ধি আছে আৰু সেই সমৃদ্ধিকৰণত লাগে মানুহৰ আত্মিক অনুভূতি, জীৱনক সুন্দৰ কৰাৰ কলাত্মক প্ৰস্তুতি। সুন্দৰৰ পূজাৰী মাত্ৰেই অনুভৱ কৰে, মানৱ অৰণ্যৰ অন্তৰ ফুলনিবিলাকতহে যে প্ৰাণ আছে আৰু তাক নিকা কৰি স্বীকৃতিপ্ৰাপ্ত মালীজন হ'ব পৰাটোহে পৰম সৌভাগ্যৰ কথা; মানৱ সমাজৰো কল্যাণ। ইয়াৰ সত্যতাক উপলব্ধি কৰিয়েই ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে মানুহৰ মাজত মিলি পৰি প্ৰীতি সৌহাৰ্দৰ মাজেৰে জীৱন কটালে। অৱস্থাৰ বিপৰ্যয়ত কত জীৱিত নৰ কঙ্কালে শৰীৰৰ ৰুগ্নতাত আজিও গাঁৱে গাঁৱে পৰি আছে। মানুহ হৈ মানুহৰ ওচৰত সহায় ভিক্ষা কৰিছে—আমাক জীয়াই ৰাখক, এপালি ঔষধ দিয়ক, গাত ল'বলৈ এডোখৰ কাপোৰ দিয়ক। কাৰণ মানুহ যে জীৱশ্ৰেষ্ঠ! মানুহ হ'ব পাৰে মানুহৰেই ত্ৰাণকৰ্তা।

দুঃখিতৰ অন্তৰত অকণমানি হ'লেও সঁহাৰি দিবলৈ ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে সেই সময়ত ঔষধৰ টোপোলা আৰু 'ষ্টেটিছস্কোপ'ডাল হাতত লৈয়েই উধাতু খাই ওলাই গৈছিল গাঁওবোৰলৈ। তাৰ অভাৱগ্ৰস্ত ৰুগ্ন মানুহৰ মাজত সোমাই পৰিছিল তেখেতে পৰোপকাৰী দুখীয়াৰ বান্ধৱ ৰূপেই। যাতনাত নিপীড়িত অজস্ৰজনক মানৱতাগন্ধী চিকিৎসাসেৱাৰে সুস্থ-সবল কৰি এখনি শান্তিৰ মানৱ ফুলনিবাৰী কৰাৰ পক্ষপাতী আছিল ডাঃ গোস্বামী।

## (১০)

ডাঃ হৰেকৃষ্ণ গোস্বামীৰ প্ৰবৃত্তি আছিল উত্থানমুখী, সদায় জনকল্যাণমুখী। খুদিয়া সত্ৰৰ গোসাঁই ৰূপেও তেখেতক জানিছিল অনেকে। ঐক্য-সংহতি-সমন্বয় ৰক্ষাৰ বিপৰীতে থকা সাতামপুৰুষীয়া ৰক্ষণশীলতাৰ ৰুগ্নতাত ভোগা নাছিল তেখেত। আজি জাতীয় সংহতিৰ দিনতো অনেকে ধৰ্মীয় গোড়ামি আৰু মৌলবাদী কুটিলতাৰ পৰা হাত সাৰিব পৰা নাই। কিন্তু ডাঃ গোস্বামীয়ে বহু বছৰ আগতেই ইয়াৰ বিপৰীতে ধনী-দুখীয়া, উচ্চ-নীচৰ ভেদাভেদ নাৰাখি শ্ৰীশ্ৰীদামোদৰ পন্থী বৈষ্ণৱ গুৰুৰ আসন অলঙ্কৃত কৰিছিল, ধৰ্মীয় সংস্কৃতিৰো মহানতা-উদাৰতাক অন্তৰত সংস্থাপন কৰি। মানুহজন আছিল আধ্যাত্মিক ভাবাদৰ্শৰ। আধ্যাত্মিকতা দৰাচলতে এক গভীৰ আত্মপ্ৰত্যয়, উদাৰনৈতিকতা, চিৎ শক্তিৰ স্বাভাৱিক স্ফূৰণ, ঊৰ্ধমুখী ভাৱাত্মিকা আৰু আত্মচেতনা। যিহেতুকে আধ্যাত্মিকতাৰ পথ দুৰ্গম সেই হেতু তাৰ সাধনাৰো সিমানেই প্ৰয়োজন,—মানৱ জাতিৰ শান্তি-সমৃদ্ধিৰ বাবে। এই চিন্তাৰ গভীৰতা ডাঃ গোস্বামীৰ জ্ঞানৰ পৰিধিত সদায়েই আছিল। ধৰ্মীয় গোড়ামি আৰু মৌলবাদী চিন্তাৰ কাৰ্যকৰণক শাম কটাই পৰিৱৰ্তনশীলতাৰ ভাবধাৰাৰে বৈজ্ঞানিক কাৰ্য কৰ্মশালাৰ মাধ্যমেদি তেখেতে নিজৰ অন্তৰত যুগে গ্ৰাস কৰিব নোৱাৰা ভাৰতীয় আধ্যাত্মিকতাৰ মহামন্ত্ৰক সুমুৱাই ৰাখিছিল। ধৰ্মীয় দৰ্শনৰ যোগেদি তেখেতে জীৱাত্মা আৰু পৰমাত্মাৰ মিলনৰ কল্পনা কৰি সেই মিলনৰ স্বৰূপ ধৰ্মপ্ৰাণ সহৃদয়ক মৰ্মে মৰ্মে অনুভৱ কৰিব দিয়াৰ প্ৰচেষ্টাত আছিল। তেখেতৰ জীৱন-দৰ্শনৰ মাজত সামাজিক প্ৰগতিশীলতা আছিল। ধৰ্মান্ধতা সমগ্ৰ পৃথিৱীতেই আছে। আমাৰ ভাৰতবৰ্ষতো সেই ধৰ্মীয় গোড়ামি তথা ধৰ্মান্ধতাৰ প্ৰকোপ কোনো গুণেই কম নহয়। ঐতিহ্যমণ্ডিত সত্ৰ এখনিৰ কাণ্ডাৰী বৈষ্ণৱ গুৰু ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱে সেই ধৰ্মীয় গোড়ামিৰ বিঘ্নিত মণ্ডলৰপৰা জাতিভেদ উচ্চ-নীচৰ ভেদাভেদ নথকা ৰাষ্ট্ৰীয় ঐক্যমঞ্চ এখনিলৈকে স্বইচ্ছাই লৰি আহিছিল। ই কম গৌৰৱৰ কথা নহয়। তেখেতে অনুভৱ কৰিছিল যে ধৰ্মীয় গোড়ামি আৰু মৌলবাদী পৈশাচিক মানসিকতা মানুহৰ অন্তৰৰ পৰা সঁচাকৈয়ে মষিমূৰ হ'ব লাগে নৱ প্ৰজন্ম তথা ভৱিষ্যতৰ পৃথিৱীলৈ আহিব ওলোৱা জীৱবোৰৰ কাৰণে। বৈষ্ণৱ সাহিত্য আৰু দৰ্শনৰ বিষয়ে বৈষ্ণৱ গুৰু ডাঃ গোস্বামীৰ জ্ঞান আছিল অপৰিসীম। মানুহজন সাত্ত্বিক ভাবাদৰ্শৰ আছিল। চিকিৎসাসেৱাত ব্যস্ত থাকিলেও ধৰ্মীয় কাৰ্যক্ৰম অনুশীলন কৰাৰ পিছ হুহকা নাছিল তেখেত। পিতাকৰ মৃত্যুৰ পিছত দামোদৰীয়া ধৰ্মগুৰুৰ গূঢ়তত্ত্বময় দীক্ষা মন্ত্ৰও বিতৰণ কৰিছিল তেখেতে একে পন্থানুগামী অনেকাংশ ভকতৰ ভক্তিকাতৰ অনুৰোধত।

মুক্তি-সংগ্ৰামী ডাঃ গোস্বামীৰ স্বদেশ প্ৰেম তেখেতৰ জীৱনৰ শক্তিশালী আবেদন। দৃষ্টি তেখেতৰ গঠনমূলক, প্ৰবৃত্তি নিকা ভাবমূৰ্তিৰ। স্বাধীনতাৰ খনিকৰ মহামানৱ মহাত্মা গান্ধীৰ অহিংস নেতৃত্বৰ বিশ্বত খিতাপ ৰখা স্বাধীনতাই ভাৰতবাসীক দি থৈ যোৱা জীৱনৰ সঞ্জীৱনীসুধা সত্য, প্ৰেম, ত্যাগ আৰু আদৰ্শক মন-প্ৰাণেৰে আঁকোৱালি লৈয়েই ডাঃ গোস্বামীয়ে নিজৰ জীৱনটোক ৰাইজৰ জনকল্যাণমুখী কাম-কাজৰ হকে বিলাই দিছিল।

(১১)

ডাঃ হৰেকৃষ্ণ গোস্বামী ডাঙৰীয়াৰ চিন্তাধাৰা তথা কৰ্তব্য নিষ্ঠাৰ কাৰ্যকৰণত কোনো চিন্তান্বেষীয়ে কেতিয়াও পলায়নবাদী ভাবধাৰাৰ আঁহযুক্ত ছিদ্ৰক ঢুকি পোৱা নাছিল। আমাৰ মাজত এতিয়াও বহু লোক আছে যিসকলে য'ত মানৱ শান্তি হেৰুওবাৰ উপক্ৰম দেখে তাৰ পৰা লগে লগেই আঁতৰি আহে। ডাঃ গোস্বামী ইয়াৰ ব্যতিক্ৰম। জীৱিত কালত অজস্ৰ শিষ্য-প্ৰশিষ্যক তেখেতে নিয়ন্ত্ৰণত ৰাখিছিল। তেখেতৰ সেই শিষ্য-প্ৰশিষ্যসকলৰ মাজত ধৰ্মক লৈ কেতিয়াবা কেতিয়াবা বাক্ বিতণ্ডাৰ সৃষ্টি হ'লে তাতে হস্তক্ষেপ কৰি তেখেতে তাৰ সমাধান উলিয়াইছিল। আনক আগুৱাই দি নিজে পিছ হুহকি থকা মানসিকতাৰ গৰাকী ডাঃ গোস্বামী নাছিল। সমগ্ৰ পুৰণি উত্তৰ কামৰূপতেই তেখেত চিনাকি আছিল এগৰাকী আপোনভোলা মানৱতাৰ নিঃস্বাৰ্থ সেৱক বুলি। ৰাইজেও তেখেতক আদৰ-সম্ভাষণেৰে ভূষিত কৰিছিল তেখেতৰ নিজস্ব মহানুভৱতাখিনি থকাৰ বাবে। যিটো কাম তেখেতে কৰিম বুলি ভাবিছিল তাক তেখেতে সমাধা কৰিহে এৰিছিল। বিশেষকৈ দেশৰ ডেকা শক্তিৰ ওপৰত তেখেতে গভীৰ আস্থাভাজন হৈ পৰিছিল। কিন্তু ডেকা শক্তিৰ সকলোবোৰ কাম-কাজকে তেখেতে সমৰ্থন কৰাও নাছিল। দেশত শিশুনায়ক হোৱাটো যে দুৰূহ সেই শঙ্কাতে তেখেতে যুৱনায়ক, যুৱানেত্ৰীসকলক কিছু কিছু ক্ষেত্ৰত সতৰ্ক কৰি দিছিল। অসমত দীৰ্ঘদিনীয়া বিদেশী বহিষ্কাৰৰ আন্দোলনটি চলি থকা উত্তাল-উত্তপ্ত সময়ত বহু কংগ্ৰেছী নেতাই নীৰৱ ভূমিকা ল'বলগীয়া পৰিস্থিতিত পৰিছিল। সেই সময়ত ডাঃ গোস্বামীৰ তেনেই বুঢ়া কাল। শাৰীৰিক ৰুগ্নতাইও তেখেতক এৰি দিয়া নাছিল তেতিয়া। কিন্তু তেতিয়াও সেই বৃদ্ধ ৰুগ্ম শৰীৰেৰে ডাঃ গোস্বামীয়ে ঘৰতে বহি থকাৰ প্ৰস্তুতি হেৰুৱাই দেশৰ ভৱিষ্যত মানৱ সম্পদ ডেকা শক্তি আওবাটে যোৱাৰ আশঙ্কাত আন্দোলনৰ বেদীত সেইসৱক বেছি আৱেগিক নহ'বলৈ, যি কৰে তাক ভাবি-চিন্তি কৰিবলৈ দিহা-পৰামৰ্শ দি

আহিছিল—অসমীয়া ভাষা-সাহিত্য তথা জাতিৰ প্ৰতি থকা তেখেতৰ গভীৰ আনুগত্য থকাৰ বাবে।

দেশৰ স্বাধীনতাৰ পিছৰ এটি ঘটনা। অসমৰ আগশাৰীৰ কংগ্ৰেছী নেতা বিষ্ণুৰাম মেধিৰ উপস্থিতিৰ বিৰাট ৰাজহুৱা সভা এখনত ভুল বুজাবুজিয়েই হওক বা কাৰোবাৰ দোষৰ পৰিণতিৰ ফলস্বৰূপেই হওক উপস্থিত জনতাৰ মাজত ভীষণ উত্তপ্ত পৰিৱেশ এটিৰ সৃষ্টি হৈছিল। সভাত উদ্‌ভ্ৰান্ত জনতাই হিংসাৰ পদক্ষেপ লোৱাৰ উপক্ৰম হৈছিল। পুলিচসকলেও জনতাক নিয়ন্ত্ৰণ কৰিব পৰা নাছিল। কোনোজনৰে কথা কোনেও নুশুনা ভীষণ উত্তপ্ত পৰিৱেশ-পৰিস্থিতি। সেই সভাখনতে নলবাৰীৰ দূৰদৰ্শী জন-নেতা ডাঃ হৰেকৃষ্ণ গোস্বামীও উপস্থিত আছিল। ডাঃ গোসাঁই চুটি-চাপৰ থুলন্তৰ চেহেৰাৰ মানুহ। তেখেত প্ৰৌঢ় বয়সীয়া তেতিয়া। সভাখনত সেই উশৃঙ্খল-উত্তপ্ত পৰিৱেশ বহু সময় ধৰি শাম নকটাত নিৰ্ভীকতাৰে 'টেবিল' এখনৰ ওপৰত থিয় হৈ হাত জোকাৰি জোকাৰি নিজৰ পুত্ৰ, ভাতৃ, ভগ্নীক অভিভাৱকৰ দায়িত্বত থাকি নিয়ন্ত্ৰণ কৰাৰ দৰে সমস্যা সমাধানৰ পদক্ষেপ দেখুৱাই উত্তপ্ত পৰিৱেশ শান্ত কৰিছিল ৰাইজৰ হিতাকাংখী জন-নেতা ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে। ৰাইজৰ ওপৰত তেখেতৰ যেনেকুৱা আস্থা আছিল ৰাইজেও সমভাৱে তেখেতৰ মানৱীয় সত্তাক বুজি পাইছিল। শ্ৰদ্ধা আৰু বিশ্বাসেৰে জনকল্যাণৰ হকে সামৰি লৈছিল তেখেতক।

(১২)

অনুভূতিয়ে সকীয়াই দিয়ে যে পৃথিৱীৰ বিশালতাৰ গুৰিতে আছে ক্ষুদ্ৰ ক্ষুদ্ৰতম অস্তিত্বপ্ৰাণৰ ক্ৰমবিকাশত বিশালতাৰ গতিধাৰা। ডাঃ হৰেকৃষ্ণ গোস্বামীৰ উপলব্ধিৰ পৰিসৰত আছিল যে এগৰাকী নলবৰীয়াই বিশ্বক ভাল পাব লাগিলে আগতে নিজৰ দেশ ভাৰতবৰ্ষক ভাল পাব লাগিব। ভাৰতবৰ্ষক ভাল পাব লাগিলে অসমীয়াই অসমক ভাল পাব লাগিব। অসমক ভাল পাব লাগিলে নলবৰীয়াই নলবাৰীক ভাল পাবই লাগিব, আৰু নলবাৰীক ভাল পাব লাগিলে নিজৰ পিতৃ-মাতৃ, ভাই-ভগ্নীক ভাল পাব লাগিব। লগতে নিজে উমলি ডাঙৰ-দীঘল হোৱা চোতালখনক চিনি পাব লাগিব। গ্ৰাম্য ৰুচিবোধে ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱক গ্ৰাম্য সংস্কৃতিসম্পন্ন কৰি তুলিছিল। 'লাইফ ষ্টাইল' সকলোৰে আছে। ডাঃ হৰেকৃষ্ণ গোস্বামীৰো আছিল। তেখেতে জীৱনক গঢ় দিয়াৰ ক্ষেত্ৰত চোতালখন, পিতৃ-মাতৃ, শস্য শ্যামলা পথাৰখন তথা গ্ৰাম্য সংস্কৃতিক মনৰ পৰা এখন্তেকো আঁতৰত ৰখা নাছিল। এই সংস্কৃতিসম্পন্ন

মানৱতাবোধেৰে তেখেতে প্ৰাচীন ভাৰতীয় সমাজৰ ক্ষুদ্ৰ সংস্কৰণ নলবৰীয়া সামাজিক জনজীৱনৰ ঐক্য-সংহতি-সমন্বয় ৰক্ষা কৰিছিল আৰু সেই ঐক্য-সংহতি-সমন্বয় ৰক্ষাক দেশৰ সাৰ্বজনীন ঐক্যবদ্ধতালৈ প্ৰেৰণ কৰিছিল।

তেখেতৰ বক্তৃতাত এদিন আমি শুনিবলৈ পাইছিলো, নলবাৰীৰ ছাত্ৰ-ছাত্ৰীয়ে বছৰে বছৰে পৰীক্ষাত বিশেষ সুনাম অৰ্জন কৰি থকাত তেখেতক হেনো অসমৰ শিক্ষাবিদ এগৰাকীয়ে সুধিছিল ঃ 'ডাক্তৰ গোস্বামী, মেট্ৰিক, হায়াৰ ছেকেণ্ডাৰী পৰীক্ষাত প্ৰথম দহখন আসনৰ বেছিভাগেই দেখোন আপোনাৰ নলবাৰীৰ ছাত্ৰ-ছাত্ৰীয়ে দখল কৰে! নলবাৰীৰ ছাত্ৰ-ছাত্ৰীয়ে কি খায় বাৰু?' ডাঃ গোস্বামীয়ে গৰ্বেৰে উত্তৰ দিছিল হেনো,—'পুৰা (পোৰা) মাছ আৰু পণ্টা (পঁইতা) ভাত খায়।' কথাটো তেখেতে ৰগৰ কৰি কৈছিল যদিও শিক্ষাৰ নৱদ্বীপ নলবাৰীৰ ই এটি গ্ৰাম্য আভিজাত্যই আছিল। জাতি-ধৰ্ম, ধনী-দুখীয়াৰ বিচাৰ নকৰা মহানুভৱতাৰে ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে নিজৰ জন্ম ঠাই নলবাৰী অঞ্চলৰ মানুহ, সংস্কৃতি, ধৰ্মীয় চিন্তা-চৰ্চা, সাহিত্য সাধনা আৰু শিক্ষা-প্ৰগতিক গভীৰভাৱে ভাল পাইছিল। ব্যাপক, বিস্তৃত নলবাৰী অঞ্চলৰ মানুহৰ গৌৰৱৰ কথাও সুবিধা পালেই তেখেতে বহিৰ্জগতত প্ৰকাশ কৰিছিল।

ডাঃ গোস্বামীক আধুনিক নলবাৰী নিৰ্মাণৰ বাটকটীয়া বুলি ক'লেও বঢ়াই কোৱা নহয়। স্ত্ৰী স্বাধীনতা, স্ত্ৰী শিক্ষাৰ প্ৰতিও তেখেতৰ আগ্ৰহ আছিল। প্ৰাচীন ভাৰতীয় আধ্যাত্মিকতাত মৰ্যাদা পোৱা নাৰীৰ সন্মান প্ৰদৰ্শন পৰম্পৰাক তেখেতে যুগৰ নূপুৰ পিন্ধোৱাৰ পৰিকল্পনা কৰিয়েই আধুনিকতাৰ ওচৰ চাপিছিল। কিন্তু পুৰণিৰ প্ৰয়োজনতহে তেখেতে নতুনত্বক বিচাৰিছিল। তেখেতৰ সংস্কাৰমুখী নতুনত্বই পুৰণিৰ অস্তিত্বক অৱমাননা কৰা নাছিল। ই তেখেতৰ অন্তৰ-গৱেষণাৰ সাফল্যমণ্ডিত বিজয় সঙ্কেত আছিল।

প্ৰয়াত ডাঃ হৰেকৃষ্ণ গোস্বামী ডাঙৰীয়া নলবৰীয়া জন মানসত সদায় অমৰ হৈ থাকক। তেখেতৰ সামাজিক কাম-কাজৰ আৰ্হি-দক্ষতা তথা চিন্তাৰ মহত্ব আৰু ব্যাপকতাক অনুধাৱন কৰি নৱ প্ৰজন্মই নিজে নিজৰ জীৱনৰ বুনিয়াদ গঢ়ি তোলক। নৱতম সৃষ্টিৰ সূচনা কৰি জীৱনৰ নতুনত্ব আনক,—এয়ে কামনা। ❑

---

শ্ৰীগোস্বামী নলবাৰী বাণিজ্য মহাবিদ্যালয়ৰ অধ্যাপক। এগৰাকী চিন্তাবিদ লেখক।

# খনিকৰ ঃ আধুনিক নলবাৰীৰ

ডঃ ধৰণীধৰ গোস্বামী

এই পৃথিৱীত অহৰ্নিশে মানুহ জন্মি আছে আৰু মৰিও আছে। এইটো এটা প্ৰতিদিনে ঘটা সাধাৰণ পৰিঘটনা। কিছুমান মানুহ জন্মি তেওঁৰ নিজ কৰ্মৰাজিৰে নিজ জাতি আৰু স্বদেশক যথাৰ্থভাৱে উপকৃত কৰি থৈ যায় আৰু স্ব-প্ৰতিভাৰে, প্ৰতিভাত হৈ সময় বালিত তেওঁৰ পদচিহ্ন ৰাখি থৈ যায়। তেওঁৰ মৃত্যুৱে সেই ঠাইখনত এক শূন্যতাৰ সৃষ্টি কৰে আৰু অদূৰ ভৱিষ্যতত কাচিৎহে এই শূন্যতা পূৰণ কৰিব পৰা যায়। নিজৰ কৰ্মৰাজিৰে নিজৰ জন্ম ঠাইক মহীয়ান কৰা এজন ব্যক্তি আছিল—আধুনিক নলবাৰী চহৰৰ খনিকৰ প্ৰয়াত ডাঃ হৰেকৃষ্ণ গোস্বামী।

ডাঃ গোস্বামীদেৱৰ জন্ম হৈছিল ইতিহাসপ্ৰসিদ্ধ খুদিয়া সত্ৰত ইংৰাজী ১৯০৫ চনৰ (১৩১১ ভাস্কৰাব্দ) ২ ফাগুনত। কটন কলেজৰ পৰা আই.এ. মহলাত উত্তীৰ্ণ হোৱাৰ পিছত ডাঃ গোস্বামীয়ে পৰিয়ালৰ সকলোৰে ইচ্ছা-আকাংক্ষাক আগস্থান দি কলিকতাৰ প্ৰেছিডেন্সি মেডিকেল স্কুলত ভৰ্তি হয়।

চিকিৎসা বিষয়ক পৰীক্ষা সাং কৰি ডাঃ গোস্বামীয়ে নিজ জন্মভূমি নলবাৰী চহৰলৈ আহি স্বাধীনভাৱে এখন ফাৰ্মাচী খুলি কৰ্ম জীৱনৰ পাতনি মেলে। ইচ্ছা কৰাহেঁতেন সেই সময়ত তেখেতে যিকোনো চৰকাৰী চাকৰিত যোগদান কৰিব পাৰিলেহেঁতেন, কিয়নো সেই সময়ত আজিৰ দৰে চৰকাৰী চাকৰিৰ নাটনি নাছিল। চৰকাৰী চাকৰিত নিয়োজিত হ'লে সমাজৰ কামত বাধা আহিব পাৰে বুলিয়েই হয়তো তেখেতে চৰকাৰী চাকৰিৰ প্ৰতি গুৰুত্ব নিদিলে।

মূলতঃ ডাঃ গোস্বামী আছিল এজন সামাজিক লোক। সমাজৰ উন্নয়নৰ বাবে তেখেতে দেহে-কেহে খাতিছিল। আচলতে আমি তেখেতক নলবাৰী চহৰৰ খনিকৰ হিচাবে আখ্যা দিব পাৰো। নলবাৰী চহৰ আৰু ইয়াৰ সমীপৱৰ্তী অঞ্চলৰ সকলো অনুষ্ঠানৰ লগত ডাঃ গোস্বামী আছিল ওতঃপ্ৰোতভাৱে জড়িত। অনুষ্ঠানৰ জন্ম দিয়াই তেখেতৰ উদ্দেশ্য নাছিল—তেখেতৰ প্ৰধান উদ্দেশ্য আছিল জন্ম দিয়া চালুকীয়া অনুষ্ঠানটি যাতে স্বাৱলম্বী হৈ দেশৰ তথা দহৰ উপকাৰ সাধন কৰিব পাৰে। সেয়েহে ডাঃ গোস্বামীয়ে অনুষ্ঠানটো স্বাৱলম্বী নোহোৱালৈকে তাৰ পৰা আঁতৰি অহা নাছিল। উদাহৰণ স্বৰূপে নলবাৰী কলেজ স্থাপন কৰি তেওঁ তাৰ পৰিচালনা সমিতিৰ ৪০ বছৰ ধৰি সদস্য হৈ আছিল। ইয়ে

প্ৰমাণ কৰে ডাঃ গোস্বামীদেৱৰ জনপ্ৰিয়তা আৰু অনুষ্ঠানৰ প্ৰতি থকা আন্তৰিকতা।

ডাঃ গোস্বামীৰ স্পৰ্শত প্ৰাণ পাই উঠা অনুষ্ঠানসমূহ হ'ল—

বতাহঘিলা মৌজা ৰায়ত সভা, নলবাৰী কলেজ, নলবাৰী পৌৰসভা, নলবাৰী সংস্কৃত কলেজ, নলবাৰী নাট্য মন্দিৰ, গৰ্ডন হাইস্কুল, দেৱীৰাম পাঠশালা হাইস্কুল (এতিয়া উচ্চতৰ মাধ্যমিক) কেন্দুকুছি এম.ই. স্কুল, কটৰা হাইস্কুল, নাহেৰবাৰী এম.ই. স্কুল, বানেকুছি হাইস্কুল, বিষ্ণুৰাম মেধি হাইস্কুল, বাগানপাৰা চিকিৎসালয়, নতুন দেহৰ উপৰ বৰভাগ মৌজাক লৈ গঠিত আঞ্চলিক পঞ্চায়ত, খুদীয়া সত্ৰ, ভাৰতীয় চিকিৎসা সন্থাৰ নলবাৰী শাখা, নলবাৰী ছোৱালী হাইস্কুল ইত্যাদি। নলবাৰীৰ মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা বিদ্যাপীঠ আৰু বালিকা মহাবিদ্যালয়, নলবাৰী বাণিজ্য মহাবিদ্যালয় আদিৰ স্থাপনতো তেখেতে বিভিন্ন দিহা-পৰামৰ্শ আগবঢ়াইছিল। ডাঃ গোস্বামীৰ দিনত যিকেইটা অনুষ্ঠানৰ জন্ম হৈছিল, সেইকেইটা অনুষ্ঠান অদ্যাবধি বৰ্তি আছে আৰু হাজাৰজনক জীৱিকাৰ সংস্থান দিছে। বৰ্তমান নলবাৰী চহৰত বা জিলাখনত কোনো উন্নয়নমূলক কাম হোৱা নাই। বৰঞ্চ কিছুমান অনুষ্ঠানৰ অৱনতিহে ঘটিছে। উদাহৰণ স্বৰূপে নলবাৰী কলেজখনৰ কথাই ক'ব পাৰি। আজি কিছুদিন ধৰি কলেজখনৰ অধ্যক্ষৰ চকীখনৰ বাবে যি খোৱা-কামোৰা লাগি আছে, তাকে শুনিলে লজ্জাত নাক কোচ খাই যায়। ভগৱানক ধন্যবাদ যে নিজে গঢ়া এনে এটা অনুষ্ঠানৰ শৈক্ষিক তথা শিক্ষকৰ নৈতিক অবক্ষয় প্ৰত্যক্ষ কৰিবলৈ ডাঃ গোস্বামীক আমাৰ মাজত জীয়াই নাৰাখিলে।

নলবাৰীক মহকুমালৈ আৰু নলবাৰী মহকুমাক জিলালৈ উন্নীত কৰা আদি দাবী লৈ তেওঁ ৰাজ্যিক প্ৰশাসনৰ ওচৰত সজোৰে প্ৰতিবাদ সাব্যস্ত কৰিছিল, যাৰ ফল আজি নলবৰীয়া ৰাইজে পাইছে। অকল এয়াই নহয়, জীৱিত কালত ডাঃ গোস্বামী নলবাৰীৰ সকলো অনুষ্ঠানৰ লগত জড়িত হৈ আছিল। ১৯৬৫ চনত নলবাৰীত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ নলবাৰী অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সম্পাদক ৰূপেও তেখেতে বৰঙণি আগবঢ়াইছিল।

সামাজিক কামৰ সফলতা আৰু বিফলতা ঘাইকৈ নিৰ্ভৰ কৰে বিষয়ববীয়াৰ কাৰ্যদক্ষতাৰ ওপৰত। নেতৃত্বত থকা ব্যক্তিৰ নিষ্ঠা, সততা, কৰ্মদক্ষতা, ত্যাগ আৰু সহিষ্ণুতা হ'ল সামাজিক কামৰ প্ৰধান চালিকা শক্তি। গোস্বামীদেৱ যিকোনো অনুষ্ঠানৰে একাধিকবাৰ সভাপতি, সম্পাদক বা সদস্য হিচাবে কাৰ্য সম্পাদন কৰিছিল। তেখেতৰ সহিষ্ণুতা, সৰলতা, সদ্ ব্যৱহাৰ, কৰ্মনৈপুণ্যতা, বাক্‌পটুতা আদি গুণ নাথাকিলে, ৰাইজে কেতিয়াও তেখেতক আদৰি নল'লেহেঁতেন।

গোস্বামীদেৱৰ এটা ৰাজনৈতিক আদৰ্শও আছিল। ছাত্ৰ জীৱনত তেখেতে মহাত্মা গান্ধীৰ নেতৃত্বত চলা স্বাধীনতা আন্দোলনৰ উগ্ৰ সমৰ্থক আছিল আৰু গান্ধীজীৰ দৰ্শনৰ ওপৰত গভীৰ আস্থা ৰাখিছিল। তেখেত তেতিয়াৰ কংগ্ৰেছ দলৰ এজন সক্ৰিয় সদস্য আছিল। ১৯৬০ আৰু ১৯৭০ৰ দশকত তেখেতৰ স্নেহভাজন, গুণমুগ্ধ আৰু হিতাকাঙ্খীসকলে বিধানসভাৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ জোৰকৈ ধৰিছিল। কংগ্ৰেছ দলৰ মনোনয়ন পালে প্ৰাৰ্থী হোৱাৰ আশাও মনতে পুহি ৰাখিছিল। কিন্তু মূৰকত তেখেতে মনোনয়ন নাপালে। মনোনয়ন নোপোৱাত তেখেত হতাশ বা অসন্তুষ্ট হোৱা নাছিল। বৰং দুগুণ উৎসাহেৰে নিজ দলৰ প্ৰাৰ্থীৰ হৈ নিৰ্বাচনত অংশ গ্ৰহণহে কৰিছিল। কিন্তু আজিৰ দিনৰ কংগ্ৰেছীয়ে কি কৰিলেহেঁতেন? লগে লগে দল ত্যাগ কৰি নিৰ্দলীয় প্ৰাৰ্থীৰূপে নিৰ্বাচনত অৱতীৰ্ণ হ'লহেঁতেন। গোড়া কংগ্ৰেছী হ'লেও সামাজিক কামৰ বেলিকা ডাঃ গোস্বামীয়ে নিজ দলীয় মতাদৰ্শৰ উৰ্দ্ধত থাকি কাম কৰিছিল। কংগ্ৰেছী হ'লেও তেখেতে আন দলৰ বা আন মতাদৰ্শৰ লোকৰ লগত সদায় সদ্ভাৱ ৰাখিছিল আৰু সুযোগ পালে তেওঁলোকক সহায় কৰিছিল। তেখেতে যে আন দলৰ লোকক সহায় কৰিছিল তাৰ অনেক উদাহৰণ পোৱা যায়। তেনে এটি উদাহৰণ হ'ল—

১৯৫০ কি ১৯৫১ চনৰ কথা। সেই সময়ত বিষ্ণুৰাম মেধিৰ চৰকাৰে 'কমিউনিষ্ট নিধন' যজ্ঞ আৰম্ভ কৰিছিল। আজিৰ অসমীয়াৰ হৃদয়ৰ আমঠু বিষ্ণুপ্ৰসাদ ৰাভাৰ মূৰৰ বিনিময়ত মেধি চৰকাৰে ১০ হেজাৰ টকা পুৰস্কাৰ ঘোষণা কৰিছিল। কাজেই ৰাভাদেৱে পলাই ফুৰিবলগীয়া হৈছিল। ভোকত ৰ'ব নোৱাৰি অজ্ঞাতবাসৰ সময়ত এদিন ৰাতি ৰাভাদেউ ওলালগৈ গোস্বামীদেৱৰ ঘৰত। সেই সময়ত ডাঃ গোস্বামী নলবাৰী পৌৰসভাৰ পৌৰপতি। ৰাতি নিজ গাঁও খুদিয়া সত্ৰত থাকে। 'ৰাতিৰ অতিথি সাক্ষাৎ দামোদৰ' যেন জ্ঞান কৰি গোসাঁয়ে ৰাভাদেৱক ভাত-পানী খুৱাই বিদায় দিছিল আৰু এই কথা কোনেও নাজানিছিল। ইয়াতে ফুটি উঠে গোস্বামীদেৱৰ মহত্ব।

গঠনমূলক কাম-কাজত সভা-সমিতি আদিত ডাঃ গোস্বামীয়ে সদায় মানুহক সহায় কৰি ভাল পাইছিল। নলবাৰী সাহিত্য সমাজে প্ৰস্তুত কৰি উলিওৱা 'ডাঃ হৰেকৃষ্ণ গোস্বামী ঃ জীৱন, চিন্তা-কৰ্ম' নামৰ গ্ৰন্থখনত প্ৰখ্যাত মাৰ্ক্সবাদী নেতা নৰেণ দত্তদেৱে তেখেতসকলক কমিউনিষ্ট পাৰ্টিৰ জিলা সম্মিলন অনুষ্ঠিত কৰাত ডাঃ গোস্বামীয়ে কেনেদৰে সহায় কৰিছিল—তাৰ বৰ্ণনা দিছে এনেদৰে—''আমি আশা-নিৰাশাৰ মাজেৰে নলবাৰী কলেজৰ গবৰ্ণিং ব'ডিৰ সভাপতি ডাঃ গোসাঁইলৈ নলবাৰী কলেজত সম্মিলন অনুষ্ঠিত কৰাৰ বাবে

অনুমতি বিচাৰি এখন আবেদন পত্ৰ পঠালো। তেখেতে পত্ৰবাহকক কৈ পঠালে ঃ "নৰেণক ক'বা, অনুমতি লৈ যাব।"। নানা বিধি-পথালিৰ মাজতো ডাঃ গোসাঁইৰ কথা আৰু কামৰ মিল থকা বাবে যথা সময়ত অনুমতি পোৱা গ'ল।" (পৃষ্ঠা ৩৪)

গোস্বামীদেৱ এজন ভাল বক্তাও আছিল। বিশেষকৈ ইংৰাজী ভাষাত তেখেতে সলসলীয়াকৈ বক্তৃতা দিব পাৰিছিল। ১৯৫৫ চনত অসম কলেজ শিক্ষক সন্থাৰ বাৰ্ষিক অধিৱেশনখনৰ (সেইবাৰ কলেজ শিক্ষক সন্থাৰ অধিৱেশন নলবাৰীত অনুষ্ঠিত হৈছিল) অভ্যৰ্থনা সমিতিৰ সভাপতি ৰূপে তেখেতে যিখন অভিভাষণ ইংৰাজীত পাঠ কৰিছিল সিয়েই প্ৰমাণ কৰে তেখেতৰ ইংৰাজী ভাষাত থকা দখলৰ কথা।

"দুখেষু অনু বিগ্নমনা সুখেষু বিগত স্পৃহ" খং-ৰাগহীনভাৱে ধনী-দুখীয়া সকলোকে সম ব্যৱহাৰ কৰা ডাঃ গোস্বামীদেৱ সঁচাকৈয়ে এজন শান্ত-শিষ্ট পুৰুষ আছিল। আমি ব্যক্তিগতভাৱে ডাঃ গোস্বামীদেৱৰ সান্নিধ্যলৈ আহিব পৰা নাছিলো। কিন্তু সৰুতে দেউতাৰ মুখত ডাঃ গোস্বামীদেৱৰ বিষয়ে শুনিছিলো। মৃত্যুৰ তিনি বছৰমান আগতে নলবাৰী কলেজৰ সেই সময়ৰ অসমীয়া বিভাগৰ অধ্যাপক (এতিয়া অৱসৰপ্ৰাপ্ত) হৰেন্দ্ৰ নাথ শৰ্মা চাৰৰ লগত তেখেতক ঘৰত লগ পাইছিলো। তেখেতে আমাৰ লগত এনে ভাবে কথা-বতৰা হৈছিল যেন আমি তেখেতৰ কোনোবা আত্মীয়হে। প্ৰথম দৰ্শনতে তেখেতে সকলোকে আঁকোৱালি ল'ব পাৰিছিল। সেইবাবেই হ'বলা ডাঃ গোস্বামীদেৱৰ লগত তেতিয়াৰ ভাৰতৰ প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহেৰুৰ পৰা আৰম্ভ কৰি অসমৰ মানবদৰদী নেতা ৺সিদ্ধিনাথ শৰ্মা, গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি আদিৰ মধুৰ সম্পৰ্ক আছিল। এই সম্পৰ্কৰ উমান আমি তেখেতৰ আত্মজীৱনীমূলক গ্ৰন্থ "মোৰ জীৱনত এভুমুকি"ৰ শেষত উদ্ধৃত চিঠিসমূহৰ পৰা পাওঁ।

নলবাৰী জিলা তথা ইয়াৰ নিকটৱৰ্তী অনুষ্ঠানসমূহৰ লগত জীৱনৰ অধিকাংশ সময় কটোৱা গোস্বামীদেৱে এটা সফল জীৱনৰ সামৰণি মাৰি ইহ সংসাৰৰপৰা বিদায় লৈছিল ১৯৯২ চনৰ ৭ মাৰ্চৰ পুৱতি নিশা। তেখেতে জীৱনকালত নিজেই এটা অনুষ্ঠানত পৰিণত হৈছিলগৈ। নলবাৰী জিলাৰ সকলো স্তৰৰ মানুহৰ বাবে তেখেতে নিজৰ জীৱন বিলাই দিছিল। আজি আমাৰ নতুন প্ৰজন্মই ভোগবাদী সমাজ ব্যৱস্থাত নিজকে ডুবাই নিদি তেখেতৰ আদৰ্শেৰে আগবাঢ়িলেহে তেখেতৰ প্ৰতি প্ৰকৃত শ্ৰদ্ধা জনোৱা হ'ব।

---

ড° গোস্বামী অসম উচ্চতৰ মাধ্যমিক শিক্ষা সংসদৰ উপ-পৰীক্ষা নিয়ন্ত্ৰক।

# স্বাধীনতা সংগ্ৰামী ডাঃ হৰেকৃষ্ণ গোস্বামী

**অনুপম বৰ্মা মজুমদাৰ**

সমাজসেৱা আৰু ৰাজনীতিক জীৱনৰ সাধনা আৰু সংস্কৃতিৰূপে মান্য কৰি যিসকলে সমাজ জীৱন আলোকিত কৰাৰ অঙ্গীকাৰ গ্ৰহণ কৰিছিল, সেই সকলৰ অন্যতম প্ৰতিনিধি আছিল স্বাধীনতা সংগ্ৰামী ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱ। গান্ধীবাদী নীতি আৰু আদৰ্শক সমাজ পৰিবৰ্তনৰ পথৰূপে গণ্য কৰাৰ লগতে নিজৰ ব্যক্তিগত জীৱনতো প্ৰয়োগ কৰি ব্যক্তি জীৱন আৰু সমাজ জীৱনৰ ভেদাভেদ দূৰ কৰা তথা কথা আৰু কামৰ সামঞ্জস্য ৰক্ষা কৰা প্ৰকৃত গান্ধীবাদী আছিল ডাঃ গোস্বামীদেৱ। বিংশ শতিকাৰ আদি দশকত একান্ত সামন্তবাদী ৰক্ষণশীল পৰিয়াল এটিত জন্ম লভা সত্ত্বেও ডাঃ গোস্বামীদেৱৰ ব্যক্তিত্ব আৰু চৰিত্ৰত পৰিলক্ষিত হৈছিল। সম্পূৰ্ণ গণতান্ত্ৰিক মূল্যবোধ। বিংশ শতিকাৰ ৭০ৰ দশকৰ শেষৰ পিনে ডাঃ গোস্বামীৰ লগত আমি পৰিচিত হওঁ। অসম আন্দোলনৰ প্ৰাৰম্ভত আমি নলবাৰী কলেজৰ ছাত্ৰ। নলবাৰী কলেজৰ অন্যতম প্ৰতিষ্ঠাতা ডাঃ গোস্বামী তেতিয়া কলেজৰ সকলো অনুষ্ঠানতে উপস্থিত আছিল। আমাৰ দেউতা প্ৰয়াত হেমচন্দ্ৰ বৰ্ম মজুমদাৰ গোস্বামীদেৱৰ আদৰ্শগত বন্ধু আছিল; সেই সূত্ৰে তেখেতৰ লগত পৰিচিত হোৱাৰ পাছতে আন্তৰিকতা গঢ়ি উঠে। তেখেতৰ ব্যক্তিত্বই আমাক সততে বিমোহিত কৰিছিল। ডাঃ গোস্বামীৰ জীৱন আৰু কৃতিত্বৰ উত্তৰণৰ সঠিক মূল্যায়ন কৰিছে—"ডাঃ হৰেকৃষ্ণ গোস্বামী : জীৱন, চিন্তা-কৰ্ম" গ্ৰন্থত বিশিষ্ট বামপন্থী ৰাজনীতিবিদ শ্ৰীযুত নৰেন্দ্ৰ নাথ দত্তদেৱে— "নলবাৰী জিলাৰ অন্তৰ্গত বতাহগিলা মৌজাৰ খুদিয়া সত্ৰত এটি ধৰ্মগুৰু মাটিগিৰি অভিজাত পৰিয়ালত ডাঃ গোস্বামীৰ ১৯০৫ চনত জন্ম গ্ৰহণ কৰে। জন্মৰে পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱালৈকে গাঁৱলীয়া পৰিৱেশত সামন্তবাদী ধ্যান-ধাৰণাৰ মাজত ডাঃ গোস্বামী ডাঙৰ-দীঘল হয়।

ত্ৰিশৰ দশকত কটন কলেজ আৰু কলিকতাৰ প্ৰেছিডেঞ্চি স্কুলত পঢ়ি থাকোতে জাতীয় মুক্তি আন্দোলনৰ আবেদনে তেখেতক প্ৰভাৱিত কৰে। কলিকতীয়া জীৱনৰ বহল পৰিবেশে তেওঁৰ মনৰ দিগ্বলয়ো বহুখিনি সম্প্ৰসাৰিত

কৰে। তাতেই দেশপ্ৰেমিক আৰু গণতান্ত্ৰিক মূল্যবোধে জীৱনৰ গভীৰলৈ শিপা লয়।"

গৰ্ডন স্কুলত পঢ়া কালতে গোস্বামীদেৱ জাতীয় মুক্তি আন্দোলনত জড়িত হৈ পৰে। কটন কলেজৰ বৌদ্ধিক পৰিমণ্ডলে যেনিবা তেখেতৰ স্বাধীনতাকামী মনক সাৰপানী দিছিল। সেই কাৰণতে তেখেতে জাতীয় মুক্তি আন্দোলনৰ লগতে আন্তৰ্জাতিক শ্ৰমিক আন্দোলনৰ লগতো জড়িত হৈ পৰিছিল। এই বিষয়ে বিশিষ্ট স্বাধীনতা সংগ্ৰামী চিন্তাবিদ গৌৰীশংকৰ ভট্টাচাৰ্য্যদেৱে "সবিনয় নিবেদন' গ্ৰন্থত ১৯২৯ চনত "মে' দিৱস" পালনৰ বিষয়ে "মোৰ জীৱনৰ প্ৰথম মে' দিৱস পালন"ত উল্লেখ কৰিছে—"সভাখন বৰ ডাঙৰ নাছিল। উপস্থিত আটাইকেইজনেই যুৱক। তাৰ ভিতৰত খুদীয়া সত্ৰৰ সম্মানিত কংগ্ৰেছী হৰেকৃষ্ণ গোস্বামীয়েই আছিল প্ৰবীণ। তেওঁকেই সভাৰ সভাপতি হিচাপে বৰণ কৰা হ'ল। উপস্থিত বাকীখিনিৰ ভিতৰত নলবাৰী সত্ৰৰ প্ৰিয় নাথ গোস্বামী নলবাৰীৰে আচানঁ আলি, মদলেচ (মছলেহুদ্দিন) আহমদ্, হেমন্ত দাস, ৰমেশ ৰায়, ভৃগু দত্ত, কৈৰাৰাৰ সুৰেন চক্ৰবৰ্ত্তী, পয়লাৰ দেৱেন শৰ্মা, অগ্নিশালাৰ ধনেশ্বৰ গোস্বামী, দক্ষিণ গাঁওৰ প্ৰতাপ শৰ্মা, মৰোৱাৰ জনক বৈশ্যৰ নাম মনত পৰে। সভাপতি বৰণৰ পাছতে আগয়ে ঠিক কৰি থোৱামতে সভাপতিয়ে ৰক্ত পতাকা উত্তোলন কৰে। আমি সকলোৱে থিয় হৈ সেইখন অভিবাদন কৰোঁ। আজিকালিৰ ৰক্ত পতাকাৰ দৰে সেই পতাকাখনত কাঁচি, হাতুৰী বা তাৰকা আদি একো নাছিল। এডোখৰ ৰঙা কাপোৰহে আছিল। হেম চন্দ্ৰ বৰ্মা মজুমদাৰেই সভাৰ একমাত্ৰ বক্তা আছিল। সভাৰ শেষত মন্তব্য হিচাপে সভাপতি মহোদয়ে দুআষাৰমান কৈছিল হবলা।" (সবিনয় নিবেদন পৃঃ ১৭২-১৭৩) "সবিনয় নিবেদন"ত এই বিষয়ে আকৌ উল্লেখ কৰিছে কেনেদৰে মহাত্মাগান্ধীৰ নেতৃত্বৰ জাতীয় মুক্তি আন্দোলনে ১৯৩৪ চনত বিভেদ নীতিৰ জনক সাম্ৰাজ্যবাদী ইংৰাজৰ কুট চক্ৰান্তত চৰম নৈৰাজ্যবাদী ৰূপ লাভ কৰিছিল। দেশ প্ৰেমিকসকল হতাশ হৈছিল, বহু আন্দোলনকাৰী ইংৰাজৰ চক্ৰান্তৰ বলি হৈ জাতীয় যুক্তিক পিছ পেলাই ব্যক্তিগত লাভালাভত গুৰুত্ব দিছিল। কিন্তু সেই সময়তো ডাঃ গোস্বামী আদৰ্শত অলৰ-অচল আছিল।

ইতিমধ্যে আহি পৰিল ১৯৩৪ চনৰ মে' দিৱস। আমি বৰকুৰাৰ কনক বৰ্মাৰ ঘৰত গোট খালোঁ। তেওঁ বৰ কৰ্মঠ মানুহ। এটা চুবুৰীয়া ভোজৰে ব্যৱস্থা কৰি পেলালে। আনুষ্ঠানিক পৰ্বখিনি শেষ কৰাৰ পিছত আমি অনানুষ্ঠানিক

আলোচনাত বহিলোঁ। সঁচা কথা কবলৈ গ'লে আমাৰ অৱস্থা পৰাজিত বাহিনী এটাৰ নাম কটা চিপাহীৰ দৰে হৈছিল।

কিন্তু পুৰণি কেইজন অৰ্থাৎ হৰিচৰণ পাঠক, ডাঃ হৰেকৃষ্ণ গোস্বামী আৰু হেমচন্দ্ৰ মজুমদাৰ অলৰ-অচল হৈ আছে। গান্ধী মহাত্মাৰ নামলৈ দেশৰ কামত নামিছে যেতিয়া তাতেই লাগি থাকিব।"

(সবিনয় নিবেদন, পৃষ্ঠা ২২৯)

জীৱনৰ শেষ সময়লৈকে গোস্বামীদেৱৰ এই চাৰিত্ৰিক বৈশিষ্ট্য অম্লান আছিল। বিংশ শতিকাৰ তৃতীয় দশকতে প্ৰেছিডেঞ্চি স্কুলৰ পৰা চিকিৎসা বিজ্ঞানৰ ডিপ্লমাধাৰী গোস্বামীয়ে অতি সহজে ডাঙৰ চৰকাৰী হস্পিতালত চাকৰি পালেহেঁতেন নাইবা ডাঙৰ চৰকাৰী বিষয়া হ'ব পাৰিলেহেঁতেন, কিন্তু স্বদেশ মুক্তিৰ তাড়ণাত স্বদেশী গৰীৱ নিঃকিনৰ চিকিৎসা সেৱা তথা মুক্তিৰ স্বাৰ্থতে সেই লোভনীয় পদ ত্যাগ কৰিছিল। আধুনিক নলবাৰী প্ৰতিষ্ঠাৰ ক্ষেত্ৰত গৰ্ডন স্কুল যেনিবা ভেটিহে আছিল। তাৰ ওপৰতে গঢ় লোৱা সমকালীন বৌদ্ধিক সামাজিক পৰিমণ্ডলে জন্ম দিছিল "কামৰূপ সঞ্জীৱনী সভা", নলবাৰী সংস্কৃত কলেজ, নলবাৰী নাট্য মন্দিৰ, শ্ৰীহৰিমন্দিৰ আৰু পৰিশেষত যেনিবা আধুনিক নলবাৰীৰ সৌধ স্বৰূপ নলবাৰী কলেজ। নলবাৰীৰ এই সকলো অনুষ্ঠান-প্ৰতিষ্ঠানৰ অন্যতম প্ৰতিষ্ঠাপক আছিল স্বাধীনতা সংগ্ৰামী ডাঃ হৰেকৃষ্ণ গোস্বামী। নলবাৰী কলেজ প্ৰতিষ্ঠাৰ সময়তে নলবাৰীৰ বিশেষভাৱে গ্ৰামীন অঞ্চল— মাধ্যমিক শিক্ষাব অনুষ্ঠান হাইস্কুল প্ৰতিষ্ঠাই নলবাৰীত আধুনিক শিক্ষা-সংস্কৃতি প্ৰতিষ্ঠাত ডাঃ গোস্বামী নিবিড়ভাবে জড়িত আছিল। এনে সামাজিক সাংস্কৃতিক অনুষ্ঠান প্ৰতিষ্ঠা কৰাটো সমকালীন সময়ত এক বৈপ্লৱিক পদক্ষেপৰূপে অভিহিত হৈছিল।

আশীৰ দশকৰ শেষৰ পিনে আমি নলবাৰীৰ পূৰ্বভাৰতী পুথিভঁড়ালত কাম কৰা সময়ত ডাঃ গোস্বামী প্ৰায়ে পুথিভঁৰালত পদাৰ্পণ কৰিছিল। ৭০ৰ দশকত নলবাৰী সাহিত্য সমাজৰ উদ্যোগত প্ৰতিষ্ঠিত পূৰ্বভাৰতীৰ প্ৰতিষ্ঠাৰ লগতো ডাঃ গোস্বামী জড়িত আছিল। কবিগুৰু ৰবীন্দ্ৰ নাথৰ চিত্ৰ ভাৰতীৰ আৰ্হিত "নলবাৰী সাহিত্য সমাজ"ৰ উদ্যোগৰ পূৰ্ব ভাৰতী সাংস্কৃতিক বিশ্ববিদ্যালয়ৰ বাবে প্ৰকল্প গ্ৰহণ কৰা হয়। উত্তৰ-পূৰ ভাৰতৰ বিভিন্ন নৃগোষ্ঠীৰ সাংস্কৃতিক সম্পাদক সংৰক্ষণ আৰু বিকাশৰ বাবে অধ্যয়ন, অধ্যাপনা অনুশীলন আৰু গৱেষণাৰ সু-ব্যৱস্থা প্ৰবৰ্তন কৰি স্বাৱলম্বনৰ ভেটিত জনজীৱনৰ কাৰণে এক সমাজপূৰ্ণ সমাজ গঢ়াৰ আদৰ্শৰে পূৰ্বভাৰতীৰ জন্ম হয়। জন্মৰ সময়ত পূৰ্ব ভাৰতীয়ে

বিশ্বভাৰতীৰ আৰ্হিত এক স্বায়ত্ত শাসিত আবাসিক বিশ্ববিদ্যালয় গঢ়াৰ সময়লৈকে নটা বিভাগেৰে লক্ষ্যত ধাবমান হোৱাৰ পৰিকল্পনা গ্ৰহণ কৰিছিল। বালভৱন, ভাষাশিক্ষা, লোকশিক্ষা, কলাশিক্ষা, নাট্য কলা, সংগীত, মানৱ বিদ্যা, গ্ৰন্থাগাৰ আৰু সংগ্ৰহালয় বিভাগ প্ৰতিষ্ঠা কৰি ইয়াৰ বিদায়তনিক আৰু ব্যৱহাৰিক এনেদৰে দুটা শালা প্ৰতিষ্ঠা কৰি নিৰ্দিষ্ট কাৰ্য্যসূচীৰে বিকাশৰ পৰিকল্পনা লোৱা হৈছিল। আমাৰ বিশিষ্ট বুদ্ধিজীৱীসকলৰ প্ৰচেষ্টাত পূৰ্বভাৰতী সাংস্কৃতিক বিশ্ব বিদ্যালয়ৰ প্ৰকল্প প্ৰস্তুত কৰা হৈছিল। পূৰ্ব ভাৰতীৰ প্ৰতিষ্ঠাকালৰ সভাপতি আছিল নন্দনতাত্ত্বিক সাহিত্যিক ত্ৰৈলোক্য নাথ গোস্বামী আৰু সচিব আছিল অধ্যাপক শশী শৰ্মা। ডাঃ গোস্বামী প্ৰতিষ্ঠাবানৰ উপসভাপতি থকাৰ লগতে মৃত্যুৰ সময়লৈকে পূৰ্ব ভাৰতীৰ সম্পাদকীয় উপদেষ্টা মণ্ডলীৰ সদস্য আছিল। পূৰ্ব ভাৰতী পুথিভঁৰালত সেই সময়ত নলবাৰীৰ প্ৰায়বোৰ বিশিষ্ট লোকৰ সমাবেশ ঘটিছিল। ডাঃ গোস্বামীয়ে তাত বিভিন্ন সময়ত স্বাধীনতা সংগ্ৰামৰ স্মৃতিৰোমন্থন কৰিছিল।

স্বাধীনতা সংগ্ৰামী গোস্বামীৰ কথা কওঁতে আমাৰ প্ৰসংগত তেখেতৰ এটা বদান্যতাৰ কথা নকলে অকৃতজ্ঞতাৰ দোষে চুব। আমি স্নাতকোত্তৰ মহলাত উত্তীৰ্ণ হোৱাৰ পাছত তেখেতে অভিনন্দন দি আমাক এদিন ঘৰলৈ মাতিছিল। তেখেতৰ এগৰাকী নিকট আত্মীয় তেতিয়া অসম চৰকাৰৰ শিক্ষা বিভাগৰ শীৰ্ষ বিষয়া আছিল। তেখেতে আমাক উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শিক্ষকৰ চাকৰি এটি দিব লাগে বুলি চিঠি এখন লিখি মোৰ হাতত দিলে। লগতে ফোন কৰিও তেখেতক জনালোঁ। তেখেতৰ আত্মীয় গৰাকীৰ চেষ্টা সত্ত্বেও মূৰকত ৰাজনৈতিক কাৰণত আমাৰ চাকৰিটি সেই সময়ত নহ'ল। কিন্তু ডাঃ গোস্বামীৰ বদান্যতাৰ স্বৰূপ আমাৰ চিৰদিন মনৰ মণিকোঠাত সঞ্চিত হৈ ৰ'ল।

সদৌ শেষত এটি সাধাৰণ ব্যক্তিগত কথাৰে সামৰিছোঁ। মোৰ দেউতাৰ ডায়েৰি ডাঃ গোস্বামীয়ে দেউতাক স্বাক্ষৰ কৰি উপহাৰ দিছিল। দেউতাৰ মৃত্যুৰ কিছু বছৰ আগৰ ডায়েৰিত উল্লেখ আছে যে নলবাৰীৰ এগৰাকী বিশিষ্ট সমাজকৰ্মী সমাজবাদী আদৰ্শৰ লোকৰ মৃত্যু হোৱাত দেউতাই ডাঃ গোস্বামীৰ লগ লাগি নলবাৰী হাটখোলা পুখুৰী পাৰত এখন ৰাজহুৱা শোক সভা পতাৰ যো-জা কৰিছিল। কিন্তু নলবাৰীৰ তেওঁলোকৰ দলৰ ওপৰৰ নেতা এগৰাকীৰ ৰাজনৈতিক হেচাত সি সম্ভৱ হোৱা নাছিল। এই লৈ ডাঃ গোস্বামী আৰু দেউতাই হেনো পৰৱৰ্তী সময়ত দলৰ সভাত তীব্ৰ প্ৰতিবাদ কৰিছিল। আমি লগ পোৱা

ডাঃ গোস্বামীৰ ব্যক্তিত্বতো আমি প্ৰত্যক্ষ কৰিছিলোঁ দল, মতৰ উৰ্দ্ধত এক বিশাল গণতান্ত্ৰিক মানৱতাবাদী মূল্যবোধ।

আজি আমাৰ অসমীয়া জাতি গভীৰ প্ৰত্যাহ্বানৰ সন্মুখীন হৈছে। ৰাজনৈতিক, সামাজিক অৱক্ষয়ে জনগোষ্ঠীবোৰৰ মাজত বিভেদ-বিচ্ছিন্নতা বৃদ্ধি কৰিছে। এনে প্ৰেক্ষাপটত ডাঃ গোস্বামীৰ মহৎ আদৰ্শৰ প্ৰাসঙ্গিকতা কিন্তু সুঁৱৰিবলগীয়া। তেখেতৰ নীতি আৰু আদৰ্শ স্বদেশ, স্বজাতি তথা উত্তৰ পুৰুষৰ আদৰ্শৰ বস্তু। ❑

---

শ্ৰীমজুমদাৰ নলবাৰী দেবীৰাম পাঠশালা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অসমীয়া বিষয়ৰ বিষয়-শিক্ষক আৰু এগৰাকী সুলেখক।

# প্ৰয়াত হৰেকৃষ্ণ গোস্বামীদেৱৰ সোঁৱৰণত

**ৰবীন্দ্ৰ নাৰায়ণ চৌধুৰী**

প্ৰয়াত ডাঃ হৰেকৃষ্ণ গোস্বামী খুদিয়া সত্ৰৰ অন্যতম সত্ৰাধিকাৰ আছিল। তেখেত আৰু তেখেতৰ পৰিয়ালবৰ্গই আজিলৈ বহু অসুবিধা-আহুকালৰ মাজতো সত্ৰখনৰ পৰিচালনা দায়িত্ব পালন কৰি থকা দেখি আছোঁ। ডাঃ গোস্বামীদেৱক প্ৰায়ভাগ লোকে 'প্ৰভু' বুলিহে মাতিছিল।

তেখেত নমাটি গাঁৱৰ সেই সময়ৰ মুখিয়াল জনসেৱকসকলৰ লগত মত বিনিময় কৰি সেইসকলৰ লগতে গাঁওখনৰ উন্নয়নমূলক কাম কৰি গাঁওবাসীৰ প্ৰিয়ভাজন প্ৰভুৰূপে চিনাকি দিছিল।

কটৰা হাইস্কুলৰ প্ৰতিষ্ঠাপক সভাপতি হৈ পাগলাদিয়া নদীৰ পূব প্ৰান্তত থকা দুখীয়া কৃষিজীৱী লোকসকলৰ ল'ৰা-ছোৱালীৰ জ্ঞান আহৰণত শিক্ষানুষ্ঠানটো গঢ়ি তুলিছিল সেই অঞ্চলৰ মুখিয়াল লোকসকলৰ সহায়-সহযোগত।

তেখেত সময়ত নলবাৰী টাউনৰ বাসিন্দা হৈ নলবাৰী টাউন কমিটিৰ সভাপতি, নলবাৰী কলেজৰ সদস্য, সংস্কৃত কলেজৰ সভাপতি আদি বহু অনুষ্ঠানৰ লগত জড়িত হৈ ৰাইজৰ প্ৰিয়পাত্ৰ হৈছিল।

ৰাজহুৱা কামৰ বাহিৰেও তেখেতে ভাৰতীয় জাতীয় কংগ্ৰেছৰ নলবাৰীত সভাপতিৰ আসনো অলঙ্কৃত কৰিছিল।

মৃঠৰ ওপৰত ক'বলৈ গ'লে সোণৰ চামুচ মুখত লৈ তেখেতে গৰীব, অনুন্নত সম্প্ৰদায় আৰু ৰাইজৰ হিতাৰ্থে যিবোৰ কাম কৰি থৈ গ'ল, সি চিৰস্মৰণীয় হৈ থাকক এয়ে ওপৰৱজনালৈ প্ৰাৰ্থনা জনালোঁ। ডাঃ গোস্বামীৰ বিদেহী আত্মাই সদগতি লাভ কৰাক এয়ে আশা। ❑

---

শ্ৰীচৌধুৰী খাতা মৌজাৰ প্ৰাক্তন মৌজাদাৰ। বিশিষ্ট সমাজকৰ্মী।

# মোৰ দৃষ্টিত ডাঃ হৰেকৃষ্ণ গোস্বামী

**নৰেন দত্ত**

নলবাৰী অঞ্চলৰ ৰাজহুৱা জীৱনত যি কেইগৰাকী ব্যক্তিৰ আপেক্ষিক গতিশীল ভূমিকা আছে, সেইসকলৰ ভিতৰত ডাঃ হৰেকৃষ্ণ গোস্বামী অন্যতম। তেওঁৰ কৰ্মজীৱন গাঁৱৰ ৰায়ত সভাৰ পৰা চহৰৰ পৌৰসভা, গাঁওৰ প্ৰাথমিক স্কুল, হাইস্কুলৰ পৰা চহৰৰ মহাবিদ্যালয়, নাট্যানুষ্ঠান আৰু সৰ্বভাৰতীয় ৰাজনৈতিক দল (কংগ্ৰেছ)ৰ কৰ্মকাণ্ডলৈ প্ৰসাৰিত।

নলবাৰী জিলাৰ অন্তৰ্গত বতাহগিলা মৌজাৰ খুদিয়া সত্ৰত এটি ধৰ্মগুৰু মাটিগিৰি অভিজাত পৰিয়ালত ডাঃ গোস্বামীয়ে ১৯০৫ চনত জন্ম গ্ৰহণ কৰে। জন্মৰে পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱালৈকে গাঁৱলীয়া পৰিবেশত সামন্তবাদী ধ্যান ধাৰণাৰ মাজত ডাঃ গোস্বামী ডাঙৰ-দীঘল হয়।

ত্ৰিশৰ দশকত কটন কলেজ আৰু কলিকতাৰ প্ৰেচিডেন্সী স্কুলত পঢ়ি থাকোতে জাতীয় মুক্তি আন্দোলনৰ আবেদনে তেখেতক প্ৰভাবিত কৰে। কলিকতীয়া জীৱনৰ বহল পৰিবেশে তেওঁৰ মনৰ দিগ্বলয়ো বহুখিনি সম্প্ৰসাৰিত কৰে। তাতেই দেশপ্ৰেমিক আৰু গণতান্ত্ৰিক মূল্যবোধে জীৱনৰ গভীৰলৈ শিপা লয়। এই মূল্যবোধ এতিয়াও তেওঁৰ জীৱনৰ প্ৰধান অৱলম্বন।

ডাঃ গোস্বামী ছাত্ৰ জীৱনৰে পৰা কলানুৰাগী আৰু বিশেষকৈ নাট্যামোদী। নলবাৰী নাট্যমন্দিৰত তেখেতক কোনো ভাওত অৱতীৰ্ণ হোৱা আমি দেখা নাই। তেখেতৰ পৰা জানিব পাৰিছোঁ ঃ কলিকতীয়া ছাত্ৰ জীৱনত দুই তিনিখন নাটকত অভিনয় কৰি দৰ্শনৰ পৰা প্ৰশংসা লাভ কৰিছিল। ডাঃ গোস্বামীয়ে নলবাৰী নাট্য সমিতিৰ সম্পাদক আৰু সভাপতিৰূপে কেবাবাৰো কাৰ্য নিৰ্বাহ কৰিছে। সমাজত এনে কিছু উৎসাহী ব্যক্তি থাকে যি সকলে অভিনয়, খেল আদিত অংশ গ্ৰহণ নকৰাকৈয়ে সাংস্কৃতিক অনুষ্ঠান, ক্ৰীড়ানুষ্ঠান আদি নিষ্ঠাৰে পৰিচালনা কৰি শিল্পী আৰু খেলুৱৈসকলক প্ৰেৰণা যোগায়। ডাঃ গোস্বামী এনে লোকৰ চানেকি।

মই আগতে উল্লেখ কৰি অহা তেখেতৰ জীৱনৰ প্ৰধান অৱলম্বন

গণতান্ত্রিক মূল্যবোধ সম্পৰ্কে নলবাৰীৰ পটভূমিত তিনিটা সাধাৰণ ঘটনাৰ উল্লেখ কৰি মোৰ দৃষ্টিপাত সামৰিম।

১। ১৯৭৭ চন। নলবাৰীত মাৰ্ক্সবাদী কমিউনিষ্ট পাৰ্টিৰ জিলা সন্মিলন অনুষ্ঠিত হ'ব। ঠাইৰ বাবে বৰ আহুকাল। আমাৰ সকলোৰে বাবে বৰ লাজৰ কথা—নলবাৰীত এখন ডাঙৰ সভা-সমিতি বা কোনো সন্মিলন বা অন্যান্য ৰাজহুৱা অনুষ্ঠান অনুষ্ঠিত বা উদ্‌যাপিত কৰাৰ বাবে শিক্ষানুষ্ঠান কেইটিৰ বাহিৰে কোনো ডাঙৰ হল আৰু প্ৰাঙ্গণ নাই। আমি আশা-নিৰাশাৰ মাজেৰে নলবাৰী কলেজৰ গভৰ্নিংব'ডিৰ সভাপতি ডাঃ গোঁসাইলৈ নলবাৰী কলেজত সন্মিলন অনুষ্ঠিত কৰাৰ বাবে অনুমতি বিচাৰি এখন আবেদন পত্ৰ পঠালোঁ। তেখেতে পত্ৰবাহকক কৈ পঠালে ঃ নৰেনক কবা, অনুমতি লৈ যাব। নানা বিধি পথালিৰ মাজতো ডাঃ গোঁসাইৰ কথা আৰু কামৰ মিল থকা বাবে যথা সময়ত অনুমতি পোৱা গ'ল।

(২) ১৯৫৮ চন। মই নলবাৰী ছোৱালী হাইস্কুলত শিক্ষকতা কৰোঁ। এদিন এজনী ছোৱালীক কোনো দোষৰ বাবে কিছুসময় বেঞ্চৰ ওপৰত ঠিয় কৰাই থৈছিলোঁ। ছোৱালীজনীৰ দেউতাকক মই সততা আৰু স্পষ্টবাদিতাৰ বাবে শ্ৰদ্ধা কৰিছিলোঁ। কিন্তু ৰাজনৈতিক ক্ষেত্ৰত আমি আছিলো অহি-নকুল। এই বছৰতে নলবাৰী পৌৰসভা নিৰ্বাচন অনুষ্ঠিত হৈছিল। নিৰ্বাচনত কংগ্ৰেছ আৰু কৰদাতা সংঘৰ মাজত প্ৰবল প্ৰতিদ্বন্দ্বিতা হৈছিল। মই আৰু ডাঃ হৰেশ্বৰ বৰ্মণ কৰদাতা সংঘৰ প্ৰাৰ্থী মনোনীত হৈছিলোঁ। আমাৰ প্ৰতিদ্বন্দ্বি প্ৰাৰ্থী আছিল মোৰ শ্ৰদ্ধেয় শিক্ষাগুৰু ৺ঈশ্বৰ চন্দ্ৰ বৰুৱা, এম. এ. দেৱ আৰু এড্‌ভোকেট ৺প্ৰতাপ চন্দ্ৰ তালুকদাৰ, বি.এ. বি.এল। প্ৰতিদ্বন্দ্বিতাত আমি জয়ী হৈছিলোঁ। ফলস্বৰূপে ৰাজনৈতিক সম্পৰ্কৰ বৈৰীভাবৰ তীব্ৰতা বাঢ়ি আছিল। ছোৱালীজনীৰ দেউতাক মোৰ আচৰণত ক্ষুব্ধ হৈ স্কুল পৰিচালনা কমিটিৰ সভাপতি ডাঃ গোঁসাইক জনালে। তেখেতে ইচ্ছা কৰাহেঁতেন পৰিস্থিতিৰ সুযোগ গ্ৰহণ কৰি মোক জটিল পৰিস্থিতিত পেলাব পাৰিলেহেঁতেন। তাকে নকৰি ডাঃ গোঁসায়ে হাঁহি মাৰি দেউতাকক বুজালে আৰু দেউতাকেও কথাটো সিমানতে এৰি বিজ্ঞলোকৰ পৰিচয় দিলে। তেখেতৰ পৰাই কথাটো মই পিছত জানিব পাৰিছিলোঁ। ময়ো উপলব্ধি কৰিছিলোঁ তেনেকৈ শাস্তি দিয়াটো সমীচিন হোৱা নাছিল।

৩) বহু বছৰ আগৰ কথা। চনটো মনত নাই। ডাঃ গোঁসাইৰ ২য় কন্যা শ্ৰীমতী উষাৰ বিয়া। তেখেতে বিয়াত অভ্যৰ্থনাৰ দায়িত্ব লবলৈ ৰবীন চৌধুৰী (পিছত কংগ্ৰেছত যোগদান কৰে,) প্ৰফুল্ল ডেকা আৰু মোক আমন্ত্ৰণ জনালে।

সেই সময়ৰ নলবাৰীৰ পৰিস্থিতিত আমি তিনিও 'দগ্ধা' কংগ্ৰেছ বিৰোধী অভিন্ন বন্ধু, এজন নেতৃস্থানীয় কংগ্ৰেছীৰ বিবাহোৎসৱত আভ্যৰ্থনাৰ মূল দায়িত্বত আমন্ত্ৰিত হোৱাটো মুঠেও বাঞ্ছনীয় নাছিল। ইয়াৰ বাবে ডাঃ গোঁসায়ে তিতা-কেঁহা খাব লগীয়া হৈছিল।

নলবাৰী এনে এখন ঠাই (হয়তো আন ঠায়ো) য'ত ৰাজনৈতিক ভিন্নমত পোষণ কৰিলে সমাজ জীৱনৰ বিভিন্ন দিশত কাৰোবাৰ উল্লেখনীয় বৰঙণি থাকিলেও স্বীকৃতি দিয়াটো উচিত বুলি বিবেচনা কৰা নহয়। ডাঃ গোঁসাইৰ চিন্তাধাৰা এই ক্ষেত্ৰত ব্যতিক্ৰম।

ডাঃ হৰেকৃষ্ণ গোস্বামীৰ জীৱনৰ এই গুৰুত্বপূৰ্ণ দিশটো নানা ভেদ-ভাৱত বিদীৰ্ণ বৰ্তমান সমাজৰ (বিশেষকৈ ডেকা শক্তিৰ) পাথেয় হ'ব বুলি আশা ৰাখিলোঁ। ❑

---

শ্ৰীদত্ত প্ৰাক্তন বিধায়ক আৰু বামপন্থী চিন্তাধাৰাৰ বিশিষ্ট লেখক। সাহিত্য আৰু সংস্কৃতিৰ লগতো তেখেত জড়িত।

# ডাঃ হৰেকৃষ্ণ গোস্বামীৰ "মোৰ জীৱনত এভুমুকি"

অশ্বিনী কুমাৰ শৰ্মা

পঞ্চদশ শতিকাৰ চতুৰ্থ দশকত জন্ম লাভ কৰা খুদিয়া সত্ৰৰ প্ৰতিষ্ঠাপক কবিৰত্ন গোপাল মিশ্ৰৰ (১৪৩৬-১৫০০ শক) অধস্তন পুৰুষ ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱ—যিয়ে পিছলৈ খুদিয়া সত্ৰৰপৰা আহি নলবাৰীৰ মাজ মজিয়াত বসতি কৰিবলৈ লৈছিল আৰু আধুনিক নলবাৰীৰ অন্যতম নিৰ্মাতা ৰূপত অৱতীৰ্ণ হৈছিল; সেইগৰাকী ব্যক্তিত্বপূৰ্ণ পুৰুষেই অসমৰো এগৰাকী প্ৰখ্যাত ব্যক্তি হিচাপে সৰু-বৰ সকলোৰে মাজত জনপ্ৰিয় হৈ উঠিছিল। উল্লেখযোগ্য যে গোস্বামীদেৱৰ উপৰিপুৰুষ পণ্ডিত গোপাল মিশ্ৰৰ গুৰু আছিল অসিত আৰু কৈবালা প্ৰবৰ সন্নিবিষ্ট শাণ্ডিল্য গোত্ৰৰ শ্ৰীশ্ৰীদামোদৰদেৱ—যাৰ আজ্ঞাক্ৰমে যোড়শ শতাব্দীত বৈকুণ্ঠ নাথ ভাগৱত ভট্টাচাৰ্য তথা ভট্টদেৱে অসমীয়াত কথা বা গদ্যত ভাগৱত আৰু গীতা অনুবাদ কৰি চিৰকাললৈ সুখ্যাতি ৰাখি গ'ল।

ডাঃ গোস্বামীদেৱৰ পিতৃ আছিল লক্ষ্মীনাথ গোস্বামী। তেওঁ আছিল গোপাল মিশ্ৰৰ দশম অধঃস্তন পুৰুষ। গোস্বামীদেৱৰ পিতৃ এগৰাকী সংস্কৃত পণ্ডিত আৰু ভাল জ্যোতিষী আছিল। তেওঁৰ দুগৰাকী পত্নী মহামায়া আৰু সৰস্বতীৰ যথাক্ৰমে পিতৃগৃহ আছিল নামকোণা আৰু ৰঙিয়াৰ জয়ন্তীপুৰ। দ্বিতীয়া স্ত্ৰীৰ জগতকৃষ্ণ, গোবিন্দকৃষ্ণ, হৰেকৃষ্ণ নামেৰে তিনিগৰাকী পুত্ৰ আৰু হৈমৱতী নামেৰে এগৰাকী কন্যা সন্তান উপজিছিল। ডাঃ গোস্বামীদেৱ আছিল বিদুষী আৰু আদৰ্শ গৃহিণী। সৰবৰহী এই মহিলাগৰাকীৰ সমাজসেৱাতো প্ৰাণ আছিল। লক্ষ্মী-সৰস্বতীৰ সু-সন্তান ডাঃ হৰেকৃষ্ণ গোস্বামীও সমাজসেৱা, ৰাজনীতি, শিক্ষা, চিকিৎসা আদি দিশত বিস্তৰ বৰঙণি যোগোৱা এগৰাকী সুপুৰুষ আছিল। সাহিত্য ক্ষেত্ৰতো তেওঁৰ অৰিহণা নিচেই তাকৰীয়া নাছিল।

ডাঃ গোস্বামীদেৱে তেওঁৰ একাশী বছৰ বয়সত লিখা "মোৰ জীৱনত এভুমুকি" শীৰ্ষক আত্মজীৱনীখন তেওঁৰ সাহিত্যসেৱাৰ এটি বিশেষ নিদৰ্শন। ১৯৮৭ ইং চনত তেওঁৰ জ্যেষ্ঠ পুত্ৰ ভুৱন চন্দ্ৰ গোস্বামীদেৱে এইখন প্ৰকাশ কৰি

উলিয়ায়। সেই সময়ত পকাবন্ধা এই পুথিখনৰ মূল্য আছিল মাত্র পোন্ধৰ টকা। পঞ্চাশ পৃষ্ঠাৰ এই পুথিখন দেখাত বৰ বৃহৎ নহ'লেও অসমৰ এগৰাকী সুযোগ্য সন্তানৰ জীৱন-কথাৰ সোঁৱৰণ সম্বলিত ই অসমীয়া জীৱনী সাহিত্যলৈ অন্যতম সংযোজন—য'ত প্রতিভাত হৈছে কেৱল গোস্বামীদেৱৰ জীৱনধাৰাৰ আনুপুংখিক বিৱৰণেই নহয়, সমগ্র অসমৰ তদানীন্তন এখনি শৈক্ষিক, ৰাজনৈতিক, সামাজিক তথা অৰ্থনৈতিক প্রতিচ্ছবি। তাৰোপৰি গ্রন্থখনত সন্নিবিষ্ট গোস্বামীদেৱৰ পৰিয়ালৰ বংশাৱলীকে আৰম্ভ কৰি ব্যক্তিগত বিভিন্ন ৰাজনৈতিক, সামাজিক, শৈক্ষিক দিশ সম্পৰ্কীয় বিভিন্ন মন্ত্রী-বিধায়ক আদিৰ গোস্বামীলৈ প্রেৰণ কৰা মূল্যৱান চিঠি-পত্র আৰু ফটো আদিয়ে পুথিখনক উচ্চ মাত্রা প্রদান কৰিছে।

পুথিখনৰ আদিতে অসমৰ এগৰাকী লব্ধপ্রতিষ্ঠ সাহিত্যিক তথা অসম সাহিত্য সভাৰ প্রাক্তন সভাপতি, নলবাৰী কলেজৰ তদানীন্তন অধ্যক্ষ ত্রৈলোক্য নাথ গোস্বামীদেৱে "অভিমত" দি লিখিছে—"গোঁসাই সহজ-সৰল আৰু সহানুভূতিশীল লোক। আনৰ দুঃখত দুঃখ পোৱা আৰু আনৰ সুখত আনন্দ প্রকাশ কৰা স্বভাৱ তেওঁৰ বিশেষত্ব। নলবাৰী অঞ্চলৰ উন্নতিকল্পে হাতত লোৱা কাম প্রায় সকলোবোৰতে গোঁসাইৰ সমৰ্থন আৰু সহযোগ আছে। নলবাৰী কলেজ আৰম্ভ হোৱাৰ পাছত যেতিয়া পূৰ্বৰ কৰ্মীসকলে কলেজ হৈ যোৱা বুলিয়েই আত্মপ্রসাদ লাভ কৰিছিল, তেতিয়াও তেওঁ দান-বৰঙণি আদায় কৰাৰ ক্ষেত্রত আগৰণুৱা আছিল। ৰাজনৈতিক আদৰ্শেৰে জীৱনৰ পাতনি মেলিলেও তেওঁ আছিল শিক্ষা-সংস্কৃতিৰ পূজক।" আকৌ, "আগকথা"ত সু-সাহিত্যিক শশী শৰ্মাদেৱে কৈছে—"সাম্প্রতিক নলবাৰীৰ শিক্ষা-সংস্কৃতিৰ এনে এটা অংগ বা অনুষ্ঠান নাই, যাৰ লগত ডাঃ গোস্বামী সক্রিয়ভাৱে জড়িত হোৱা নাছিল।..... যিয়েই তেখেতৰ ওচৰ চাপিছে, সিয়েই বিমুখ হ'ব লগা হোৱা নাই। তেখেতে সকলোকে আশ্বাস দিছে......... অনেক সময়ত তেনে আশ্বাস ফলৱতী কৰিবলৈ গৈ তেখেতে তেখেতৰ দলৰ নেতা বা কৰ্মৰ মাজত অপ্রিয় হ'ব লগাতো পৰিছে। এনে মানুহ বৰ্তমান সমাজৰ মধ্যবিত্তৰ মাজত বিৰল। দলতকৈ তেখেতৰ মানত গণতান্ত্রিকতাৰ মূল্য বেছি। তদুপৰি তেখেত বহু পৰিমাণে ধৰ্ম আৰু সম্প্রদায় নিৰপেক্ষও।" এনেবোৰ মন্তব্যৰপৰা ডাঃ গোস্বামী মানুহজন সম্পৰ্কে আমাৰ মনত তেওঁৰ চৰিত্রৰ স্বাভাৱিক বৈশিষ্টখিনি স্বতঃস্ফূৰ্তভাৱেই প্রতিবিম্বিত হৈ উঠে। জীৱনৰ শেষৰ ফালে "পাহৰণিৰ গৰ্ভত লীন যোৱা কাৰ্যসমূহৰ দুই-এটা কথা ৰিণিকি ৰিণিকি মনত পেলাই" আত্মজীৱনী লেখক গোস্বামীদেৱে লিখা বুলি কৈছে যদিও সিয়েই তেওঁৰ সামগ্রিক জীৱনক প্রতিনিধিত্ব কৰা যেন লাগে।

শৈশৱ, কৈশোৰ, যৌৱনৰ কিছুমান মন-পৰশা কথা হয়তো ইয়াৰপৰা বাদ পৰি গৈছে; তৎসত্ত্বেও "কৰ্মময় জীৱনত ৰাজহুৱা, সামাজিক, ৰাজনৈতিক আৰু ধৰ্মীয় নানা অনুষ্ঠান-প্ৰতিষ্ঠান আদিৰ লগত ওতঃপ্ৰোতভাবে জড়িত" ডাঃ গোস্বামীদেৱৰ পূৰ্ণাংগ চিত্ৰ এখন প্ৰকাশ কৰি উলিওৱাৰ যত্ন কৰা বুলি প্ৰকাশক ভুবন চন্দ্ৰ গোস্বামীদেৱে "প্ৰকাশকৰ নিবেদন"ত উল্লেখ কৰিছে।

গোস্বামীদেৱ যিটো পৰিবেশত জন্ম লাভ কৰি শৈশৱ কটাই কৈশোৰ পাইছিলহি, সেই পৰিবেশটো আছিল অতি সুস্থ আৰু পবিত্ৰ। তেওঁ লিখিছে— "চেতনা লাভৰে পৰা আমি গোপাল মিশ্ৰৰ নাম শুনিছোঁ। ৰাতিপুৱাৰপৰা মাজনিশালৈ খুদিয়া সত্ৰৰ কীৰ্ত্তন ঘৰত ভকত-বৈষ্ণৱসকলে গীত-পদ গোৱা, নাম-প্ৰসংগ কৰা শুনিছোঁ। অসমৰ ভিন ভিন ঠাইৰপৰা অহা শিষ্য-প্ৰশিষ্যসকলৰ সমাবেশে চেতনা লাভৰেপৰা আমাক এক উদাৰ আৰু মুক্ত পৰিবেশৰ সম্ভেদ দি আহিছে। মহাপুৰুষসকলৰ জন্ম-মৃত্যু উপলক্ষে আয়োজিত উৎসৱ-অনুষ্ঠান আদিয়েও আমাক অপাৰ আনন্দৰ সম্ভেদ দি আহিব পাৰিছে। এনে এটা সুন্দৰ আৰু স্বাস্থ্যকৰ পৰিবেশত ১৯০৫ চনত মই জন্ম লাভ কৰোঁ।"

সহজ-সৰল আৰু সাৱলীল ভাষাত লিখা ডাঃ গোস্বামীৰ এই আত্মজীৱনীখনত সৰহকৈ বিধৃত হৈছে গোস্বামীদেৱৰ সামাজিক জীৱনৰ সফল খতিয়ান, তেওঁৰ কৰ্মজীৱনৰ নিষ্ঠা আৰু সততাৰ স্বাক্ষৰ আৰু ওপৰৰপৰা তললৈ অৰ্থাৎ সৰুৰপৰা বৰ লোকলৈ মানুহৰ মাজত থকা গোস্বামীদেৱৰ মধুৰ সম্পৰ্কৰ উপলব্ধি। সামাজিক আৰু ৰাজনৈতিক জীৱনৰ পৰিচয়ৰ লগতে গ্ৰন্থখনে আমাক দিছে গোস্বামীদেৱৰ এটি সাহিত্যিক পৰিচয়ো। সুসাহিত্যিক, ভাষাবিদ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যদেৱৰ আমন্ত্ৰণ পাই তেওঁ কিদৰে গুৱাহাটীৰ সাহিত্য আলোচনা সভাত উপস্থিত হৈ কবিৰত্ন গোপাল মিশ্ৰৰ ওপৰত লিখা (যিয়ে "ঘোষাৰত্ন", "শংখচূড় বধ", "মহিষাসুৰ বধ", "মধু-কৈটভ" আদি পুথি ৰচনা কৰাৰ উপৰিও ভাগৱতৰ তৃতীয়, সপ্তম আৰু অষ্টম স্কন্ধ অনুবাদ কৰিছিল) প্ৰবন্ধ পাঠ কৰি শ্ৰোতাক সন্তোষ দিব পাৰিছিল, তাৰ বিৱৰণৰ উপৰিও কটন কলেজৰপৰা আই. এ. পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ প্ৰেচিডেন্সি মেডিকেল স্কুলত ডাক্তৰী পঢ়িবলৈ গৈ তাত গঢ় লৈ উঠা অসমীয়া "এ.এচ.এল্ ক্লাব"ত যোগ দি তেওঁ ছাত্ৰাৱস্থাৰেপৰা যে অসমীয়া সাহিত্য-সংস্কৃতিৰ জগতখনত প্ৰৱেশ কৰিছিল, তাৰ সম্ভেদ দিছে। তেতিয়া দীননাথ শৰ্মাৰ সম্পাদনাত প্ৰকাশ পোৱা "আৱাহন" কাকতত তেওঁ "চুইজাৰলেণ্ডৰ শ্ৰমিক

আন্দোলন," "যক্ষ্মা বেমাৰ", "খেতিয়কৰ স্বাস্থ্য ৰক্ষাৰ উপায়", "মেলেৰিয়া ৰোগৰপৰা মুক্ত হোৱা", "অসমীয়া জাতিৰ সংস্কৃতি" আদি প্ৰবন্ধ লিখিছিল। "এ. এচ্. এল্ ক্লাব"ৰ দ্বাৰা উদ্‌যাপিত বিহু অনুষ্ঠান উপভোগতো তেওঁ যোগদান কৰি আপ্লুত হৈছিল।

তদানীন্তন নলবাৰীৰ শৈক্ষিক আৰু সামাজিক পৰিবেশ ফুটি উঠিছে আত্মজীৱনীখনত এনেদৰে—"মোৰ জন্মৰ সময়ত শিক্ষাৰ পৰিবেশ মুঠেও সন্তোষজনক নাছিল। নলবাৰীত তেতিয়াও হাইস্কুল প্ৰতিষ্ঠা হোৱা নাছিল; এখন এম. ই. স্কুলহে প্ৰতিষ্ঠা হৈছিল। প্ৰাথমিক স্কুলৰ সংখ্যা আৰু অৱস্থা মুঠেও সন্তোষজনক নাছিল। কিন্তু আমাৰ সৌভাগ্য যে খুদিয়া সত্ৰৰ গাতে লগা কটলা বৰকুছিত এখন প্ৰাথমিক স্কুল আছিল আৰু আমি তাত পঢ়াৰ সুযোগ পাইছিলোঁ।" প্ৰাথমিক স্কুলৰপৰা তেওঁ গৰ্ডন স্কুল, তাৰ পাছত কটন কলেজত আই. এ. লৈকে পঢ়ি কলিকতালৈ গৈ ডাক্তৰী পঢ়াৰ যি এক পৰিক্ৰমা দাঙি ধৰিছে তাৰ বৰ্ণনাও ৰসাল। গোস্বামীদেৱক বিশেষভাৱে প্ৰভাৱিত কৰা ৰাজনৈতিক ব্যক্তিসকলৰ উপৰিও তেতিয়াৰ গৰ্ডন স্কুলৰ প্ৰধান শিক্ষক ইন্দ্ৰেশ্বৰ বৰঠাকুৰ—(যিগৰাকী এজন শিক্ষাবিদৰ উপৰিও আছিল শিল্পী, সাহিত্যিক, নাট্যকাৰ, অভিনেতা আৰু স্কাউট প্ৰশিক্ষণপ্ৰাপ্ত বিচক্ষণ ব্যক্তি) কথা উল্লেখযোগ্য। কটন কলেজৰ ছাত্ৰ হৈ থকা সময়তে মহাত্মাগান্ধীৰ দ্বাৰা পৰিচালিত লোণ আইন ভংগ আন্দোলনত যোগদান, তেতিয়াৰ অসমৰ শিক্ষাধিকাৰ কানিংহাম চাহাবৰদ্বাৰা প্ৰচাৰিত কু-খ্যাত 'চাৰ্কুলাৰ'খনৰ বিৰোধিতা কৰা (য'ত স্বাধীনতা আন্দোলনত যোগ দিয়া ছাত্ৰ-ছাত্ৰীক অসমৰ কোনো শিক্ষানুষ্ঠানতে পঢ়িবলৈ দিয়া নহ'ব বুলি প্ৰচাৰ কৰা হৈছিল), তেতিয়াৰ আন্দোলনৰ আগশাৰীৰ নেতা তৰুণ ৰাম ফুকন, নবীন চন্দ্ৰ বৰদলৈ আদিৰ সান্নিধ্য আৰু বৰদলৈৰ উজান বজাৰৰ ঘৰত "অসম কেশৰী" অম্বিকাগিৰী ৰায় চৌধুৰীয়ে তেওঁলোকক লাঠি খেল, মল্লযুদ্ধ আদি শিকোৱা, কলিকতাৰ ছাত্ৰাৱস্থাত সান্নিধ্যলৈ অহা বিজ্ঞানী চাৰ জগদীশ চন্দ্ৰ বসু, 'চিফ্ জাষ্টিছ', সু-সাহিত্যিক হলিৰাম ডেকা আদি বৰেণ্য ব্যক্তিসকলৰ স্মৃতিচাৰণ আৰু তীৰ্থ ভ্ৰমণৰ অভিজ্ঞতাৰ সোঁৱৰণিয়ে পুথিখন সৰস কৰি তুলিছে। গোস্বামীদেৱৰ মতে "তীৰ্থবোৰ আমাৰ ভাষা, সাহিত্য আৰু সংস্কৃতিৰ সংমিশ্ৰণ, সমন্বয় আৰু সংশ্লেষণতো ই বিশিষ্ট ভূমিকা গ্ৰহণ কৰে।" ডাক্তৰী শিক্ষা লাভ কৰি আহি তেতিয়াৰ নলবাৰী অঞ্চলৰ তথা সমগ্ৰ অসমৰেই চিকিৎসা জগতৰ অনুভূত প্ৰতিচ্ছবিৰ প্ৰকাশ-ৰূপ এনে—"তেতিয়া ডিগ্ৰীপ্ৰাপ্ত চিকিৎসক নাছিল বুলিবই

পাৰি, আমাৰ দৰে ডিপ্লোমাপ্ৰাপ্ত চিকিৎসকৰ সংখ্যাও আছিল তেনেই নগণ্য। চিকিৎসালয়বোৰ পৰিচালিত কৰিছিল লোকেল বোৰ্ডে। লোকেলবোৰ্ডৰ চিকিৎসালয়ত ডিগ্ৰী বা ডিপ্লোমাপ্ৰাপ্ত চিকিৎসক থাকিব দূৰতে থাওঁক, প্ৰায়ভাগতে প্ৰশিক্ষণপ্ৰাপ্ত 'ফাৰ্মাচিষ্টো' নাছিল।" গোস্বামীদেৱে চিকিৎসকৰ চৰকাৰী চাকৰিৰ সুবিধা পাইছিল যদিও স্বাৱলম্বীভাবে ফাৰ্মাচী খুলি চিকিৎসা সেৱা আগবঢ়োৱাৰ প্ৰতিহে আগ্ৰহী হ'ল। হয়তো অভিভাৱকৰো এয়েই উদ্দেশ্য আছিল।

নলবাৰী পৌৰসভাত গঠন (১৯৩৮), পৌৰ সমিতিক পৌৰ সভালৈ ৰূপান্তৰ (১৯৫৩), নলবাৰী মহকুমা স্থাপন (১৯৬৭), ইয়াক জিলালৈ ৰূপান্তৰ (১৯৮৫), নলবাৰী কলেজ স্থাপন (১৯৪৫), বতাহগিলা মৌজা ৰায়ত সভা গঠন, কামৰূপ সংস্কৃত সঞ্জীৱনী সভা, নলবাৰী নাট্যমন্দিৰ, সংস্কৃত কলেজ, নলবাৰী সাহিত্য সমাজ (১৯৫৬), নলবাৰী লেখক সংঘ, কমাৰ্চ কলেজ, আইন কলেজ, নলবাৰী সমবায় এপেক্স ব্যাংক (১৯৫০), ১৯৬৫ চনত নলবাৰীত বহা অসম সাহিত্য সভা আদিত সক্ৰিয়ভাবে অংশ গ্ৰহণ, সভাপতি সম্পাদক আদি বিষয়ত কাৰ্য নিৰ্বাহ কৰি পাৰদৰ্শিতা প্ৰদৰ্শন আদিৰ বৰ্ণনাই গোস্বামীদেৱৰ জীৱনৰ কৰ্মময় জীৱন এটাৰ বাস্তৱ প্ৰতিচ্ছবি জীৱনীখনে আমাৰ চকুৰ আগত থিয় কৰিছে।

আজীৱন কংগ্ৰেছ কৰ্মী ডাঃ গোস্বামীদেৱৰ তেতিয়াৰ অসমৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিকে আদি কৰি গোপীনাথ বৰদলৈ, সিদ্ধিনাথ শৰ্মা, অমিয় কুমাৰ দাস, ৰামনাথ দাস, আব্দুল মতলিব মজুমদাৰ, মহেন্দ্ৰ মোহন চৌধুৰী, কামাখ্যা প্ৰসাদ ত্ৰিপাঠী, মতিৰাম বৰা, ফকৰুদ্দিন আলী আহমেদ, বিজয় চন্দ্ৰ ভাগৱতী, মহীকান্ত দাস, শ্ৰীমান প্ৰফুল্ল গোস্বামী আদিৰ লগত সু-সম্পৰ্ক ৰক্ষা কৰি চলাৰ উপৰিও প্ৰাক্‌স্বাধীনতা কালত দলৰ বাৰ্তাবাহী গুপ্ত দূত হিচাপে জিলা পৰ্যায়ৰ কামবোৰ কৰিছিল। সংস্কৃতি জগতৰ পুৰোধা ব্যক্তি বিষ্ণু প্ৰসাদ ৰাভা, ফণী শৰ্মা, সমাজসেৱক ডাঃ ভুবনেশ্বৰ বৰুৱা, ডাঃ ঘনশ্যাম দাস, শিক্ষাবিদ প্ৰভাত চন্দ্ৰ গোস্বামী, ত্ৰৈলোক্য নাথ গোস্বামী আদিৰ লগতো গোস্বামীদেৱৰ আছিল নিবিড় সু-সম্পৰ্ক।

বতাহগিলা আৰু নতুন দেহৰ মৌজা দুখনৰ কংগ্ৰেছ কমিটিত গোস্বামীদেৱ সভাপতিৰূপে থাকি এই অঞ্চলৰ বাট-পথ, দলং-ঘাট, খোৱাপানী, চিকিৎসালয়, স্কুল আদি প্ৰতিষ্ঠা আৰু সিবোৰৰ উন্নয়নত গুৰুত্ব দিছিল। গোস্বামীদেৱে সততা আৰু নিষ্ঠাৰে কাম কৰি বিশেষ অৰিহণা আগবঢ়োৱা অনুষ্ঠান বহুত যদিও, তাৰ

ভিতৰত পূৰ্ব উল্লেখিতসমূহৰ উপৰিও কেন্দুকুছি এম.ই. আৰু হাইস্কুল, বিষ্ণুৰাম মেধি হাইস্কুল, বাগানপাৰা হাইস্কুল, বাপুজী হাইস্কুল (টুপলীয়া), বাগানপাৰা চিকিৎসালয়, দেৱীৰাম পাঠশালা হাইস্কুল (এতিয়া উচ্চতৰ মাধ্যমিক), নলবাৰী ছোৱালী হাইস্কুল, নলবাৰী গৰ্ডন হাইস্কুল (এতিয়া উচ্চতৰ মাধ্যমিক), পাণ্ডুলা ধাম সত্ৰ, চান্দকুছি পাব্লিক হাইস্কুল, নমাটি ৰাজ্যিক চিকিৎসালয়, খাটা-বতাহ-গিলা-নতুনদেহৰ-উপৰ বৰভাগ মৌজাক সামৰি গঠন কৰা আঞ্চলিক পঞ্চায়ত সমিতি, মাদকদ্ৰব্য নিবাৰণী সমিতি, দুৰ্নীতি নিবাৰণ সংঘ, ভাৰতীয় চিকিৎসক সন্থাৰ নলবাৰী শাখা, ৰাজ্যিক কলেজ শিক্ষক সন্থাৰ জিলা পৰ্য্যায়ৰ সন্থা আদি সততে মনত ৰাখিবলগীয়া। এওঁৰ নেতৃত্বতেই পোনতে নলবাৰী-ভেৰভেৰী হাঁহদলি পথ, খুদিয়া-ৰঙাফালি পথ, সৰিয়হতলীৰ পূৰ্বভাৰতী পথ আদি নিৰ্মাণ হৈছিল। নলবাৰীত হিন্দু-মুছলমানৰ মাজত সম্প্ৰীতি ৰক্ষাৰ ক্ষেত্ৰত আত্মনিয়োগ কৰোতাসকলৰ ভিতৰত গোস্বামীদেৱো অন্যতম আছিল। আত্মজীৱনীখনত এইবোৰৰ যথাযথ বৰ্ণনা আছে।

বাহুল্য বৰ্জিত আৰু আমনি নলগা ভাষাৰে, আড়ম্বৰহীন আৰু আত্মম্ভৰিতাশূন্যভাৱে লিখা এই জীৱনীখনত জীৱনীকাৰৰ জীৱন দৰ্শনো স্পষ্ট। তেওঁ খোলাখুলিকৈয়ে কৈছে—"মোৰ মনত ধৰ্মান্ধতাও নাই আৰু মতান্ধতাও নাই; মই সম্পূৰ্ণভাৱে সহ-অৱস্থানৰ পক্ষপাতী। মই শাক্ত, হিন্দু, মুছলমান, খৃষ্টান, জৈন আদি সম্প্ৰদায়ৰ বিকাশ আৰু স্বাতন্ত্ৰ্যৰ কোনো ধৰণৰ বাধা-দ্বিধা আৰোপ কৰা নিবিচাৰোঁ। এই ক্ষেত্ৰত মই বিবেকৰ স্বাধীনতা সমৰ্থন কৰোঁ। ৰাজনৈতিক মতৰ ক্ষেত্ৰত মই ছাত্ৰ কালৰেপৰা কংগ্ৰেছৰ মতৰ সমৰ্থক;........ কিন্তু অন্য দল-মতৰ লগত মোৰ বিৰোধ নাই, বন্ধুত্বহে আছে। ....মই শান্তিপূৰ্ণ সহ-অৱস্থান নীতিৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰি আহিছোঁ। অস্পৃশ্যতা বৰ্জন, আন্তঃসাম্প্ৰদায়িক বিয়া প্ৰচলনৰ ক্ষেত্ৰত মই বিৰুদ্ধ নহওঁ। আমি উদাৰ, মহৎ আৰু সমাজপ্ৰিয় নহ'লে আমাৰ মনুষ্যত্ববোধ ৰক্ষা পৰিব নোৱাৰে। আপোন স্বাৰ্থৰ ওপৰত ৰাজহুৱা স্বাৰ্থক স্থান দিয়াই আমাৰ মানৱীয় ধৰ্ম।" বহুতে তেওঁৰ উদাৰতাক দুৰ্বলতা বুলি ভুল কৰিছিল আৰু সহজ-সৰল মানুহ বুলি ষড়যন্ত্ৰৰ বলি কৰিবলৈও কুণ্ঠাবোধ কৰা নাছিল। পিছে ষড়যন্ত্ৰকাৰীকেই তেওঁ ক্ষমা কৰি উদ্ধাৰ কৰিব লগা হোৱাত তেওঁৰ প্ৰকৃত উদাৰতাৰ স্বৰূপ লোকে উপলব্ধি কৰিব পাৰিছিল।

ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰতিনিধি হৈ ১৯৪৮ চনত ৰাজস্থানৰ জয়পুৰত লাভ কৰা মধুৰ অভিজ্ঞতা, মথুৰা-বৃন্দাবন-আগ্ৰা-কাশী আদি তীৰ্থ ভ্ৰমণৰ সুখ;

১৯৫৭ চনত গুৱাহাটীত অনুষ্ঠিত কংগ্রেছ অধিবেশনৰ স্মৃতি, কলিকতাৰ কল্যাণীত অনুষ্ঠিত জাতীয় কংগ্রেছ মহাসভাত যোগদানৰ আনন্দ আদিৰ প্রকাশেৰে আত্মজীৱনীখন সুখপাঠ্য হৈ উঠিছে। ইংৰাজীত কথা ক'ব পৰা আৰু সলসলীয়াকৈ বক্তৃতা দিব পৰা গোস্বামীৰ গুণটোৰ কথাও পুথিখনত উল্লেখিত হৈছে।

গোস্বামীদেৱৰ বিয়া (শ্রীবাসন্তী গোস্বামীৰ লগত), তাৰ লগত জড়িত সংঘটন (দোলা এৰি দৰা হাতীত যোৱা), যুৱীয়া জীৱনৰ সাক্ষীস্বৰূপ সতি-সন্ততিৰ তেওঁলোকৰ মাজলৈ আগমন আদিৰ কথাৰে জীৱন-স্মৃতি শেষ কৰাৰ পাছত পুথিখনিত গ্রথিত হৈছে কেইখনমান আপুৰুগীয়া ব্যক্তিগত চিঠি, যিবোৰ প্রখ্যাত ব্যক্তিয়ে তেওঁলৈ নিজ হাতে লিখি প্রেৰণ কৰিছিল। সেইবোৰৰ ভিতৰত আছে—ভাৰতৰ ভূতপূৰ্ব প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰু, প্ৰাক্তন মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈ, ভূতপূৰ্ব ৰাষ্ট্ৰপতি ফকৰুদ্দিন আলি আহমেদ, মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধি, সমাজসেৱক ডাঃ ভুবনেশ্বৰ বৰুৱা, সাহিত্যিক ৰাজনীতিক গৌৰীকান্ত তালুকদাৰ, মন্ত্ৰী সিদ্ধি নাথ শৰ্মা, মৰহুম আব্দুল মতলিব মজুমদাৰ, ৰাম নাথ দাস, লক্ষীধৰ বৰা, কামাখ্যা প্ৰসাদ ত্ৰিপাঠী আদি। গ্ৰন্থখনিৰ সবাতোকৈ সবল দিশ হ'ল গোস্বামীদেৱৰ জীৱন-বীক্ষাৰ এক মধুৰতম উপলব্ধি—"আচলতে মোৰ জীৱন এক সফল জীৱন।" জীৱনৰ বহুতো দুঃখ-বেদনাকো সমাজৰ মাজত থাকি পাহৰিব পৰা গুণতেই তেওঁৰ এই অমৃতোপলব্ধি সম্ভৱ হৈছে। নিজে চিকিৎসক হৈয়ো নিজৰ আঠ বছৰীয়া পুত্ৰক সামাজিক কামৰ তাগিদাতে নিজ হাতে চিকিৎসা কৰিব নোৱাৰা দুঃখ আৰু তাৰ অকাল মৃত্যুৰ শোক-তাপ পায়ো তেওঁ হতাশ হৈ পৰা নাছিল। সংযম আৰু সহিষ্ণুতা, ক্ষমা আৰু বদান্যতা, নিষ্ঠা আৰু সততা তেওঁৰ চৰিত্ৰৰ ভূষণ আছিল। এনে এটি জীৱনৰ মধুৰ বৰ্ণনা-সন্নিবিষ্ট গোস্বামীদেৱৰ "মোৰ জীৱনত এভুমুকি" অসমীয়া জীৱনী সাহিত্যৰ ভড়াঁললৈ এক সবল সংযোজন। তেওঁৰ অন্যান্য অপ্ৰকাশিত ৰচনাবোৰো প্ৰকাশৰ বাটলৈ অহাটো আমাৰ কাম্য। ❑

---

শ্ৰীশৰ্মা এগৰাকী কবি, গল্পকাৰ, সাহিত্য-সমালোচক, ব্যংগ লেখক আৰু শিশু-সাহিত্যিক। শ্ৰীশৰ্মা অসম চৰকাৰৰ ৰাজ্যিক পুৰস্কাৰপ্ৰাপ্ত কৃতী বিষয়-শিক্ষক। ড° বাবা চাহেব আম্বেড়কাৰ বঁটা বিজয়ী অৱসৰপ্ৰাপ্ত শৰ্মাৰ সৰু-বৰ প্ৰায় আঠৈকুৰি গ্ৰন্থ পোহৰৰ বাটলৈ আহিছে।

# "ডাঃ হৰেকৃষ্ণ গোস্বামী ঃ জীৱন-চিন্তা-কৰ্ম" —এটি পৰিচয়

**স্মৃতিলেখা বৰুৱা**

'অসম সাহিত্য সভা'ৰ এখনি সক্ৰিয় শাখা সাহিত্য সভা 'নলবাৰী সাহিত্য সমাজ'ৰ দ্বাৰা প্ৰকাশিত আৰু অধ্যাপক হৰেন্দ্ৰ নাথ শৰ্মাৰদ্বাৰা সম্পাদিত অসমৰ এগৰাকী খ্যাতিমান পুৰুষ, সমাজকৰ্মী, মানৱ সেৱক, গান্ধীবাদী নেতা ডাঃ হৰেকৃষ্ণ গোস্বামীৰ জীৱনভিত্তিক সংকলন ''ডাঃ হৰেকৃষ্ণ গোস্বামী ঃ জীৱন-চিন্তা-কৰ্ম'' এখন উপাদেয় গ্ৰন্থ, য'ত প্ৰয়াত গোস্বামীদেৱৰ বৰ্ণাঢ্য জীৱনৰ সাধাৰণ কথাৰেপৰা তেওঁৰ মহৎ চিন্তা, আদৰ্শনীয় কাম আৰু স্বাভাৱিক ব্যক্তিত্বৰো প্ৰতিফলন ঘটিছে। আধুনিক নলবাৰীৰ নিৰ্মাতাসকলৰ অন্যতম ডাঃ গোস্বামীদেৱৰ প্ৰতি থকা শ্ৰদ্ধা, প্ৰীতি আৰু নমনীয়তাৰ নিদৰ্শন স্বৰূপে সাহিত্য সমাজে কৰা এই পৱিত্ৰ কৰ্ম নিঃসন্দেহে অভিনন্দন যোগ্য। প্ৰয়াত ডাঃ গোস্বামীদেৱৰ প্ৰথম মৃত্যু বাৰ্ষিকীত প্ৰকাশিত এশ তিনিকুৰিৰো অধিক পৃষ্ঠাৰ এই গ্ৰন্থখনত গোস্বামীদেৱক বিশেষভাৱে জনা বিশিষ্ট লোকে আৰু তেওঁৰ নিকট আত্মীয় কেবাগৰাকী ব্যক্তিয়ে সুমধুৰ লেখা আগবঢ়াইছে। মাত্ৰ ত্ৰিশ টকা মূল্যৰ, নিকিল-কিচিল ছপাৰ এই গ্ৰন্থখনত (প্ৰথম প্ৰকাশ ২১ ফেব্ৰুৱাৰী, ১৯৯৩ চন) সন্নিৱিষ্ট হৈছে ডাঃ হৰেকৃষ্ণ গোস্বামী সংক্ৰান্তীয় ছখন ফটো প্ৰয়াত গোস্বামীদেৱৰ নিজৰ লেখা পাঁচটা (ইংৰাজী আৰু অসমীয়া দুয়োটা ভাষাত) আৰু বিভিন্ন লেখক-লেখিকাৰ গোস্বামী সম্পৰ্কে লিখা প্ৰবন্ধ আৰু কবিতা। পুথিখনৰ পদ্ধতিগত সজ্জা এনে ধৰণৰ—

(১) খুদিয়া সত্ৰৰ হাতে লিখা পুথিসমূহ, (২) শান্তি-সম্প্ৰীতি পৰায়ণ আৰু গণতান্ত্ৰিক ব্যক্তিৰূপে, (৩) ৰাজনীতি, মানৱ সেৱা, সমাজ সেৱাত উৎসৰ্গীকৃত জীৱন, (৪) চিকিৎসা, শিক্ষা, সাহিত্য-সংস্কৃতিৰ উন্নয়নত নিয়োজিত জীৱন, (৫) গুণজ্ঞসকলৰ দৃষ্টিৰে, (৬) স্ত্ৰী শিক্ষা, মহিলা সংগঠনত ডাঃ গোস্বামী, (৭) কৰ্মময় জীৱন, ব্যক্তিত্ব, (৮) চিঠি-পত্ৰ, ডায়েৰীৰ পাতত গোস্বামী, (৯) আত্মীয় পৰিয়ালৰ দৃষ্টিৰে, (১০) পৰিশিষ্ট ঃ ডাঃ গোস্বামীৰ ৰচনাৰ নমুনা। পুথিখনৰ

আটাইকেইটা প্ৰবন্ধতে লেখক-লেখিকাসকলৰ আন্তৰিক অনুভৱ যথাৰ্থভাৱে উপলব্ধি কৰা যায়। সু-সাহিত্যিক শশী শৰ্মা, ড° বসন্ত কুমাৰ ভট্টাচাৰ্য, ৺উমাকান্ত শৰ্মা, নৰেন দত্ত, জগন্নাথ চক্ৰৱৰ্তী, হৰেন্দ্ৰ নাথ শৰ্মা, ড° নৃপেন্দ্ৰ নাথ শৰ্মা, ৺মনোজ কুমাৰ শৰ্মা, প্ৰফুল্ল কুমাৰ শৰ্মা, ৺ড° হৰিদত্ত শৰ্মা, ড° বসন্ত কুমাৰ গোস্বামী, ক্ষীৰোদা বুজৰ বৰুৱা, ৺বিশ্বনাথ শৰ্মা, ৺শ্ৰীমান প্ৰফুল্ল গোস্বামী, ৺প্ৰভাত নাৰায়ণ চৌধুৰী, ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, মণিকান্ত নাথ, প্ৰমোদ চন্দ্ৰ চক্ৰৱৰ্তী আদি বিশিষ্ট লেখকৰ উপৰিও স্বজনৰ ভিতৰত প্ৰয়াত গোস্বামীদেৱৰ বৰপুত্ৰ ভুৱন চন্দ্ৰ গোস্বামীৰ বাহিৰেও জোঁৱায়েক পূৰ্ণ চন্দ্ৰ শৰ্মা, বোৱাৰীয়েক ইন্দিৰা গোস্বামী, নাতিয়েক অখিল গোস্বামী, তপন গোস্বামী, নাতিনীয়েক ৰঞ্জিতা গোস্বামী, চন্দনা গোস্বামী, মানসী গোস্বামী আদিৰ লেখাই গ্ৰন্থখনক গাম্ভীৰ্য প্ৰদান কৰাৰ লগতে প্ৰয়াত গোস্বামী মানুহজনক যথাৰ্থ ৰূপত তুলি ধৰিবলৈ সক্ষম হৈছে।

নলবাৰীৰ গাতে লাগি থকা বৈষ্ণৱ পণ্ডিত কবি গোপাল মিশ্ৰ প্ৰতিষ্ঠিত খুদিয়া সত্ৰত জন্ম লাভ কৰা ডাঃ হৰেকৃষ্ণ গোস্বামী (১৯০৫-১৯৯২) আছিল নলবাৰীৰ এগৰাকী বিশিষ্ট লোক, সফল চিকিৎসক, স্বাধীনতা সংগ্ৰামী, মুক্তি যোদ্ধা, নিঃস্বাৰ্থ সমাজকৰ্মী, প্ৰকৃত সাহিত্য সেৱক, দায়িত্বশীল অভিভাৱক আৰু কষ্টসহিষ্ণু স্বাৱলম্বী লোক। লিখক-লিখিকাসকলৰ বিভিন্ন লেখাত এইবোৰ প্ৰতিফলিত হৈছে। শহুৰেকৰ স্মৃতিচাৰণত বোৱাৰীয়েক ইন্দিৰা গোস্বামীয়ে লিখা কথাখিনি বেছ আবেগসিক্ত—'গধূলি সময়ত ল'ৰা-ছোৱালীবিলাকে পঢ়িছেনে নাই পিতাই পঢ়া ৰুমে ৰুমে গৈ মনে মনে চাই আহিছিল। সিহঁতে ভালদৰে পঢ়ি থাকিলে 'বেচ, বেচ' বুলি কৈ ৰুমৰপৰা ওলাই আহিছিল। ল'ৰা-ছোৱালীয়ে পৰীক্ষা দিবলৈ গ'লে বা আমিয়ে ক'ৰবালৈ ওলাই গ'লে পিতাই সদায়ে ভগৱানক খাটিছিল। ভগৱানক যথেষ্ট বিশ্বাস কৰিছিল। মই অহাৰেপৰা দেখিছোঁ যে পিতা মানুহজন সকলো কামতে আগৰণুৱা আছিল। মই কেতিয়াবা ক'ৰবালৈ গ'লে সদায় পিতাক কৈ গৈছিলোঁ।' গোস্বামীৰ চিঠি-পত্ৰ, ডায়েৰীত পৰ্যবেক্ষণ চলাই ব্যক্তিগৰাকীক সুন্দৰভাৱে দাঙি ধৰিছে ঊষা গোস্বামীয়ে তেওঁৰ প্ৰবন্ধটিত। বিজয় কলিতাই অতি কম কথাৰ ভিতৰতে গোস্বামীদেৱৰ ব্যক্তিত্বৰ কথা প্ৰকাশ কৰিছে তেওঁৰ সংহত লেখাৰ মাজেদি— "জাতি-ধৰ্ম-ভাষা আৰু সম্প্ৰদায়ৰ সংকীৰ্ণতাৰ ঊৰ্দ্ধত তেখেত আছিল। জীৱন-যাপন পদ্ধতি আছিল সহজ-সৰল। তেখেতৰ চিন্তা, মন আত্মকেন্দ্ৰিক নাছিল, সমাজকেন্দ্ৰিক আছিল। উদাৰতা আৰু সৰলতা আছিল তেখেতৰ ভূষণ। ধন সম্পদৰ লিপ্সাৰ পাছে পাছে তেখেত লৰি

ফুৰা লোক নাছিল। সামূহিক ধন-সম্পদৰ অপব্যয়, আত্মসাৎ অকণো নকৰিছিল। এনেবোৰ গুণে গঢ়ি তুলিছিল ডাঃ গোস্বামীৰ বিশাল ব্যক্তিত্ব আৰু মহান চৰিত্ৰ।' বিভিন্ন শিক্ষানুষ্ঠানৰ লগত কেনেদৰে অক্লান্তভাৱে জড়িত হৈ আছিল তাক বাস্তৱ দৃষ্টিভংগীৰে উত্থাপন কৰিছে ৰমানাথ বৰুৱা, বৃত্তিৰাম সাউদ আদিকে ধৰি বিভিন্নগৰাকী গুণগ্ৰাহী ব্যক্তিয়ে। গোস্বামীদেৱৰ সাহিত্যকৃতিৰ বিষয়ে ড° হৰিদত্ত শৰ্মাই মন্তব্য দিছে এইদৰে—"গোস্বামীদেৱৰ বাক্‌ভংগী স্পষ্ট, পোনপটীয়া, ৰসাল আৰু বহু সময়ত হাস্যোদীপ্ত। তেখেতে তেখেতৰ লিখনি আৰু কথাত নিজৰ অনুভূতিক লুকুৱাবৰ চেষ্টা কৰা দেখা নাযায়। আমাৰ তথাকথিত বুদ্ধিজীৱীসকলৰ যি কপটতা, চাতুৰ্য আৰু মিথ্যাবাদ, সিবিলাক গোস্বামীদেৱৰ লিখনিত নাই। শিশুসুলভ সৰলতাই তেখেতৰ গদ্যৰীতিৰ প্ৰধান উপাদান।" পুথিখনৰ সম্পাদক হৰেন্দ্ৰ নাথ শৰ্মাৰ 'সম্পাদকৰ নিবেদন'খিনি গ্ৰন্থখনৰ সমীক্ষা স্বৰূপ হৈছে। প্ৰয়াত গোস্বামীদেৱক পুংখানুপুংখৰূপে জানিবলৈ হ'লে 'ডাঃ হৰেকৃষ্ণ গোস্বামী ঃ জীৱন, চিন্তা, কৰ্ম' শীৰ্ষক গ্ৰন্থখন অৱশ্য-—পঠনীয়। আমি গুণীজনৰ গুণ স্বীকাৰ কৰি এটি মহৎ অনুষ্ঠানে এগৰাকী মহৎ লোকৰ জীৱন চৰ্যাক ধৰি ৰাখিবলৈ প্ৰয়াস কৰা কাৰ্যক প্ৰশংসা নকৰি নোৱাৰিলোঁ। লগতে এই কাৰ্যত ওতঃপ্ৰোতভাৱে হাত উজান দিয়া মহৎ ব্যক্তিগৰাকীৰ পৰিয়ালবৰ্গকো ধন্যবাদ জ্ঞাপন কৰিলোঁ। ❑

---

শ্ৰীবৰুৱাই বিভিন্ন কাগজে-পত্ৰই লিখি থকা জনপ্ৰিয় সাহিত্যিক। কবি, গীতিকাৰ আৰু সমালোচক। শিক্ষা আৰু সমাজৰ লগতো জড়িত।

# খুদিয়া সত্ৰৰ হাতেলিখা পুথিসমূহ আৰু ডাঃ হৰেকৃষ্ণ গোস্বামী

ড° বসন্ত কুমাৰ দেৱ গোস্বামী

আলোচ্য বিষয় বস্তুৰ কেন্দ্ৰত প্ৰৱেশ কৰাৰ আগতে কেন্দ্ৰৰ চতুৰ্বৰ্তী পৰিধিৰ ওপৰতো আলোকপাত কৰা প্ৰয়োজন, কাৰণ পৰিধিৰ শুদ্ধতাৰ ওপৰতে কেন্দ্ৰ নিৰ্ণীত হয়। বিজ্ঞজনৰ এই পৰামৰ্শ অনুসৰি খুদিয়া সত্ৰৰ হাতে লিখা পুথি আৰু ডাঃ গোস্বামীৰ বিষয়ে লিখাৰ পূৰ্বতে সত্ৰৰ অৰ্থ আৰু খুদিয়া সত্ৰৰ বৈশিষ্ট্য সম্বন্ধে দুটি-এটি কথা লিখিবলৈ লৈছোঁ।

(ক)

পণ্ডিত তীৰ্থনাথ শৰ্মাই 'আউনীআটী সত্ৰৰ বুৰঞ্জী'ত আৰু ড° সত্যেন্দ্ৰ নাথ শৰ্মাই তেখেতৰ গৱেষণা গ্ৰন্থ আৰু প্ৰাসঙ্গিক প্ৰৱন্ধবোৰত 'সত্ৰ' শব্দটোৰ একোটিকৈ পাণ্ডিত্যপূৰ্ণ আলোচনা আগ বঢ়াইছে। অসমীয়াত 'সত্ৰ' শব্দটো সংস্কৃত 'সত্ৰ' শব্দৰ ৰূপান্তৰ। বৈদিক বাঙ্ময়ত যজ্ঞবাচক সত্ৰানুষ্ঠানৰ উল্লেখ আছে। লক্ষণৰ ফালৰপৰা বাৰ দিনতকৈ বেচি দিন ব্যাপি অনুষ্ঠিত হোৱা যজ্ঞকেই সত্ৰযজ্ঞ বোলা হয়। সামবেদৰ পঞ্চবিংশ ব্ৰাহ্মণত এই যজ্ঞৰ কাল নিৰ্দেশ কৰা আছে।[১] প্ৰশ্ন হয় যজ্ঞবাচক বৈদিক 'সত্ৰ' শব্দটোনো বৈষ্ণৱ আন্দোলনৰ উপযোগীকৈ আবাসিক আৰু ধৰ্ম-চৰ্চাৰ অনুষ্ঠান 'সত্ৰ'লৈ ৰূপান্তৰ হ'ল কেনেকৈ? মহাকাব্যৰ যুগত বা বৌদ্ধ-জৈনসকলৰ কালতো সত্ৰ শব্দটোৰ প্ৰয়োগ হোৱাৰ উদাহৰণ নাই। আনহাতে কুমাৰ ভাস্কৰবৰ্মাৰ নিধানপুৰৰ তাম্ৰলিপিত থকা 'বলিচৰুসত্ৰোপযোগায় সপ্তাংশা (ঃ)' কথাশাৰীৰ সত্ৰ পদটোৱে যজ্ঞাদি ধৰ্ম কাৰ্য আৰু বিদ্যাৰ্থী, অতিথি আদিৰ ভৰণ-পোষণ এনে অৰ্থকে বহন কৰে বুলি ড° মুকুন্দমাধৱ শৰ্মাই মন্তব্য কৰিছে।[২] ভাগৱতৰ ৬ষ্ঠ স্কন্ধৰ 'বৃত্ৰাসুৰবধ'ত যোড়শ শতিকাৰ কবি অনন্ত কন্দলীয়ে তেওঁৰ পিতৃ ৰত্ন পাঠকে হাজোত সত্ৰ প্ৰৱৰ্ত্তোৱাৰ কথা উল্লেখ কৰিছে। ইয়াৰো সত্ৰ শব্দটোৱে তদানীন্তন কালৰ ভাগৱতশ্ৰোতৰ সমাজখনকে অৰ্থ কৰিছে বুলি বুজিব পাৰি। মুঠতে

অসমৰ কোনো বৈষ্ণৱ ধৰ্ম প্ৰৱৰ্তকে যজ্ঞাৰ্থক সত্ৰ শব্দটো ধৰ্মীয় অনুষ্ঠান বুজাবলৈ ব্যৱহাৰ কৰাৰ উদাহৰণ নাই।

ড° প্ৰতাপচন্দ্ৰ চৌধুৰীয়ে অসমীয়া ভাষাত সত্ৰ শব্দৰ প্ৰয়োগ প্ৰাচীন অসমীয়া গদ্যৰ আমবাৰীৰ শিলালিপিৰ আধাৰত ত্ৰয়োদশ শতিকাৰ পৰাই আৰম্ভ হৈছে বুলি কব খোজে। ই বিচাৰ্য বুলি কৈ ড° শৰ্মাই ভাগৱতৰ নৈমিষাৰণ্যত অনুষ্ঠিত কৰা হাজাৰ বছৰীয়া সত্ৰ যজ্ঞৰ প্ৰসঙ্গ উত্থাপন কৰিছে। এই যজ্ঞত সূত্ৰ উগ্ৰশ্ৰবাই ঋষিসকলৰ আগত নিতৌ ভাগৱত পাঠ কৰি হৰি নাম কীৰ্ত্তন কৰিছিল। বৈষ্ণৱ ধৰ্ম সনাতন হিন্দু ধৰ্মৰেই এটা বিশেষ সম্প্ৰদায় আৰু ভাগৱতেই বৈষ্ণৱ আন্দোলনৰ মূলাধাৰ। "যিহেতুকে সত্ৰ (যজ্ঞ)ক উপলক্ষ্য কৰি ভাগৱত চৰ্চা হৈছিল আৰু হৰি ভক্তি মাহাত্ম্য প্ৰকাশ হৈছিল, সেই কাৰণে অসমীয়া বৈষ্ণৱসকলে নৈমিষা সত্ৰৰ লাক্ষণিক অৰ্থকে প্ৰধানভাৱে গ্ৰহণ কৰি বৈষ্ণৱ ভক্তিৰ কেন্দ্ৰ আৰু ভক্তসকলৰ সংযোগস্থল অৰ্থত সত্ৰ শব্দটো প্ৰয়োগ কৰিবলৈ ধৰে। যজ্ঞ অৰ্থ ভক্ত সমাজত কালক্ৰমত লোপ পায় আৰু সত্ৰৰ ঠাইত পাছলৈ সত্ৰ বুলি পৰিগণিত।"[৩] ড° শৰ্মাৰ এই যুক্তি অৰ্থবহ। আনহাতে 'হৰিভক্তি পৰায়ণ বৈষ্ণৱসকলে যি উত্তমক্ষেত্ৰত থাকি নিতৌ নৱবিধা ভক্তি[৪] সাধনপথৰূপে সেৱা কৰে ব্যৱহাৰিক অৰ্থত সেই ক্ষেত্ৰই সত্ৰ বুলি বিদিত[৫] ভট্টদেৱে দিয়া এইটোৱে নিশ্চয়কৈ সত্ৰ বিষয়ক পূৰ্ণ, প্ৰাঞ্জল আৰু প্ৰাচীনতম সজ্ঞা হ'ব। এতেকে সংস্কৃত সত্ৰ শব্দৰ ক্ৰমবিকাশৰ ফলতহে অসমীয়া ভাষাত সত্ৰ শব্দটোৰ অন্তৰ্ভুক্তি ঘটিছে।

(খ)

একাধিক চৰিতকাৰে সত্ৰবোৰক মূল, আজ্ঞাপৰ আৰু শলাবন্তি হিচাপে তিনিটা শ্ৰেণীত বিভক্ত কৰিছে। 'মূল' সত্ৰৰ ব্যাখ্যা নিষ্প্ৰয়োজন বুলি ধৰিলেও আজ্ঞাপৰ সত্ৰ হ'ল গুৰুৰ আদেশ ক্ৰমে প্ৰতিষ্ঠিত হোৱা নতুন সত্ৰ। আনহাতে কোনো মূল সত্ৰৰ একোপদ বস্তু নি একে বা ভিন্ন নামত নতুনকৈ প্ৰতিষ্ঠিত কৰা সত্ৰই হ'ল শলাবন্তি সত্ৰ। ব্ৰহ্ম সংহতি, পুৰুষ সংহতি, নিকা সংহতি আৰু কাল সংহতি ভেদে সত্ৰবোৰ আকৌ ভিন ভিন সংহতিৰ অন্তৰ্ভুক্ত! উদাসীন, অৰ্দ্ধ উদাসীন আৰু গৃহী ভেদেও সত্ৰবোৰৰ ভাগ আছে। এই হিচাপে খুদিয়া সত্ৰ দামোদৰদেৱৰ আজ্ঞাপৰ ব্ৰহ্মসংহতি মূলৰ গৃহী সত্ৰ। ব্ৰহ্ম সংহতিৰ ক্ষেত্ৰত ৰক্ষিত পৰম্পৰা অনুসৰি ব্যাসদেৱ এই সংহতিৰ প্ৰৱৰ্ত্তক মধ্বাচাৰ্য্যৰ গুৰু। এই সংহতিৰ গুৰুক্ৰমত ব্ৰহ্মা, নাৰদ, ব্যাস আৰু মধ্বাচাৰ্যৰ স্থিতি মনকৰিবলগীয়া। উল্লিখিত গুৰুক্ৰমৰ লগত সঙ্গতি ৰাখি শৰণ সংহিতাৰ ভূমিকাত উমা গোস্বামীয়ে মন্তব্য

কৰিছে যে "নাৰদৰ তপঃশক্তি আৰু কৃষ্ণ প্ৰাণতাৰ সম্বন্ধতে শ্ৰীদামোদৰদেৱ ব্ৰহ্মাসম্প্ৰদায়ী মহাপুৰুষ।"[৬] দামোদৰদেৱে (১৪৮৮-১৫৯৮) সন্ন্যাসী অন্যতম আচাৰ্য কবিৰত্ন বৈকুণ্ঠনাথ ভট্টাচাৰ্য (পাছলৈ ভট্টদেৱ)ক (১৫৫৮-১৬৩৮ খৃ) 'সাক্ষাতে যে ব্যাসদেৱ' বোলা কথাটোও তাৎপৰ্যপূৰ্ণ।

খুদিয়া সত্ৰ ১৫৬৫ খৃঃত প্ৰতিষ্ঠিত হৈছিল।[৮] সত্ৰৰ প্ৰতিষ্ঠাতা কবিৰত্ন গোপাল মিশ্ৰ (আনুমানিক ১৫৪৫-১৬২৭ খৃঃ) ভট্টদেৱতকৈ ১২/১৩ বছৰে ডাঙৰ যদিও সতীৰ্থ আৰু বিদ্যাবস্তুৰ গুণত ভট্টদেৱৰ পৰম মিত্ৰ আছিল। দামোদৰদেৱ গুৰুৱে পাতি থৈ যোৱা প্ৰধান আচাৰ্যসকলৰ অন্যতম গোপাল মিশ্ৰৰ পূৰ্বপুৰুষ উৰিষ্যাৰ যদিও তেওঁৰ পিতৃ-মাতৃৰ পৰিচয় এতিয়ালৈ উদ্ধাৰ হোৱা নাই। প্ৰাপ্ত সম্ভেদ অনুসৰি মিশ্ৰই বৰপেটা অঞ্চলত থাকিবলৈ লৈছিল আৰু বৰনগৰৰ ছাত্ৰশালাত ভট্টদেৱৰ সৈতে সংস্কৃত অধ্যয়ন কৰিছিল। খুদিয়া সত্ৰ স্থাপনৰ পূৰ্বে গোপাল মিশ্ৰই উলুবাৰী সত্ৰ প্ৰতিষ্ঠা কৰিছিল; কিন্তু খুদিয়ালৈ আহিলত সেই সত্ৰৰ ভাৰ অনুজ অনন্ত মিশ্ৰক দি থৈ আহে। এই সত্ৰৰ বিগ্ৰহ শ্যামৰায় আৰু শালগ্ৰাম। উল্লেখযোগ্য যে ৰামৰায়ে তেওঁৰ গুৰুলীলাত ভট্টদেৱ আৰু গোপাল মিশ্ৰৰ সখিত্ব ভাবৰ মধুৰ বৰ্ণনা ডাঙি ধৰিছে।[৯]

নামনি অসমৰ সত্ৰসমূহৰ কিছুমান সাধাৰণ লক্ষণ দেখা যায়। এই লক্ষণৰ ওপৰত ভিত্তি কৰি তীৰ্থনাথ শৰ্মাই লিখিছিল যে "কামৰূপৰ সত্ৰবিলাকৰ এটাইবোৰৰে হাটী-বাটী, মণিকূট, কীৰ্ত্তনঘৰ পূৰ্ণাঙ্গ ভাবে নাই। এটাইবোৰ গৃহীসত্ৰ, পো-নাতিৰে বংশ বাঢ়ি গৈ গোঁসাইৰ পৰিয়ালবোৰ ডাঙৰ হ'ল। আনকি সৰহভাগ ক্ষেত্ৰত এজন মূল অধিকাৰ নথকা হ'ল। গোঁসাই পৰিয়ালৰ এটাইকেইজন যোগ্য লোকেই শৰণ মন্ত্ৰ দিব পাৰে।"[১০] খুদিয়া সত্ৰকো ইয়াৰ তেনেই ব্যতিক্ৰম বুলি ক'ব নোৱাৰি।

প্ৰাপ্তসংবাদ অনুসৰি এসময়ত ৭ খন মৌজাত সিচঁৰিত হৈ থকা খুদিয়া সত্ৰৰ মুঠ মাটি আছিল ১৫৬২ বিঘা ৪ কঠা। ৰঙিয়া চাৰ্কলৰ পাণ্ডুৰি মৌজাৰ গোপালপুৰত ৪০০ বিঘা, কুন্তীবাৰী সত্ৰত২০০ বিঘা, কমলপুৰ চাৰ্কলৰ বৰহাটা গাঁৱত ৫০ বিঘা, কৰৰা মৌজাৰ ননৰা গাঁৱত ৬৩, বিঘা পূব বনভাগ মৌজাত ৩০০ বিঘা, আৰু বৰবংশৰ মৌজাত কিছু মাটি সত্ৰৰ নামত আছিল।[১১] পক্ষান্তৰে স্বৰ্গদেউ শিৱসিংহই সত্ৰাধিকাৰ মহিনাৰায়ণ দেৱৰ কাৰ্য্যকালত খুদিয়াসত্ৰলৈ ১৫৬৭ বিঘা ৪ কঠা ১০ লেচা মাটি মাটি দান দিয়াৰ কথা শ্ৰীভুবন চন্দ্ৰ গোস্বামীয়ে উল্লেখ কৰিছে।[১২] আনহাতে স্বৰ্গদেৱ শিৱসিংহই মহীনাৰায়ণ দেৱৰ দিনত সত্ৰলৈ এক কোব ঢোলৰ মাটি দান কৰিছিল।[১৩] আহোম

স্বৰ্গদেৱসকলে দিয়া এই মাটি প্ৰমাণ সাপেক্ষে বৃটিছ চৰকাৰেও সত্ৰক এৰি দিছিল। কুৰি শতিকাৰ আগভাগলৈ ৰায়তৰ পৰা পোৱা উৎপন্ন দ্ৰব্যাংশ, গুৰুকৰ, দান, প্ৰণামী আদিৰে একোখন সত্ৰৰ আৰ্থিক যোগ-ক্ষেম ৰক্ষিত হৈ আছিল। কিন্তু আধুনিক সভ্যতা, আভ্যন্তৰীণ কাৰণ আৰু বস্তুবাদী চিন্তাই ক্ৰমান্বয়ে সত্ৰসমূহৰ আধ্যাত্মিক মৰ্য্যাদা বিঘ্নিত কৰিলে আৰু সত্ৰবোৰৰ ভাবমূৰ্তি অবনমিত হ'ব ধৰিলে। নানা কাৰণত খুদিয়া সত্ৰৰো বিশাল ভূ-সম্পত্তি আন সত্ৰসমূহৰ দৰে আয়ৰ উৎস হৈ নাথাকিল। ১৯৫৯ চনত অসমৰ সত্ৰসমূহৰ ভূ-সম্পত্তি "The Assam State Acquisition of Land sealing into Religious Act Charitable Institution of Public Nature, Act 1959" ৰ বলেৰে চৰকাৰে অধিগ্ৰহণ কৰে। এই আইন ১৯৫৬ চনৰ জমিদাৰী প্ৰথা বিলুপ্তীকৰণ বিষয়ক আইনৰ তুলনাত কিছু লাভজনক আছিল। কাৰণ সত্ৰবোৰে ৫০ বিঘাকৈ ভূ-সম্পত্তিৰ লগতে ক্ষতিপূৰণ হিচাপে বাৰ্ষিক মঞ্জুৰী এটা পাইছিল।[১৪] খুদিয়া সত্ৰই বছৰি ১০/১২ হেজাৰ টকা ক্ষতিপূৰণ হিচাপে পাই থকা বুলি বৰ্তমান সত্ৰাধিকাৰে জানিব দিছে। এই টকা সত্ৰৰ গৃহাদিৰ মেৰামতি, বাৰ্ষিক উৎসৱ আদিত খৰচ কৰা হয়।

দামোদৰীয়া সত্ৰৰ নিত্যকৃত্যত বাৰ প্ৰসঙ্গ অনুষ্ঠিত কৰা হয়। ৰামৰায়ে গুৰুলীলাত লিখিছে—"এহিমতে বাৰ ঃ প্ৰসঙ্গ কৰন্তঃ ধৰ্মৰ অঙ্গ নেৰন্ত ঃ যিহেতু আপুনি ঃ ব্যাসদেৱ আহি ঃ অৱতাৰ হৈয়াছন্ত" (পদ—৮১৮)। এই বাৰ প্ৰসঙ্গত নাম-কীৰ্ত্তন, ঘোষা পাঠ, ভাগৱত পাঠ, পদপাঠ, বৰগীত, ভটিমা আদি অন্তৰ্ভুক্ত হয় যদিও গৃহী সত্ৰসমূহৰ দৰে খুদিয়া সত্ৰই এই নিয়ম বছৰৰ বিশেষ তিথিত যেনে মাঘ মাহৰ শুক্লা একাদশী তিথিত সত্ৰ প্ৰতিষ্ঠাপকজনাৰ জন্মদিনক কেন্দ্ৰ কৰি সম্পূৰ্ণৰূপে পালন কৰে। দামোদৰদেৱৰ তিথি জন্মাষ্টমী, লক্ষ্মীপূজা, পচতি, গীতাপাঠ, শিৱৰাত্ৰি, দৌলোৎসৱ আদি এই সত্ৰই পালি অহা বাৰ্ষিক উৎসৱ। ওপৰত উল্লেখ কৰি অহা ধৰ্মীয় আইনখন কাৰ্যকৰী হোৱাৰ পিছৰে পৰা খুদিয়া সত্ৰই সত্ৰাধিকাৰক সভাপতি হিচাপে লৈ শিষ্য-ভকতকো সাঙুৰি এঘাৰজনীয়া এখন সমিতিৰে সত্ৰ পৰিচালনা কৰি আহিছে।

(গ)

সাহিত্য, সঙ্গীত, চাৰুকলা, কাৰুকলা, নৃত্যাদি অসমীয়া সাংস্কৃতিক জীৱনলৈ সত্ৰসমূহৰ একো একোটা অমূল্য অৱদান। খুদিয়া সত্ৰৰ পূৰ্বসুৰীসকলে বিশেষকৈ সাহিত্যৰ ক্ষেত্ৰত এই অৱদান উত্তৰ পুৰুষলৈ কিছু পৰিমাণে হ'লেও সংক্ৰমিত

কৰি ৰাখিব পাৰিছে। সত্ৰ প্ৰতিষ্ঠাৰ সময়ৰে পৰা বৰ্তমানলৈ সংৰক্ষিত ভিন্নবিষয়ক হাতে লিখা পুথিৰ বৈচিত্ৰ্যই এই সত্ৰৰ পুথি নকলকৰণ প্ৰথা, পুথি সংৰক্ষণ কৌশল, সত্ৰৰ সংহতিজ্ঞান আৰু তাৰ প্ৰতি থকা অধস্তন পুৰুষসকলৰ প্ৰোৎসাহনৰ কথাকে সূচায়।

আন এটা তাৎপৰ্যপূৰ্ণ দিশ হ'ল মাধৱদেৱৰ (১৪৮৯-১৫৯৬ খৃঃ) পৰা বিচ্ছিন্ন হৈ ব্ৰহ্ম সংহতিৰ সত্ৰবোৰে নিজৰ ববীয়াকৈ সাহিত্য প্ৰণয়নত বিশেষ গুৰুত্ব আৰোপ কৰিছিল। ফলত ভিন্নবিষয়ক সম্পৰ্কিত পুঁথিৰ নকলকৰণ কাৰ্য, ৰচনাকাৰ্য, অনুশীলন সঞ্চালনিকৈ চৰ্চাৰ ওপৰত এক নিৰবচ্ছিন্ন চেষ্টা সংক্ৰমিত হৈছিল। এইবোৰ কাৰণতে মধ্যযুগীয় প্ৰাচীন অসমীয়া লিপিৰে লিখা কেবাখনো হাতেলিখা পুথি খুদিয়া সত্ৰৰ বৰ্তমান সত্ৰাধিকাৰ শ্ৰীগোবিন্দকৃষ্ণ গোস্বামীদেৱৰ তত্বাৱধানত সত্ৰত সংৰক্ষিত হৈ আছে।

চৰিত পুথিবোৰৰ পৰা এটা কথা উপলব্ধি কৰিব পাৰি যে প্ৰায়বোৰ সত্ৰই পুথি সংৰক্ষণ, পুথি নকলকৰণ, বিভিন্ন ৰঙেৰে পুথি অলংকৰণ, চিত্ৰণ কাৰ্য, চাৰু-কাৰু কলাৰে সমৃদ্ধ একো একোটা সংগ্ৰহালয় বা গ্ৰাম্য পুথিভঁৰাল। বোধহয় সত্ৰৰ ইতিহাসত শ্ৰীশ্ৰীবংশীগোপালদেৱে (জন্ম—১৪৭০ শক) নিজৰ দূৰদৰ্শিতাৰ গুণতে অসমত পুথিভঁৰাল আৰু লেখাৰু শ্ৰেণীৰ প্ৰথম জন্ম দিছিল।[১৫] নিৰঞ্জনদেৱে তিনিজনকৈ লিপিকাৰ সত্ৰত নিযুক্তি দিয়াটো স্মৰণযোগ্য। হৰিদেৱপ্ৰভুৱে (১৭৩৭-১৭৬০ খৃঃ) ততোধিক লেখক নিয়োগ কৰি সত্ৰৰ পুথিভঁৰালৰ কলেবৰ বৃদ্ধি কৰিছিল। তেওঁ অন্ন-বস্ত্ৰ দিও বিদ্যাৰ্থীক পঢ়িবলৈ উৎসাহিত কৰিছিল, নপঢ়াজনক দণ্ড বিহিও পঢ়িবলৈ বাধ্য কৰিছিল।[১৬] বিদ্যায়তনিক চিন্তা-চৰ্চাৰে অসমত এখন বৌদ্ধিক জগতৰ সৃষ্টি কৰি শিক্ষাসদী সমাজ গঠনৰ প্ৰতি তেওঁ দেখুৱা এনে দৃষ্টান্ত বিৰল। এইবোৰ দেখি শুনি অনুমান কৰিব পাৰি যে খুদিয়া সত্ৰই বিদ্যায়তনিক দিশত একে সংহতিৰে প্ৰমুখ সত্ৰ আউনীআটীক কিছু পৰিমাণে হ'লেও পুথি নিৰ্বচন, নকলকৰণ, সংৰক্ষণাদি ক্ষেত্ৰত অনুধাবন কৰিছিল।

হাতে লিখা পুথিৰ প্ৰোৎসাহন প্ৰসঙ্গত কমতাৰ ৰজা দুৰ্লভ নাৰায়ণ, কোঁচৰজা নৰনাৰায়ণ আৰু আহোম স্বৰ্গদেৱ ৰুদ্ৰসিংহ, শিৱসিংহ, ৰাজেশ্বৰ সিংহক স্মৰণ কৰা উচিত। স্বৰ্গদেৱসকলে 'গন্ধিয়া বৰুৱা' আৰু 'লিখকৰ বৰুৱা' নামৰ পদ সৃষ্টি কৰি এই পুথিবোৰৰ তদাৰক কাৰ্য সম্পন্ন কৰি এটা ডাঙৰ কাম কৰিছিল।

অসমৰ পুথি ৰচনা আৰু সংৰক্ষণৰ ধাৰাটোক (ক) সত্ৰীয়া, (খ) মঠ-

মন্দিৰ আশ্ৰিত আৰু (গ) ব্যক্তিগত হিচাপে তিনিটা ভাগত ভগাব পাৰি। সত্ৰৰ স্থিতি ব্যাপক হোৱা বাবে আৰু মুখ্য সত্ৰবোৰৰ অধীনত একোখনকৈ ছাত্ৰশালা থকাত সেইবোৰৰ পাঠ্য বিষয়সমূহৰ প্ৰতি লক্ষ্য ৰাখি, সাধাৰণতে সকলো ৰচনাকে সত্ৰীয়া ভাগত অন্তৰ্ভুক্ত কৰিব পাৰি। সেয়েহে সংস্কৃত গ্ৰন্থাৱলী, ভাগৱত, কীৰ্ত্তন, নামঘোষা, ঘোষাৰত্ন, স্মৃতিশাস্ত্ৰ, জ্যোতিষ, গীত-নাট, কাব্য, ব্যাকৰণ আদিক সত্ৰীয়া বুলিব পাৰি। আমাৰ বোধেৰে নৃত্যৰ গ্ৰন্থ 'শ্ৰীহস্তমুক্তাৱলী'ৰ সত্ৰত যিমানখিনি আবেদন থকা উচিত চিকিৎসা বিষয়ক গ্ৰন্থ 'হস্তীবিদ্যাৰ্ণৱ' সত্ৰ সংৰক্ষিত হ'লেও সমপৰিমাণে গুৰুত্বপূৰ্ণ নহয়। সেইদৰে ধৰ্মীয় দৃষ্টিত বেজালি কৰা মন্ত্ৰপুথিসমূহকো সত্ৰীয়া বোলাৰ যুক্তি ক্ষীণ হৈ পৰে বা নহয়েই। (খ) সত্ৰৰ তুলনাত মঠ-মন্দিৰৰ পৰিসৰো কম কাৰ্যাৱলীও কম। সংস্কৃত গ্ৰন্থৰাজি, ভাগৱত, কীৰ্ত্তন, নামঘোষা, ভোষাৰত্ন, মহাকাব্যাদি গ্ৰন্থ মঠ-মন্দিৰত ৰখা দেখা যায়। (গ) ব্যক্তিগত ভাগত ভাগৱত, কীৰ্ত্তন, ঘোষাদি বৈষ্ণৱ গ্ৰন্থৰ উপৰিও পূজাবিধি, শ্ৰাদ্ধবিধি, পটল, স্মৃতিশাস্ত্ৰমূলক পুথি, কাব্য, জ্যোতিষ, ব্যাকৰণ আয়ুৰ্বেদ, মন্ত্ৰাদিৰ পুথিয়েই প্ৰধান। খুদিয়া সত্ৰৰ হাতে লিখা পুথিবোৰক সত্ৰীয়া ভাগৰ অন্তৰ্ভুক্ত কৰিব পাৰি।

হাতে লিখা পুথিবোৰ কোনো নহয় কোনো দেৱ-দেৱীক স্তুতিপূৰ্বক আৰম্ভণি কৰা হয়। সাধাৰণতে সৰ্ববিঘ্নি বিনাশন গণেশকে এই স্থান দখল কৰা দেখা যায়। পুস্তকাদিৰ ৰচয়িতাৰ বৃত্তান্ত সম্বলিত শেষ পৃষ্ঠাত (colophon) প্ৰতিলিপিকৰণ সম্পূৰ্ণ হোৱাৰ ঠিক পিছতে লিপিকাৰে প্ৰতিলিপিকৰণৰ চন তাৰিখ মাহ বাৰ পক্ষাদি যথাসম্ভৱ উল্লেখ কৰি অতিশয় বিনয় বচনেৰে পাঠকৰ প্ৰতি কৰা উক্তি বৰ চিত্তাকৰ্ষক। এই কাৰ্য কিমান নিষ্ঠাৰে আৰু যত্নেৰে সম্পাদন কৰিব লগা হৈছিল তাৰো ধাৰণা এই উক্তিবোৰে সতকাই দিব পাৰে। কেইটামান এনে বচন উদাহৰণ হিচাপে ডাঙি ধৰিলোঁ ঃ

(১) 'ন্যূনাধিক্য হ্ৰস্বদীৰ্ঘ যোগাযোগাদি শতকোটি অপৰাধ নকলকাৰীৰ প্ৰতি জেন ক্ষেমা দিএ এইয়ে আমাৰ দণ্ডবতে সবাকো প্ৰতি প্ৰাৰ্থনা।'

(২) 'যিটো জনে শাস্ত্ৰ লেখে তাহাৰ মিনতি। চুক ভুল অক্ষৰক নিবা মুখে মাতি। অক্ষৰপৰি এন হেন নধৰিবা দোষ। কৃষ্ণ কথা শুনি কৰা চিত্তক সন্তোষ।'

(৩) 'ভীমস্যাপি ৰণে ভঙ্গ ঃ মুনীনাঞ্চ মতিভ্ৰমঃ। যথা দৃষ্টং তথা লিখিতং লেখকে নাস্তি দূষণম্।'

(৪) 'যেনে দেখে তেনে লিখে জানা সমস্তয়, লেখকে দোষ নাই কহিলো নিশ্চয়।'

(৫) 'হে সাধুসব মঞি দামোদৰৰ আজ্ঞামানি সংক্ষেপে কথা নিবন্ধিলোঁ। আত জি মন্যৰ্থ হৈলে মোত দোষ নিদিবা জতো মুনিৰ মতিভ্রম হয়। মঞি মন্দমতি তথাপি কৃষ্ণকথা বুলি সন্তোষ লভা।'

(৬) 'ভগ্নপৃষ্ঠ কটিগ্রীৱ স্তব্ধদৃষ্টি ধৃতভ্রু।
যত্নেন লিখিতং পুস্তি পুত্রবৎ প্রতিপালয়েৎ।।' ইত্যাদি

লিপিকাৰে কেতিয়াবা দুখবচন প্ৰকাশ কৰাৰ উদাহৰণো আছে। ড° মহেশ্বৰ নেওগ সংগৃহীত 'ভক্তি ৰত্নাৱলী'ৰ শেষ পৃষ্ঠাত শ্ৰীকৃষ্ণৰাম শৰ্মাই খাজনাৰ ধনৰ অভাবত মৌজাদাৰক পুথি নকল কৰি দি দুখ প্ৰকাশ কৰিছে ("শ্ৰীৰামকৃষ্ণ শৰ্মা অতি দুখমনে, লিখিলা পুস্তক এহি খাজনা অবিহনে')।[১৮]

অসমৰ হাতেলিখা পুথিবোৰৰ ভাষা সংস্কৃত, অসমীয়া আৰু টাই আহোম। খনচেৰেক সংস্কৃত পুথিৰ লিপি সংস্কৃত হ'লেও প্ৰাচীন মধ্য যুগীয়া অসমীয়া লিপিৰে সেইবোৰ লিখোৱা হৈছিল। এই লিপিবোৰক (ক) গড়গঞা (খ) বামুনীয়া আৰু (গ) কাইথেলী বা লহকৰী এই তিনিটা ভাগত ভাগ কৰা হৈছে। "গড়গঞা লিপি সাধাৰণতে সাধাসিধা, গোটগোট অলংকাৰবিহীন; বামুনীয়া লিপি লতীয়া পাকৰ (দেব নাগৰীৰ লগত সাদৃশ্য আছে.....) আৰু কাইথেলী লিপি অতি আৰ্টিষ্টিক, স্পষ্ট আৰু ঢৌ খেলোৱা।"[১৯] খুদিয়া সত্ৰৰ হাতে লিখা পুথিবোৰ উল্লিখিত কেবাটাও মিনতিবচনযুক্ত। সংস্কৃত আৰু অসমীয়া দুয়োটা ভাষাৰে অন্তৰ্গত এই পুথিবোৰ বামুণীয়া আৰু কাইথেলী উভয় গড়ৰে অসমীয়া লিপিত লিখোৱা।

হাতেলিখা পুথিবোৰ লিখিবলৈ (ক) সাঁচিপাত, (খ) তুলাপাত, (গ) সাধাৰণপাত, (ঘ) তালপাত আৰু (ঙ) ভূৰ্জ্জপত্ৰ ব্যৱহাৰ কৰা হৈছিল। অসমত অগৰু গছৰ ছালত পুথি ৰচনা কৰাৰ কথা বাণভট্টৰ 'হৰ্যচৰিত'ৰ ৭ম উচ্ছাসত 'অগৰুবল্কলকল্পিত সঞ্চয়ানি সুভাষিত ভাঞ্জি পুস্তকানি'—কথাই প্ৰমাণ কৰিছে। চাৰ এডৱাৰ্ড গেইটে তেওঁৰ 'অসম বুৰঞ্জী'ৰ পৰিশিষ্ট 'ঘ'ত সাঁচিপাত তৈয়াৰ কৰা প্ৰণালী লিপিবদ্ধ কৰি গৈছে। সাঁচিপাতৰ সমানে ব্যৱহাৰ হোৱা লিখন কাৰ্যৰ আনবিধ আহিলা হৈছে তুলাপাত। তুলাপাততকৈ সাঁচিপাত বেচি স্থায়ী বাবে বেচি মূল্যবান বুলি বিবেচিত পুথিবোৰ সাঁচিপাতত আৰু আপেক্ষিক ভাবে কম মূল্যবান পুথি, ৰাজকীয় চিঠি-পত্ৰ, ব্যক্তিগত দলিলাদি প্ৰায়ে তুলাপাতত লিখা হৈছিল। ছপাৰ উপযোগী কাগজকে সাধাৰণ পাত বোলা হৈছে। এক বুজন

পৰিমাণৰ পুথি এনে পাতত লিপিবদ্ধ কৰা আছে। অসমত তালপাতৰ ব্যৱহাৰ কম। অভিষ্ট মন্ত্ৰাদি ভূৰ্জ্জপত্ৰত লিখোৱাই কবচত ধাৰণ কৰা প্ৰাচীন প্ৰথাটোৰ আবেদন এতিয়াও আছে।

খুদিয়া সত্ৰৰ হাতেলিখা পুথিবোৰ সাঁচিপাত, তুলাপাত আৰু সাধাৰণ পাতত ৰচিত। তালপাতৰ আৰু ভূৰ্জ্জপত্ৰৰ পুথি ইয়াত নাই। 'লতা কটা পুথি' বা চিত্ৰাঙ্কিত পুথিও সংৰক্ষিত হাতেলিখা পুথিৰ ভিতৰত নাই। কিন্তু পুথি ৰাখিবলৈ ব্যৱহাৰ কৰা কাঠৰ ছয়পিঠিযুক্ত আঠচুকীয়া নক্সা কৰা বাকচ কেইটাৰ কাৰুকাৰ্য চকুত লগা। কেবাখনো সাঁচিপতীয়া ডাঙৰ পুথি তলে ওপৰে দুচটাকৈ কাঠৰ সমান পাতেৰে হেঁচা দি বান্ধি ৰখা হৈছে। এনে পাতৰ ওপৰৰ চটাৰ বহিৰ্ভাগত পুথিৰ বিষয়ৰ লগত সঙ্গতিযুক্ত সুন্দৰ কলাত্মক নক্সা কৰা আছে। সাঁচিপাতৰ পুথিবোৰৰ পাতৰ কেন্দ্ৰত (নাভিত) একো একোটা বিন্ধা কৰি জৰীৰে সেইবোৰ সংলগ্ন কৰি পত্ৰসূচী ৰক্ষা কৰা হৈছে। সৰু সাঁচিপাতবোৰকো সেইকালত মহঙ্গাৰ বস্তু বুলি জ্ঞান কৰি স্তৱ আদি সৰু পুথি লিখাত ব্যৱহাৰ কৰা হৈছিল। পুথিবোৰৰ পত্ৰাঙ্কবোৰ ২য় পিঠিত সূচীত কৰা নিয়ম। এইবোৰ পঢ়োতে পৃষ্ঠা ১(ক), পৃষ্ঠা ১(খ) এইদৰে পঢ়া হয়। পুথিবোৰ বান্ধি ৰাখিবলৈ পশুৰ ছালো ব্যৱহাৰ কৰা হৈছিল। সাধাৰণ কাগজ, তামোলৰ ঢকুৱাও এনে কাৰ্যত ব্যৱহৃত হোৱা দেখা গৈছে। খুচীয়া সত্ৰই পুথি সংৰক্ষণৰ ক্ষেত্ৰত এই উপায়বোৰ অবলম্বন কৰি আহিছে।

কবিৰত্ন গোপালমিশ্ৰৰ পৰা বৰ্তমানলৈ সত্ৰৰ অধস্তন পুৰুষসকলৰ সময় পৰ্যায়ক্ৰমে ত্ৰিশ বছৰৰ ব্যৱধানত সজালে (একোটা পুৰুষত একাধিক সন্তই সত্ৰাধিকাৰৰ পদ সুচাইছিল—এইকথা সত্ৰৰ চৰিতপুথিয়েই প্ৰমাণ কৰিব), সত্ৰাধিকাৰসকলৰ কাল আৰু তেওঁলোকে ৰচা, অনুদিত কৰা বা প্ৰতিলিপি কৰোৱা ইত্যাদি সাহিত্য কৰ্মৰ এখন স্থূল ছবি দেখিবলৈ পোৱা যাব। এক কথাত খুদিয়া সত্ৰৰ হাতে লিখা পুথিভঁৰালটো খুব টনকিয়াল বুলি কব নোৱাৰি; কিন্তু সংৰক্ষিত পুথিবোৰৰ সাংস্কৃতিক মূল্য যে অসীম সেইকথা ন দি কব পাৰি। কুৰি শতিকাৰ আগ ভাগলৈ যিটো অঞ্চল কথিত ভাষাত 'মহেনা', 'হৰহৰীয়া' আদি শব্দেৰে প্ৰসিদ্ধ আছিল এনেকুৱা এটা অঞ্চলতে চাৰিশ বছৰো আগৰে পৰা অৰ্থাৎ ১৬০০ খৃঃ মানৰে পৰা আৰম্ভ কৰি ১৮৯৩ খৃঃ লৈ বিস্তৰ পুথি ৰচনা আৰু প্ৰতিলিপি কৰা কাৰ্য অবিৰত ভাবে চলিছিল বুলি ঠাৱৰ কৰিব পাৰি। প্ৰাকৃতিক দুৰ্যোগ, ৰাজৰোষ, অগ্নিসংযোগ, যুদ্ধ, উত্তৰাধিকাৰীৰ মূৰ্খামি, চোৰ, পোক-পৰুৱা, জলবায়ুজনিত কাৰণত অসমৰ বহুতো হাতে লিখা পুথি বিনষ্ট

হৈছে। লিপিকাৰে সচেষ্ট ভাবে গ্ৰন্থৰ আৰম্ভণিতে বা শেষত পুথিৰ শেষত পুথিৰ পক্ষ সমৰ্থন কৰি লিখা 'চৌৰাৎ ৰক্ষ, জলাৎ ৰক্ষ, ৰক্ষ ৰক্ষ সংশ্লথবন্ধনাৎ, আখুভ্যঃ নৰহস্তেভ্যঃ, নৰহস্তেভ্যঃ, এবং বদতি পুস্তিকা'—এই উক্তি কালৰ হাতত বহু পৰিমাণে নিৰৰ্থক হৈ পৰিল। গোপাল মিশ্ৰই আনুমানিক ১৬০০ খৃঃতে ব্ৰহ্মসংহতিৰ আদৰ্শেৰে ৰচনা কৰা দৰ্শনাত্মক পুথি 'ঘোষাৰত্ন'খনৰ কোনো প্ৰতিলিপি বৰ্তমানে এই সত্ৰত নাই। পৰিয়ালবৰ্গৰ কাৰোবাৰ হাতত থাকিলে ভাল কথা। মিশ্ৰদেৱৰ 'শঙ্খচূড় বধ', 'মহিষাসুৰ বধ' পুথি দুখন আজি পৰ্যন্ত উদ্ধাৰ হোৱা নাই। ভট্টদেৱৰ 'কথা-ভাগৱত'খন আছে যদিও কথা-গীতা, কথা-ৰত্নাৱলী, শৰণ-মালিতা, ভক্তিবিবেক পুথি কেইখনৰ প্ৰতিলিপি নাই। এই পুথিকেইখন পোনতে সংৰক্ষিত আছিল বুলি ভাবিবৰ থল আছে। মন কৰিব লগা আন এটা কথা হ'ল ইয়াত কোনো কোষগ্ৰন্থ, পূজাবিধি, তন্ত্ৰমূলক শাস্ত্ৰ, সচিত্ৰপুথি, আয়ুৰ্বেদগ্ৰন্থ, চিকিৎসাশাস্ত্ৰ আদি নাই। উল্লিখিত কাৰণসমূহৰ বাবে খুদিয়া সত্ৰই আৰু আমি ড০ গঙ্গানাথ ঝাৰ কথাৰে কোটি টকাৰ বিনিময়তো আৰু ঘূৰাই পাব নোৱাৰা বহুমূল্যৰ এক বুজন পৰিমাণৰ পাণ্ডুলিপি যে হেৰুৱাইছোঁ ই নিশ্চিত।

খুদিয়া সত্ৰৰ হাতেলিখা পুথিসমূহৰ বিৱৰণমূলক ক্ষুদ্ৰ তালিকা এখন চকুৰ পচাৰতে পাব পৰাকৈ এই খিনিকে সন্নিবিষ্ট কৰিলোঁ। পুথিৰ বিষয়, সংখ্যা, নাম, ৰচক, লিপিকাৰ, জোখ, ভাল-বেয়া অৱস্থা আৰু পুথিৰ বৰ্ণিত বিষয়ৰ যৎকিঞ্চিৎ লগতে সংযোগ কৰিবলৈ লোৱা হৈছে।

**(১) জ্যোতিষ বিষয়ক গ্ৰন্থ (দুখন) ঃ**

(ক) জ্যোতিৰ্মুক্তাৱলী। বংশীবদন বিৰচিত। সাঁচিপাতত লিখা সংস্কৃত পুথি। ২৭ X ৭ চেঃমিঃ জোখৰ ৪০টা ফলিযুক্ত ভাল অৱস্থাৰ পুথি। তিথি নক্ষত্ৰযোগ, ৰাশিলগ্ন নিৰূপণ, শুভাশুভ যোগাদি বৰ্ণিত পুথি। সম্ভৱতঃ ১৬-১৭ শতিকাৰ ৰচনা। গণেশক বন্দনা কৰি আৰম্ভিছে এইদৰে—

প্ৰণম্য জগতামীশং জ্যোতিৰ্মুক্তাবলীমিমাং।
কুৰুতে শিশুবোধাৰ্থং শ্ৰীবংশীবদনো দ্বিজঃ।

লিপিকাৰৰ উল্লেখ নাই।

(খ) সংক্ৰান্তি কৌমুদী। মহামহোপাধ্যায় পীতাম্বৰ সিদ্ধান্ত বাগীশ ভট্টাচাৰ্যকৃত। তুলাপাতত লিখা সংস্কৃত পুথি। ২৮·৫ X ৮ চেঃমিঃ জোখৰ। পাতৰ সংখ্যা ৪৫, ভাল পুথি। স্মৃতি, পুৰাণাদি শাস্ত্ৰৰ উদ্ধৃতি দি লিখা

সংক্ৰান্তিনিৰূপণ, গ্ৰহণ, গণনা, কৃতাকৃত্য নিৰ্দেশক পুথি। ৰচনাৰ সময় ১৫৭৬ খৃষ্টাব্দ। প্ৰকাশ পাইছে।

**(২) ব্যাকৰণ বিষয়ক (তিনিখন) ঃ**

প্ৰয়োগৰত্নমালা ব্যাকৰণ। মহামহাপধ্যায় পুৰুযোত্তম বিদ্যাবাগীশকৃত। ৩২·৫ X ৯ চেঃমিঃ জোখৰ ৬১ টা ফলিযুক্ত সাধাৰণ পাতত লিখা পুথিখন ১৮৪৮ খৃঃত যজ্ঞেশ্বৰ দেৱ গোস্বামীয়ে লিপি কৰা। আখ্যাতৰ সনাদিপ্ৰকৰণলৈ লিখা। নৱম অধস্তন পুৰুষ যজ্ঞেশ্বৰো এই পুথিখনৰ লিপিকাৰ হ'ব পাৰে। আন দুখন সাঁচিপতীয়া। তাৰে এখন ৪১ X ১১ চেঃমিঃ জোখৰ, ৭৫ খিলা পাতযুক্ত, সম্পূৰ্ণ আৰু অসম্পূৰ্ণ আৰু পুৰণা পুথি। ৰত্নমালা ব্যকৰণ ইতিমধ্যে প্ৰকাশ হৈছে।

**(৩) দৰ্শন বিষয়ক (পাঁচখন) ঃ**

শ্ৰীমদ্ভগৱগীতা (সংস্কৃত), নাৰায়ণোপনিষ্দ, নামঘোষা, দুখন পদ-গীতা এই শ্ৰেণীত অন্তৰ্ভুক্ত কৰা হৈছে। ২৫ X ৫·৫ চেঃমিঃ জোখৰ সাঁচিপতীয়া সংস্কৃত গীতাখন বিষ্ণুদেৱ নামৰ কোনোবা লিপিকাৰে ১৬০৫ শকৰ কাতি মাহৰ ১ম দিনা লিখি উলিয়াইছিল। ১ম খিলা পাত নাই। কাঠৰ সচিত্ৰ ধুনীয়া বাকচ এটাত পুথিখন ৰখা আছে।

২৩ X ৫ চেঃমিঃ জোখৰ সাঁচিপতীয়া ২টা ফলিযুক্ত নিখুঁত 'নাৰায়ণোপনিষদ'খন অথৰ্ববেদৰ অন্তৰ্গত ('ইত্যথৰ্ব বেদনাৰায়ণোপনিষদ সমাপ্তা') বুলি পুথিৰ সামৰণিত লিপিকাৰে উল্লেখ কৰিছে। ড° যোগীৰাজ বসুৱে এই উপনিষদখন কৃষ্ণযজুৰ্বেদ আৰু আৰু মহানাৰায়ণ নামৰ আন এখন উপনিষদ অথৰ্ববেদৰ অন্তৰ্গত বুলি 'বেদেৰ পরিচয়' গ্ৰন্থত মন্তব্য কৰিছে। প্ৰজাসৃষ্টি আলোচ্য উপনিষদখনৰ প্ৰতিপাদ্যবিষয়।

বৈষ্ণৱধৰ্মৰ প্ৰখ্যাত গ্ৰন্থ 'নামঘোষা'খন ২৫ X ১০ চেঃমিঃ জোখৰ ৪৮টা পাতযুক্ত তুলাপতীয়া পুথি। পুৰণি, অসম্পূৰ্ণ আৰু জীৰ্ণাৱস্থাৰ হোৱা বাবে ইয়াৰ পাঠ উদ্ধাৰ কাৰ্য্য কষ্টসাধ্য। ছপা হৈ ওলাইছে।

গোবিন্দ মিশ্ৰ ৰচিত, সাধাৰণ পাতত লিখা দুখন পদগীতাপুথি সত্ৰত আছে। দুয়োখন অসম্পূৰ্ণ। এখন ৯ম অধ্যায়লৈ লিখা। আনখনৰ সময় সূচীত হৈছে ১৪০৬ বুলি, শক আদিৰ উল্লেখ নাই। এইখন ৪০ X ১০·৫ চে, মি, ডোখৰ। গোবিন্দ মিশ্ৰৰ কাল ১৬শ শতিকাৰ মাজভাগৰ পৰা ১৭ শ শতিকাৰ আদি ভাগলৈ আৰু এওঁৰ বংশ পৰিচয়, জন্মস্থান সঠিককৈ নিৰ্দ্ধাৰণ হোৱা নাই বুলি ড° শৰ্মাই লিখিছে। বৰ্তমানৰ সত্ৰাধিকাৰ শ্ৰীগোস্বামীয়ে মিশ্ৰক কৈঠালকুছিৰ ফালৰ পণ্ডিত লোক বুলি ক'ব খোজে। শঙ্কৰী, ভাস্কৰী, হনুমন্তী

আৰু আনন্দগিৰিৰ টীকাৰ আধাৰত ৰচনা কৰা এই পুথিখন অসমীয়া সাহিত্যলৈ গোবিন্দ মিশ্ৰৰ অমূল্য অবদান।

**(৪) পুৰাণ বিষয়ক (তিনিখন) ঃ**

কথা-ভাগৱত, আৰু মাৰ্কণ্ডেয় পুৰাণ এই বিষয়ৰ পুথি। ইয়াৰে ভট্টদেৱৰ সাঁচিপতীয়া কথা ভাগৱত অসম্পূৰ্ণ আৰু নষ্ট প্ৰায়। ৪০ X ১১ চে.মি. জোখৰ ৩৪ টা ফলিযুক্ত পুথি। নলবাৰীৰ পূৰ্বভাৰতীয়ে শেহতীয়াকৈ ড° হৰিনাথ শৰ্মাদলৈৰ সম্পদনাত কথা-ভাগবতখন সুন্দৰকৈ ছপা কৰি উলিয়াইছে। ১৬ শতিকাৰ শেষ দশকত ৰচিত এই পুথিখন ভট্টদেৱৰ কীৰ্তিস্তম্ভ।

ভাগৱত পুৰাণ পুথিখন 'জয় নমো মাধৱ যাদব জনাৰ্দ্দন ঃ জয় ঋষিকেশ সদাশিৱ সনাতন'—বুলি আৰম্ভ কৰি ভাগৱতৰ বিভিন্ন অংশৰ অনুবাদ লিপিকৰণৰ পিছত লিপিকাৰে নিজকে কৃষ্ণানন্দ শৰ্মা বুলি পৰিচয় দিছে। ৪০ X ১১ চে.মি. জোখৰ ৯৫টা ফলি যুক্ত সাঁচিপাতত লিখা এই পুথিখনৰ লিপিকৰণৰ সময় ১৫৫২ শক। ৯২, ৯৪-৯৬ সংখ্যক ফলি কেইটা নাই বাবে পুথিখন অসম্পূৰ্ণ।

মাৰ্কেণ্ডেয় পুৰাণ পুথিখন আচলতে এই পুৰাণৰ অন্তৰ্গত দেৱী মাহাত্ম্য প্ৰকাশক অংশটোহে। পুথিৰ শেষত আছে—'ইতি মাৰ্কণ্ডেয় পুৰাণে সাবৰ্ণিকে মন্বন্তৰে দেৱী মাহাত্ম্যং সম্পূৰ্ণং।' ২৫ X ১০ চে.মি. জোখৰ ৩৩টা সাঁচিপাতৰ ফলিযুক্ত এই পুথিখন ১৭৬৪ শকত লিখা।

**(৫) স্তোত্ৰমূলক পুথি (সাতখন) ঃ**

গোপাল সহস্ৰনাম, গায়ত্ৰীকবচ, শ্ৰীকৃষ্ণ সহস্ৰনাম, গায়ত্ৰী শাপোদ্ধাৰ, ৰাধাকৃষ্ণাষ্টোত্তৰ সহস্ৰনাম, বিষ্ণোৰষ্টোত্তৰ শতনাম আৰু বটুকভৈৰৱস্তব। দামোদৰীয়া সত্ৰবোৰত এনে স্তোত্ৰৰাজিৰ ব্যাপক চৰ্চা থকা দেখা যায়। বিভিন্ন জোখৰ এই পুথিবোৰ সাঁচিপতীয়া আৰু পুথিবোৰৰ শেষত প্ৰতিখনৰে উৎসৰ নিৰ্দেশ দিয়া আছে।

(৬) শৰণ আৰু দীক্ষা বিষয়ক শৰণপটল বা মন্ত্ৰমালা পুথিখনত দীক্ষা প্ৰয়োগ, হোমবিধি, মন্ত্ৰৰ সংস্কাৰ ইত্যাদি সন্নিবিষ্ট হৈছে। ২৮·৫ X ৭ চে.মি. জোখৰ ১২ খিলা সাধাৰণ পাতত ১৭৭৩ শকত যজ্ঞেশ্বৰে ৰচনা কৰা এই পুথিখনৰ লিপিকাৰ আছিল প্ৰাণেশ্বৰ।

**(৭) ক্ৰিয়াকাণ্ড বিষয়ক (তিনিখন) ঃ**

২৬·৫ X ৭·৫ চে.মি. জোখৰ ১২ খিলা সাধাৰণ পাতত ১৭৫৯ শকত লিখা 'সন্ধ্যাপ্ৰয়োগ' পুথিখন ব্ৰহ্মসংহতিৰ আহ্নিককৃত্যৰ এখন হাত পুথি।

'তৰ্পণ বিধি'খন তুলাপতীয়া, ২৬ X ৭ চে.মি. জোখৰ ভাল অৱস্থাৰ পুথি। ১৯ X ৫ চে.মি. জোখৰ ৫টা ফলিযুক্ত সাঁচিপতীয়া 'স্নানবিধি' নামক পুথিখনৰ লিপিকৰণৰ সময় ১৮১৫ শক।

(৮) স্মৃতিবিষয়ক পুথি 'তিথিতত্ত্ব'খন শ্ৰীৰঘুনন্দন ভট্টাচাৰ্যবিৰচিত 'স্মৃতিতত্ত্ব'ৰ এটা ভাগ। ৪৯ X ১১ চে.মি. জোখৰ ৭৯ টা ফলিৰ সাঁচিপাতত লিখা এই পুথিখনত পূজা, ব্ৰত, শুভ কৰ্ম্মাদি কৰিব লগা দিনৰ নিৰ্দেশ দিয়া আছে।

**(৯) কাব্যবিষয়ক (দুখন) ঃ**

'কৃষ্ণাৰ্জুন সংবাদ' পুথিখনৰ ৰচক আৰু লিপিকাৰৰ পৰিচয় অজ্ঞাত। লিপিকাৰে ৰচনাৰ কাল ভুলকৈ ১২৬৪ শক বুলিছে। তুলাপাতৰ এই পুথিখনৰ জোখ ২৬ X ৭·৫ ছে.মি., ফলিৰ সংখ্যা ১৫। মহাভাৰতৰ আদৰ্শত কৃষ্ণ আৰু অৰ্জুনৰ সংবাদ প্ৰতিপাদ্য বিষয়।

**(১০) চৰিত পুথি (চাৰিখন) ঃ**

সন্ত চৰিত বা সন্তগুণমালা পুথিখনৰ ৰচক পদ্মপাণি। গ্ৰন্থকাৰে দামোদৰদেৱক নৰৰূপধাৰী সাক্ষাতে ঈশ্বৰ বুলি প্ৰণাম জনাই খুদিয়া সত্ৰৰ (আমাৰ বোধেৰে গোপাল মিশ্ৰৰ অধস্তন ৭ম পুৰুষলৈ) সত্ৰাধিকাৰসকলৰ জীৱনবৃত্ত, কৰ্মৰাশি, ধৰ্মব্যৱস্থা আৰু সংস্কৃতিবোধ পৰিস্ফুট কৰি তুলিছে। ৰচকে পুথিৰ সামৰণি মাৰিছে এইদৰে ঃ "দাস পদ্মপাণি ঃ কৰোঁ স্তুতিবাণী ঃ মূৰ্খহেন জানি ঃ ক্ষেমা সবে প্ৰাণী ঃ দোষ পৰিহৰি গুৰুপদে ধৰি ঃ মোক কৃপা কৰি ঃ বোলা হৰি হৰি" (পদ—২০৫)। ২৭ X ৮·৫ চে.মি. জোখৰ ৪৬টা ফলিযুক্ত সাধাৰণ পাতত লিখা এই পুথিখনৰ ৰচনা কাৰ্য্য ১৮·৯ শকৰ ১৯ ফাগুণত সম্পূৰ্ণ হয়।

'দামোদৰ চৰিত' নামৰ দুখন পুথি আছে। ৰচক বা লিপিকাৰৰ সম্ভেদ পুথিত নাই। অসম্পূৰ্ণখনৰ জোখ ২৮ X ৭ চে.মি. ফলিৰ সংখ্যা ৩৮। আনখন সম্পূৰ্ণ। কৃষ্ণপ্ৰণামৰ অন্তত শঙ্কৰৰ প্ৰতি পাৰ্বতীৰ প্ৰশ্নেৰে গ্ৰন্থ আৰম্ভ হৈছে। দ্বিজ ৰামৰায় ভণিত গুৰুলীলাৰ সৈতে বহুতো বিষয়ত পুথি মিল আছে। সামৰণিত গুৰুমহিমা কীৰ্ত্তন কৰি পুথিখনৰ মোখনি মাৰিছে এইদৰে— "কলিযুগে দামোদৰৰূপে অৱতাৰ। আপিলত ভগৱত আপুনি ইবাৰ। হেনজানি বুধজন কৰি একমতি। কৰি সাবধান চিত্তে কৃষ্ণক ভকতি।।" ৰচনাৰ সময় ১৮০৯ শক, ফলিৰ সংখ্যা ৪৩ আৰু জোখ ২৭ X ৯ চে.মি.। পুথিখন সম্পূৰ্ণ।

'লক্ষীপতি চৰিত' পুথিখন গোপালমিশ্ৰৰ ২য় পুত্ৰ লক্ষীপতিৰ জীৱনবৃত্তৰ

ওপৰত ৰচিত। লিপিকাৰ জয়নাৰায়ণ নলবাৰীৰে বালিকুছিৰ। ৪০ X ১২ চে.মি. জোখৰ ৬৭ খিলা সাঁচিপাতত লিখা ভাল অৱস্থাতে থকা এই পুথিখন ১৭৪২ শকত নকল কৰা হৈছিল।

উপৰ্যুক্ত হাতে লিখা পুথিৰ আলোচনাত খুদিয়া সত্ৰত পোৱা ২০খন সংস্কৃত আৰু ১১খন অসমীয়া পুথিক সামৰা হৈছে। এই পুথিবোৰৰ কোনখন পুথি কোনজনা অধিকাৰৰ দিনত সত্ৰত স্থিতি লৈছিল, সেইটো সতকাই কোৱা টান। কিন্তু ১৮০৪ ৰ পৰা ১৮১৫ শকলৈ এই কালছোৱাত ৰচিত পুথিৰ সংখ্যাই অধিক। সময়ৰ ফালৰপৰা এই কালছোৱাকেই গোপাল মিশ্ৰৰ ৭ম অধস্তন পুৰুষ সন্তদেৱৰ সময় বুলি অনুমান কৰিব পাৰি। খুদিয়া সত্ৰৰ ইতিহাসত গোপাল মিশ্ৰৰ পাছতে সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত সন্তদেৱে এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল বুলি ক'লে অত্যুক্তি কৰা নহ'ব।

(ঘ)

* ডাঃ হৰেকৃষ্ণ গোস্বামী (১৯০৫-১৯৯২ খৃঃ) খুদিয়া সত্ৰৰ একাদশ অধস্তন পুৰুষ আৰু গৃহীসত্ৰ হেতু সত্ৰাধিকাৰো আছিল। তেওঁৰ বৃদ্ধি; সংস্কাৰ, উন্নতি, উদাৰতা, বিশালতা—এই সকলোবোৰৰ শিক্ষালয়ো সত্ৰই। জীৱনৰ আগডোখৰ তেওঁ সত্ৰতেই কটাইছিল। সত্ৰৰ প্ৰতি থকা তেওঁৰ আনুগত্যৰ ফলশ্ৰুতি হিচাপেই সময়ৰ অগ্ৰগতিত বৈশিষ্টপূৰ্ণ জীৱনৰ গৰাকী হোৱা ডাঃ গোস্বামীয়ে সত্ৰ আৰু ইয়াৰ চতুৰ্বৰ্তী অঞ্চলৰ মানুহৰ জীৱনবীক্ষাৰ প্ৰতি সজাগ হৈ এই অঞ্চলৰ যাতায়াত আৰু সমাজব্যৱস্থাৰ প্ৰতি চকু দিছিল। 'মোৰ জীৱনত এভুমুকি' শীৰ্ষক পুথিত এই গৰাকী বৈষ্ণৱে নিজৰ জীৱন বৃত্তৰ এখন নিপোটল ছবি ডাঙি ধৰি গৈছে। তেওঁ গুৱাহাটীত অনুষ্ঠিত সাহিত্য আলোচনাৰ সভা এখনত বিদ্বৎমণ্ডলীৰ সমুখত 'খুদিয়া সত্ৰৰ প্ৰতিষ্ঠাতা গোপাল মিশ্ৰ' বিষয়ক প্ৰবন্ধ পঢ়ি খুদিয়া সত্ৰৰ গৌৰৱ বৰ্দ্ধনৰ বাবে উদ্যম হাতত লৈছিল। শেহতীয়াকৈ সত্ৰৰ মন্দিৰ নিৰ্মাণ, পুখুৰী খনন আদি কাৰ্যত নিৰলসভাবে 'আগবঢ়োৱা কনিষ্ঠ ভাতৃৰ সহযোগৰ কথা সুঁৱৰি সত্ৰাধিকাৰ শ্ৰীগোবিন্দকৃষ্ণ গোস্বামীয়ে তেওঁক ক্ষুদ্ৰ চিন্তাৰ বিপৰীতে 'ভূমাৰ' প্ৰতিহে আগ্ৰহী বুলি কৈছিল। শেষত তেওঁৰ বিষয়ে তলৰ কথাখিনিয়ে যথোচিত হ'ব বুলি ভাবিছোঁ ঃ

"অয়ং নিজঃ পৰোবেতি গণনা লঘুচেতসাম্।
উদাৰ চৰিতানাংতু বসুধৈব কুটুম্বকম্।।"

**পাদটীকা ঃ**

(১) ড° যোগীৰাজ বসু ঃ বেদের পরিচয়

(২) ড° মুকুন্দমাধৱ শৰ্মা ঃ সম্পা ঃ Inscription of Ancient Assam, পৃঃ ৫৩

(৩) ড° সতেন্দ্ৰনাথ শৰ্মা ঃ সত্ৰৰ উৎপত্তি, ইতিহাস আৰু অবদান (গোৱালপাৰা জিলাৰ) সত্ৰ আৰু মঠ-মন্দিৰৰ ইতিবৃত্ত—

সম্পাঃ জগন্নাথ পাটগিৰি, পৃঃ ১৮

(৪) শ্ৰৱণং কীৰ্ত্তনং বিষ্ণোঃ স্মৰণং পাদশেবনম্।
অৰ্চনং বন্দনং দাস্যোং সখ্যাত্মনিবেদনম্।। শৰণসংহিতা

সম্পা ঃ উমা গোস্বামী।

(৫) যত্ৰাচৰন্তি সদ্ধৰ্মান্ কেবলা ভগবৎপ্ৰিয়া, নবধা ভগবদ্ভক্তিঃপ্ৰত্যহং যত্ৰ বিদ্যতে।
তদ্ সত্ৰমুত্তমং ক্ষেত্ৰং বৈষ্ণবসুৰবন্দিতং, তত্ৰস্থা বৈষ্ণবা ঃ সৰ্বে
হৰিনামপৰায়না ঃ।।—শৰণসংগ্ৰহ ঃ ভট্টদেৱ।

(৬), (৭) উমা গোস্বামী সম্পাদিত 'শৰণসংহিতা', পৃঃ ১৭

(৮) ড° মহেশ্বৰ নেওগে 'পবিত্ৰ অসম' গ্ৰন্থৰ ২য় সংস্কৰণত
খুদিয়া সত্ৰ গোপাল মিশ্ৰই ১৪৩৪ শকত স্থাপন কৰা বুলি লিখিছে। সংবাদদাতা বা ছপাৰ ভুলতে এনে হ'ব পাৰে। ড° সত্যোন্দ্ৰনাথ শৰ্মাই মিশ্ৰৰ কাল ১৬শ শতিকাৰ মাজভাগৰ পৰা ১৭শ শতিকাৰ প্ৰথম ভাগ হ'ব বুলি মত দিছে।

(৯) গুৰুলীলা, পদ—১৪৬.৫ (দ্বিজৰামৰায় ভণিত)
সম্পা—গুৰুকৃষ্ণ গোস্বামী

(১০) তীৰ্থনাথ শৰ্মা, আউনীআটী সত্ৰৰ বুৰঞ্জী, পৃঃ ৩৭

(১১) সংবাদদাতা—সত্ৰাধিকাৰ শ্ৰীগোবিন্দকৃষ্ণ গোস্বামী ৯১

(১২), (১৩) শ্ৰীভুবনচন্দ্ৰ গোস্বামী, ঐতিহ্যমণ্ডিত খুদিয়া সত্ৰ—১৬

(১৪) জগন্নাথ পাটগিৰি (সম্পা) ঃ প্ৰাগুক্ত গ্ৰন্থ

(১৫) তীৰ্থনাথ শৰ্মা, প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ৯১-৯২

(১৬) তীৰ্থনাথ শৰ্মা, প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ১৭৯-১৮০

(১৭) উদ্ধৃত বিনয় বচনসমূহ হাতে লিখা পুথিত থকাৰ দৰেই উপস্থাপন কৰা হৈছে।
(১৮), (১৯) ড° ৰামচৰণ ঠাকুৰীয়া ঃ অসমৰ হাতেলিখা পুথি (বজালী দৰ্পণ), পৃঃ ৫৫ ❑

---

ড° গোস্বামী নলবাৰী কমাৰ্চ কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। গৱেষক আৰু চিন্তাশীল লেখক।

# নলবাৰী মহাবিদ্যালয়ত "ডাঃ হৰেকৃষ্ণ গোস্বামী সোঁৱৰণী বঁটা" —এক প্ৰাসংগিক আলোচনা

দীনমণি ভাগৱতী

যোৱা ২১ জানুৱাৰী, ২০০৭ ইং তাৰিখৰ নলবাৰী মহাবিদ্যালয়ৰ 'মহাবিদ্যালয় সপ্তাহ'ৰ মুকলি অধিৱেশন আৰু বঁটা বিতৰণী সভাত নলবাৰী মহাবিদ্যালয়ৰ ২০০৬ বৰ্ষৰ শ্ৰেষ্ঠ বিজ্ঞান স্নাতক শ্ৰীৰূপক কুমাৰ শৰ্মাক 'ডাঃ হৰেকৃষ্ণ গোস্বামী সোঁৱৰণী বঁটা' নগদ পাঁচ হাজাৰ টকা আৰু এখন মানপত্ৰ দিয়া হৈছিল। বঁটাটো দিছিল ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ নাতিনী, বৰ্তমান আমেৰিকা যুক্তৰাষ্ট্ৰৰ নিউ জাৰ্চিত এগৰাকী কম্পিউটাৰ ইঞ্জিনিয়াৰ হিচাপে কাৰ্যনিৰ্বাহ কৰি থকা শ্ৰীকৰিতা শৰ্মাই আৰু এই বঁটাটো ভৱিষ্যতলৈ নিয়মিতভাৱে বছৰেকীয়া ভিত্তিত দি থাকিব বুলি কোৱা হৈছে। আমি নলবাৰী মহাবিদ্যালয় ছাত্ৰ একতা সভাৰ তত্ত্বাৱধায়ক হোৱা হেতুকে এই সংক্ৰান্তত প্ৰয়াত ডাঃ গোস্বামীদেৱৰ বৰপুত্ৰ দেৱীৰাম পাঠশালা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক শ্ৰীযুত ভুবন চন্দ্ৰ গোস্বামী আৰু জোঁৱাই অসম চৰকাৰৰ মাধ্যমিক শিক্ষা বিভাগৰ অৱসৰপ্ৰাপ্ত সঞ্চালক, কটন কলেজৰ প্ৰাক্তন অধ্যাপক শ্ৰীযুত নগেন শৰ্মাই আমাৰ লগত নলবাৰী মহাবিদ্যালয়ৰ অধ্যক্ষ মহোদয়ৰ পৰামৰ্শ অনুসাৰে কথা হৈছিল আৰু সেই অনুসৰি বঁটাটো অৰ্পণো কৰা হৈছে।

'ডাঃ হৰেকৃষ্ণ গোস্বামী সোঁৱৰণি বঁটা'টো গোস্বামীদেৱৰ পত্নী শ্ৰীযুতা বাসন্তী গোস্বামীৰ হাতেৰে অৰ্পিত হৈছিল আৰু এই কাৰ্যৰ প্ৰস্তাৱনা উপস্থাপন কৰিছিলোঁ আমি।

ডাঃ হৰেকৃষ্ণ গোস্বামী নামটো নলবাৰী কলেজত এটি অতি সু-পৰিচিত নাম। নলবাৰী কলেজৰ জন্মলগ্নত এই নাম জড়িত হৈ আছে। আমাৰ বাবে এই নামটো অধিক পৰিচিত এইবাবেই যে আমি নলবাৰী মহাবিদ্যালয়ত প্ৰবক্তা হিচাপে যোগদান কৰাৰ বাবে হোৱা সাক্ষাৎকাৰ সমিতিৰ তেখেত এজন সদস্য

আছিল। অৱশ্যে সাক্ষাৎকাৰত আমি তেখেতক দেখা নাছিলো। অতি আন্তৰিকতা আৰু সহজ-সৰল প্ৰশ্নবাণৰ বাবে তেখেতৰ নাম সুধি ল'ব লগা হৈছিল। পিছলৈ নলবাৰী মহাবিদ্যালয়ৰ স্বৰ্ণজয়ন্তী বা NAACৰ পৰিদৰ্শনৰ ক্ষেত্ৰত আমি যেতিয়া সক্ৰিয় অংশ গ্ৰহণ কৰিবলগীয়া হৈছিল তেতিয়া ডাঃ গোস্বামীৰ নামটো বেছি ওচৰ চাপি আহিছিল।

এইটো অনস্বীকাৰ্য যে নলবাৰী মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাৰ লগত যিসকল স্বনামধন্য ব্যক্তি জড়িত হৈ আছে সিবিলাকৰ ভিতৰত ডাঃ হৰেকৃষ্ণ গোস্বামী, প্ৰভাত চন্দ্ৰ গোস্বামী, হৰিচৰণ পাঠক আদি অন্যতম। অৱশ্যে ১৯৪৫ চনৰ আৰ্থ-সামাজিক পৰিৱেশত গঢ়ি উঠা নলবাৰী মহাবিদ্যালয় সমগ্ৰ নলবাৰীবাসী ৰাইজৰ শ্ৰমৰ ফচল। এই ক্ষেত্ৰত মহাদেৱ কবিৰাজৰ এক টকাৰ বৰঙণি বা ৰামেশ্বৰলাল মস্কৰাৰ বৰঙণি উলাই কৰিবপৰা ধৰণৰ নহয়।

ডাঃ গোস্বামীদেৱে 'মোৰ জীৱনত এভুমুকি' নামৰ আত্মজীৱনীত লিখিছে 'নলবাৰী কলেজ আমাৰ জীবনৰ সাধনাৰ ধন।' কিমান আত্মবিশ্বাস আৰু আত্মোসৰ্গৰ বলতহে এনেদৰে কোৱা সম্ভৱ তাক অনুমানহে কৰিব পাৰি। ১৯৫৫ চনতেই নলবাৰী কলেজত অনুষ্ঠিত হোৱা 'অসম কলেজ শিক্ষক সংস্থাৰ ৰাজ্যিক সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱ। ডাঃ গোস্বামী একেৰাহে ৪০ বছৰ কাল নলবাৰী কলেজ পৰিচালনা সমিতিৰ সদস্য আছিল। মাজত ৬ বছৰ কাল তেখেত পৰিচালনা সমিতিৰ সভাপতিও হৈছিল। ঠিক সেইদৰে নলবাৰী সংস্কৃত কলেজৰ একেৰাহে ২৫ বছৰ সম্পাদক আৰু ২০ বছৰ সভাপতি আছিল। নলবাৰী কমাৰ্চ কলেজ, মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা কলেজ, নলবাৰী সাহিত্য সমাজ, নলবাৰী এপেক্স বেংক আদি সকলো ৰাজহুৱা অনুষ্ঠানৰ লগত নিবিড়ভাৱে জড়িত আছিল ডাঃ গোস্বামীদেৱ। আজি ভাবি আচৰিত হ'ব লাগে যে নলবাৰীৰ দৰে গাঁৱলীয়া পৰিৱেশত থাকি তেখেতে ভাৰতৰ প্ৰথম প্ৰধানমন্ত্ৰী জৱহৰলাল নেহেৰু, প্ৰাক্তন মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি, প্ৰাক্তন কেন্দ্ৰীয় মন্ত্ৰী ফকৰুদ্দিন আলি আহমেদ আদিৰ দৰে বিশিষ্ট ব্যক্তিৰ লগত চিঠিৰ যোগাযোগ ৰাখিব পাৰিছিল। ইয়ে তেখেতৰ মনৰ দিগন্তৰ প্ৰসাৰতাৰ চানেকি দাঙি ধৰে। পিছে এই যোগাযোগবিলাক কোনো ব্যক্তিগত কাৰণত কৰা হোৱা নাছিল। ৰাজহুৱা স্বাৰ্থত, কেতিয়াবা ৰাস্তা-ঘাটৰ বাবে নাইবা কোনো অনুষ্ঠানৰ স্বীকৃতিৰ বদান্যতা প্ৰকাশ কৰাৰ বাবে এই যোগাযোগবিলাক কৰিছিল। নলবৰীয়া ৰাইজে এইজনা সমাজ জীৱনত

আত্মোৎসৰ্গিত ব্যক্তিক জীয়াই ৰখাৰ ব্যৱস্থা কৰাত বিশেষ গুৰুত্ব দিব লাগে— বিশেষকৈ নলবাৰী মহাবিদ্যালয়ৰ দৰে অনুষ্ঠানবোৰে।

এনে এজন বিদ্যোৎসাহী ব্যক্তিৰ নামত বছৰেকীয়া অনুষ্ঠান পাতি বঁটা প্ৰদান কৰা ব্যৱস্থা নিশ্চয়কৈ শলাগিবলগীয়া আৰু ই নৱ প্ৰজন্মৰ মাজত ডাঃ গোস্বামীক জীয়াই ৰখাত অনুপ্ৰাণিত কৰিব। আমি ডাঃ গোস্বামীদেৱৰ ৰাজহুৱা জীৱনৰ স্মৃতি সজল হৈ থকাৰ কামনা কৰিছোঁ। ❑

---

শ্ৰীভাগৱতী নলবাৰী কলেজৰ ভূগোল বিজ্ঞান বিষয়ৰ অধ্যাপক আৰু সুলেখক।

# REMEMBERING DR. HAREKRISHNA GOSWAMI

**Hemanta Kumar Dutta**

Amongst those who dedicated life for the social upliftment is Dr. Harekrishna Goswami, a revered name in the Nalbari district Born in an upper caste family of Khudiya Village, only 2km away from Nalbari on 15th Feb. 1905. Dr. Goswami enabled himself to become a medical practitioner in 1936. He had his schooling at Nalbari Gurdon high School and college education at Cotton College. While a student at the school and later on at the college, Dr. Goswami was swept away by the wave of freedom movement under Gandhiji's leadership. Perhaps, due to the impact of the movement, he did not opt for Govt. job that lured almost all those who qualified for being a doctor in those days. It is known that Dr. Goswami got physical training in a training ground at Karmavir Bordoloi's house campus under Ambikagiri Raychoudhury, a veteran leader and a profile of the time. Dr. Goswami's sincerity and devotion for liberation movement was universally acknowledged on the eve of the Quit India movement. The Nalbari district congress committee engaged him in various party activities such as arranging secret meetings and extending physical training to the volunteers. Moreover he looked after the health problem of the congress workers as well as the public. That Dr. Goswami was a dauntless leader can be gauged from his activites. The then veteran leader of the commu-

nity party Gauri Shankar Bhattacharjee in an article mentioned how Dr. Goswami hoisted the red banner on the occasion of the May day at Balilecha village in the year 1939.

The humanitarian instinct in him was evident in various events. His heart was free from prejudice and mischievous designs. Though a dedicated congress leader, Dr. Goswami bore no grudge against other party workers. Once in 1950 while he was the chairman of Nalbari Municipality, Bishnuprasad Rabha arrived at his home on a night. Comrade Rabha was then declared as the foe of the govt. and upon his head was fixed a lucrative sum of Rs. 10,000.00. No doubt, it was a problem for any congress man at that time to provide shelter to a govt. target. But humanitarian motif camphed over in his mind and as such Rabha was sheltered at Dr. Goswami's home. The Indian ideal of giving shelter to the needy at the cost of harshest adversties seemed to have illuminated Dr. Goswami's personality.

In the socio-cultured or socio-economic life of Nalbari Dr. Goswami's role is nevertheless, admirable. Especially, in the foundation of schools and higher seats of learning, Dr. Goswami was always in the fore front. In the establishment of Nalbari Girls' High School, the man discharged his duty as member, secretary and president at various times Dr. Goswami with a sense of dedication rendered services for the growth of Nalbari Sanskrit College since its establishment in 1936. However, the man employed his fullest ingure in the establishment of Nalbari college in 1945. Before the establishment of this college Nalbari was but a village inhabited mostly by the humble earners. Dr. Goswami, Prabhat Goswami and Haricharan Pathak were the pioneers in the act of land acquisition, contribu-

tion collection, construction and such activities for establishing Nalbari College.

In the history of Nalbari Municipality Board and Nalbari Local Board too, the positive role of Dr. Goswami is acknowledged. He was the chairman of the Municipality Board when it emerged out of Nalbari Local Board. During his tenure as Chairman, Nalbari town had undergone a change for the better. Due to his active role the present Daily market site had been selected and scheme for marketing facility was adopted. In the establishment of Nalbari Natya Mandir at the heart of the town he took initiative with other pioneers such as prabhat Goswami, Iswar Baruah and Mahadev Kabiraj. He discharged responsibilities as chariman of the Natya Mandir also.

It is seen that time vanquishes all slowly and silently. "Paths or glory lead all but to the grave". But the posterity has the onerous duty towards the true sons of the soil. We can imbibe their ideals with a view to bolstering up our spirit to go forward. Let us hope, Dr Goswami's ideals will illumine 'our heart's to tread on and on with confidence and dedication. ❑

---

Sri Dutta is a lecturer in English language of MNC Girls' College and highly devoted to literature.

# ডাঃ হৰেকৃষ্ণ গোস্বামী ঃ সশ্ৰদ্ধ স্মৰণাঞ্জলি

**ধৰমচন্দ জৈন**

"বৈষ্ণৱ জন তো তেনে কহিয়ে
পীৰ পৰাই জানেৰে।"

জাতিৰ জনক মহাত্মা গান্ধীৰ অতিশয় প্ৰিয়জনৰ উক্তৰ্ফাকিত প্ৰকৃত বৈষ্ণৱ লোকৰ পৰিভাষা দি কোৱা হৈছে যে পৰৰ দুখ-কষ্ট, বেদনা-অনুভৱ বা উপলব্ধি কৰিব পৰাজনেই হ'ল প্ৰকৃত বৈষ্ণৱ। ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱ মাথোঁ বৈষ্ণৱ কুলত জন্ম গ্ৰহণ কৰা বাবেই নহয়, ওপৰোল্লিখিত পৰিভাষা-অনুসৰিও আছিল এগৰাকী প্ৰকৃত বৈষ্ণৱ।

সমাজ সচেতন ডাঃ গোস্বামীৰ মনত ছাত্ৰাৱস্থাৰ পৰাই সামাজিক কাম-কাজৰ প্ৰতি বিশেষ অনুৰাগ গঢ়ি উঠিছিল আৰু এসময়ত নলবাৰীৰ এক বৃহৎ অঞ্চলৰ সমাজ জীৱনৰ লগত তেখেত প্ৰায় একাত্ম হৈ পৰিছিল। কুৰি শতিকাৰ তৃতীয় দশকৰ পৰা অষ্টম-নৱম দশকলৈ নলবাৰী অঞ্চলত গঢ় লৈ উঠা এনে এটা উল্লেখযোগ্য সামাজিক অনুষ্ঠান বিচাৰি উলিওৱাটো সহজ নহ'ব, যিটোৰ লগত ডাঃ গোস্বামী জড়িত নাছিল।

ডাঃ গোস্বামীৰ কৰ্মক্ষেত্ৰ আছিল বহুমুখী, বহু আয়াসী। এই কৰ্মক্ষেত্ৰৰ পৰিধি আছিল বিস্তৃত। এই পৰিধিয়ে সামাজিক, সাহিত্যিক, সাংস্কৃতিক, ৰাজনৈতিক ক্ষেত্ৰকে ধৰি বিভিন্ন ক্ষেত্ৰক সামৰি লৈছিল।

নলবাৰী কলেজ, নলবাৰী ছোৱালী হাইস্কুল, দেৱীৰাম পাঠশালা হাইস্কুল, নলবাৰী কমাৰ্চ কলেজ আদি নলবাৰীৰ অগ্ৰণী শিক্ষানুষ্ঠানকে ধৰি বহুকেইখন উল্লেখযোগ্য শিক্ষানুষ্ঠানৰ প্ৰতিষ্ঠা আৰু পৰিচালনাত ডাঃ গোস্বামীয়ে নেতৃস্থানীয় ভূমিকা গ্ৰহণ কৰিছিল।

নলবাৰী কলেজ প্ৰতিষ্ঠাতাসকলৰ ভিতৰত ডাঃ হৰেকৃষ্ণ গোস্বামী, প্ৰভাত চন্দ্ৰ গোস্বামী আৰু হৰিচৰণ পাঠকৰ নাম বিশেষভাৱে উল্লেখযোগ্য। এসময়ত অসমৰ এক আগশাৰীৰ কলেজ হিচাপে স্বীকৃত নলবাৰী কলেজৰ এগৰাকী অগ্ৰপাংক্তেয় প্ৰতিষ্ঠাতা হোৱাৰ আৰু পৰৱৰ্তী কালত দীৰ্ঘদিন এই অনুষ্ঠানটিৰ পৰিচালনাত নেতৃস্থানীয় ভূমিকা গ্ৰহণ কৰাৰ সুযোগ আৰু সুবিধা পোৱা বাবে

ডাঃ গোস্বামীয়ে গৌৰৱ অনুভৱ কৰিছিল। এই সংক্রান্তত তেখেতে 'মোৰ জীৱনত এভুমুকি' নামৰ আত্মজীৱনীত লিখিছে—

'আমাৰ জীৱনৰ আন এটা উল্লেখযোগ্য কীৰ্তিস্তম্ভ ১৯৪৫ চনত আনুষ্ঠানিকভাৱে প্রতিষ্ঠিত নলবাৰী কলেজ। ...নলবাৰী কলেজ আমাৰ জীৱনৰ সাধনাৰ ধন।'' স্ত্রী শিক্ষা প্রসাৰৰ প্রতি ডাঃ গোস্বামীয়ে বিশেষ গুৰুত্ব আৰোপ কৰিছিল। তাৰেই প্রমাণ হ'ল ১৯৫১ চনত স্থাপিত 'নলবাৰী গার্লছ্ হাইস্কুল।'

মাথোঁ শিক্ষানুষ্ঠানেই নহয় নলবাৰী সাহিত্য সমাজ, লেখক সংঘ, নলবাৰী নাট্য মন্দিৰ, পূর্বভাৰতী, গীতাশ্রী সঙ্গীত বিদ্যালয় আৰু এনে ধৰণৰ অনেক সাহিত্য-সংস্কৃতিমূলক অনুষ্ঠানৰ লগত ডাঃ গোস্বামীৰ নিবিড় সম্পৰ্ক আছিল। তেখেতে সাহিত্য-সংস্কৃতিৰ বিকাশত আগ্রহী লোকক উৎসাহ-উদ্দীপনা যোগোৱাত আগৰণুৱা আছিল।

১৯৩৮ চনত নলবাৰী টাউন কমিটি গঠন হোৱাৰে পৰা ডাঃ গোস্বামীৰ কর্মক্ষেত্রই বিস্তৃতি লাভ কৰে। নতুন দেহৰ, বতাহগিলা মৌজাৰ পৰিধি অতিক্রম কৰি তেখেত নলবাৰী টাউন আৰু নলবাৰীৰ এক বৃহৎ অঞ্চলৰ উন্নয়নমূলক কাম-কাজৰ লগত গভীৰভাৱে সম্পৃক্ত হৈ পৰে। ডাঃ গোস্বামী আৰম্ভণিত টাউন কমিটিৰ সদস্য আৰু পৰৱৰ্তী কালত সভাপতি হিচাপে কার্যনির্বাহ কৰিছিল। ১৯৫৩ চনত টাউন কমিটি পৌৰসভালৈ উন্নীত হয়। ডাঃ গোস্বামী ইয়াৰ প্ৰথম সভাপতি হয়। সভাপতিৰূপে তেখেতৰ নেতৃত্বত টাউন কমিটিয়ে উন্নয়নমূলক কেবাটিও উল্লেখযোগ্য কাম সম্পাদন কৰি নলবাৰী ৰাইজৰ প্ৰশংসা বুটলিবলৈ সমৰ্থ হৈছিল। ৰাজহুৱা কাম-কাজত ডাঃ গোস্বামীয়ে নিজকে এনেকৈ নিয়োগ কৰিছিল যে তেওঁ নিজৰ আৰু নিজৰ পৰিয়ালৰ সুখ-সুবিধাৰ প্রতি বিশেষ মনোযোগ দিব পৰা নাছিল। দৰাচলতে ৰাজহুৱা স্বাৰ্থকে সদায় অগ্রাধিকাৰ দিয়া ডাঃ গোস্বামীয়ে সমাজ সেৱামূলক কাম-কাজ কৰি আত্মতুষ্টি আৰু তৃপ্তি অনুভৱ কৰিছিল। সামাজিক কামত সাফল্যবোৰে তেখেতক অভাৱ-অসুবিধাৰ কথা পাহৰাই পেলাইছিল। এই সন্দৰ্ভত ডাঃ গোস্বামীৰ আত্মজীৱনীৰ নিম্ন উদ্ধৃত কথাখিনি প্রণিধানযোগ্য।

"মোৰ জীৱনৰ বেছিভাগ সময় ৰাজহুৱা সামাজিক কামত লিপ্ত থকা বাবেই মোৰ পৰিয়ালৰ ভৱিষ্যতৰ কথা, ল'ৰা-ছোৱালীৰ প্রতি নজৰ কৰিব নোৱাৰা আৰু হাতত জমা ধন নোহোৱা কাৰণেই সময়ে সময়ে আর্থিক নাটনিৰ বাবে পৰিয়ালৰ লোকসকলে মোক দোষ দিয়া...।"

"১৯৩৬ চনত নলবাৰীত ফামেচী কৰি বহাৰে পৰা এনে এটা দিন যোৱা

নাই, যিদিনা মই ৰাজহুৱা কামৰ বিষয়ে আলাপ-আলোচনা কৰা নাই বা কোনোবা নেতৃস্থানীয় ব্যক্তিৰ লগত যোগাযোগ চলোৱা নাই। ৰাজহুৱা কামৰ সুচলৰ কাৰণেই মই নেতৃবৰ্গৰ লগত সততে মধুৰ সম্পৰ্ক ৰক্ষা কৰিবলৈ যত্নপৰ হৈছিলো।"

ডাঃ গোস্বামী আছিল জাতীয় কংগ্ৰেছৰ নেতৃত্বত চলা ভাৰতৰ স্বাধীনতা আন্দোলনৰ এগৰাকী সক্ৰিয় কৰ্মী। ডেকা বয়সতে কংগ্ৰেছত যোগ দিয়াৰে পৰা কংগ্ৰেছ দল আৰু দলৰ আদৰ্শৰ প্ৰতি আমৃত্যু তেখেতৰ আনুগত্য অক্ষুণ্ণ হৈ আছিল। তেখেতে গান্ধীবাদী কংগ্ৰেছী বুলি নিজৰ পৰিচয় দি ভাল পাইছিল আৰু মহাত্মা গান্ধীৰ আদৰ্শৰ প্ৰতিফলন ঘটা দলৰ নীতিসমূহ পালন কৰিবলৈ চেষ্টা কৰিছিল।

ৰাজনৈতিকভাৱে এটি বিশেষ ৰাজনৈতিক দলৰ সক্ৰিয় সদস্য আৰু নেতৃস্থানীয় লোক হিচাপে কাৰ্যনিৰ্বাহ কৰা সত্ত্বেও ডাঃ গোস্বামী অনা ৰাজনৈতিক দলৰ লোকৰো প্ৰিয়ভাজন হৈ আছিল। কাৰণ নিজ দলৰ প্ৰতি আনুগত্য তেখেতে অক্ষুণ্ণ ৰখাৰ প্ৰতি গুৰুত্ব আৰোপ কৰিছিল সঁচা, কিন্তু আন দলৰ প্ৰতি কোনো ধৰণৰ বিদ্বেষ বা শত্ৰু ভাবক কেতিয়াও প্ৰশ্ৰয় দিয়া নাছিল। এই দৃষ্টিৰে ডাঃ গোস্বামীক অজাতশত্ৰু বুলি ক'লেও ভুল কৰা নহ'ব বুলি মই ভাবোঁ।

প্ৰথিতযশা সাহিত্যিক, সমালোচক, নলবাৰী কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ শ্ৰদ্ধেয় ত্ৰৈলোক্যনাথ গোস্বামীদেৱ আছিল সমাজবাদী দলৰ সক্ৰিয় সদস্য। ১৯৫২ চনত অনুষ্ঠিত হোৱা প্ৰথম সাধাৰণ নিৰ্বাচনত অধ্যক্ষ গোস্বামীয়ে কংগ্ৰেছ প্ৰাৰ্থীৰ বিৰুদ্ধে প্ৰতিদ্বন্দ্বিতা কৰিছিল। কিন্তু তৎসত্ত্বেও অধ্যক্ষ গোস্বামীৰ লগত ডাঃ গোস্বামীৰ অতি ঘনিষ্ঠ আৰু মধুৰ সম্পৰ্ক আছিল। ডাঃ গোস্বামীয়ে এপিনে নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থীক সমৰ্থন কৰিছিল, আনপিনে কলেজ পৰিচালনা সমিতিৰ সদস্যৰূপে শিক্ষানুষ্ঠানটিৰ বৃহত্তৰ স্বাৰ্থত কলেজ পৰিচালনাত অধ্যক্ষ গোস্বামীলৈ সম্পূৰ্ণ সহযোগ-সমৰ্থন আগবঢ়াইছিল। লগতে অধ্যক্ষ গোস্বামীৰ নেতৃত্ব আৰু প্ৰেৰণাত গঢ় লৈ উঠা সাহিত্য-সংস্কৃতিমূলক অনুষ্ঠান নলবাৰীৰ সাহিত্য সমাজ, পূৰ্ব ভাৰতী, লেখক সংঘ আদিৰ কাম-কাজতো সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰিছিল। অকুণ্ঠচিত্তে সকলো ধৰণৰ সহযোগ আগবঢ়াইছিল।

ডাঃ গোস্বামীয়ে নিজেই কোৱা মতে বৰ্তমান বিশিষ্ট চিন্তাবিদ শ্ৰীশশী শৰ্মাৰ ১৯৬০ চনত নলবাৰী কলেজত প্ৰবক্তা হিচাপে নিযুক্তিৰ ক্ষেত্ৰত পৰিচালনা সমিতিৰ সদস্য হৈ থকা একাংশ কংগ্ৰেছৰ লোকে শ্ৰীশৰ্মা প্ৰজা

সমাজবাদী দলৰ সক্ৰিয় সদস্য হৈ থকা বাবেই প্ৰবল বিৰোধিতা কৰিছিল। ডাঃ গোস্বামীয়ে কিন্তু ৰাজনৈতিক মতাদৰ্শৰ বিৰোধৰ কথাক গুৰুত্ব নিদি প্ৰবক্তা পদৰ বাবে যোগ্যতাৰ ভিত্তিত শ্ৰীশশী শৰ্মাৰ নিযুক্তিৰ প্ৰতি মুক্ত সমৰ্থন জনাইছিল।

১৯৩৬ চনত হৰেকৃষ্ণ গোস্বামীয়ে মেডিকেল স্কুলৰ পৰা ডাক্তৰী ডিপ্ল'মা লাভ কৰে। পিতৃতুল্য ককায়েক ৺জগৎ গোস্বামীৰ ইচ্ছা আৰু পৰামৰ্শ অনুযায়ী ডাক্তৰৰ চাকৰি নকৰি স্বাধীনভাৱে চিকিৎসা ব্যৱসায়ৰ পাতনি মেলে। এল.টি. ৰ'ডত থকা ৺ঈশ্বৰচন্দ্ৰ বাজাজৰ এটি ঘৰ ভাৰাত লৈ ১৯৩৬ চনতে এটি ফাৰ্মেচী খোলে। ফাৰ্মেচীত এজন ফাৰ্মাচিষ্টৰো নিয়োগ কৰে। এই ফাৰ্মাচীখনটো চিকিৎসা বৃত্তি চলাই নিয়াৰ লগতে ডাঃ গোস্বামী আৰু নলবাৰীৰ এদল সমাজ সচেতন নেতৃস্থানীয় লোকৰ বাবে ৰাজহুৱা আৰু সমাজ সেৱামূলক কাম-কাজৰ আলোচনা-বিলোচনা পৰিকল্পনাৰ কেন্দ্ৰ হৈ পৰে।

ডাঃ গোস্বামী 'ঘোষাৰত্ন'ৰ কবি ৰূপে সুপৰিচিত পৰম বৈষ্ণৱ গোপাল মিশ্ৰৰ বংশধৰ কবিৰত্ন গোপাল মিশ্ৰৰ দ্বাৰা প্ৰতিষ্ঠাপিত খুদীয়া সত্ৰত ১৯০৫ চনৰ ১৫ ফেব্ৰুৱাৰী তাৰিখে তেখেতে জন্ম গ্ৰহণ কৰে আৰু নিজৰ অনুকৰণ কৰ্মৰাজিৰে জীৱনত প্ৰতিষ্ঠা লাভ কৰে। যশস্বী সাহিত্যিক, শিক্ষাবিদ ত্ৰৈলোক্য নাথ গোস্বামীয়ে কৰা নিম্নোক্ত মন্তব্যত ডাঃ গোস্বামীৰ ব্যক্তিত্ব আৰু কৃতিত্বৰ প্ৰোজ্জ্বলৰূপ উদ্‌ভাষিত হৈ উঠিছে।

"গোসাঁই সহজ, সৰল আৰু সহানুভূতিশীল লোক। আনৰ দুখত দুখ পোৱা আৰু আনৰ সুখত সুখ পোৱা, আনন্দ প্ৰকাশ কৰা স্বভাৱ তেওঁৰ বিশেষত্ব। নলবাৰী অঞ্চলৰ উন্নতি কল্পে হাতত লোৱা কাম প্ৰায় সকলোবোৰতে গোসাঁইৰ সমৰ্থন আৰু সহযোগ আছে।"

মানুহ এজন যথাৰ্থতে মানুহ বুলি বিবেচিত হ'ব লাগিলে যিবোৰ গুণৰ অধিকাৰী হোৱাটো প্ৰয়োজনীয়, সেই বিষয়ে ডাঃ গোস্বামীয়ে নিজেই নিজৰ আত্মজীৱনীত স্পষ্টভাৱে কৈছে।

"আমি জীৱ শ্ৰেষ্ঠ মানুহ। আমি উদাৰ, মহৎ আৰু সমাজপ্ৰিয় নহ'লে আমাৰ মনুষ্যত্ববোধ ৰক্ষা পৰিব নোৱাৰে। আপোন স্বাৰ্থৰ ওপৰত ৰাজহুৱা স্বাৰ্থক স্থান দিয়াই আমাৰ মানৱীয় ধৰ্ম।" ডাঃ গোস্বামীয়ে প্ৰকৃত মানুহৰ নিজেই দিয়া পৰিভাষা অনুযায়ী এক প্ৰকৃত মানুহ হোৱাৰ দিশত বহুলাংশে সমৰ্থ হৈছিল।

ডাঃ হৰেকৃষ্ণ গোস্বামীৰ নিচিনা সচেতন সমাজসেৱী, এগৰাকী উদাৰ আৰু সমাজপ্ৰিয় সৎ লোকৰ বিভিন্ন সময়ত নিকট সান্নিধ্যলৈ অহাৰ সুবিধা আমি পাইছিলো। তেখেতৰ চেনেহেৰে ধন্য হোৱাৰ সুযোগ আমি লাভ কৰিছিলো। এয়া

নিশ্চয় আমাৰ বাবে এটি সৌভাগ্যৰ কথা। আমি আজিও ইয়াৰ বাবে গৌৰৱান্বিত। আজিও সেই অনুপম ক্ষণবোৰৰ স্মৃতিয়ে আমাৰ মনত বিমল আনন্দৰ উদ্রেক কৰে।

ডাঃ গোস্বামীৰ জন্ম শতবাৰ্ষিকীত পুণ্যালোকত তেখেতৰ প্ৰতি একাঁজলি হিয়াভৰা শ্ৰদ্ধাঞ্জলি নিবেদিছোঁ।

---

লেখক, সাংবাদিক শ্ৰীজৈন নলবাৰী বাণিজ্য মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। সংবাদসেৱী আৰু সুলেখক।

# এক অনন্য ব্যক্তিত্ব ডাঃ হৰেকৃষ্ণ গোস্বামী

**ত্ৰিকেন দাস**

বিংশ শতিকাৰ ৪০ ৰপৰা ৭০ দশকত নলবাৰীত কেইজনমান বিশিষ্ট সমাজকৰ্মীৰ নাম উল্লেখ কৰিবলৈ হ'লে ডাঃ হৰেকৃষ্ণ গোস্বামী অন্যতম আছিল। প্ৰকৃত গান্ধীবাদী ডাঃ গোস্বামী অতি সৰল অন্তঃকৰণৰ ভলভলীয়া স্বভাৱৰ আছিল। সদায় ধকধকীয়া খদ্দৰৰ সূতাৰ কাপোৰ পৰিধান কৰা ডাঃ হৰেকৃষ্ণ গোস্বামী সম্ভ্ৰান্ত পৰিয়ালত জন্ম গ্ৰহণ কৰিও দুখীয়াৰ বন্ধু আছিল। সেই সময়ত নলবাৰীত মাত্ৰ তিনি-চাৰিজনমান ডাক্তৰে চিকিৎসা সেৱা আগবঢ়াইছিল— সেইসকলৰ ভিতৰত ডাঃ হৰেকৃষ্ণ গোস্বামী অন্যতম আছিল। আজিৰ দৰে বিভিন্ন বিভাগৰ উন্নত চিকিৎসাৰ ব্যৱস্থা নাছিল। সেই সময়ত সেইসকলে আজিৰ দৰে Medicine, Surgery, ENT, Gynaecology আদি সকলো বিভাগৰে চিকিৎসা কৰিছিল। এটা অতি পুৰণি চামৰাৰ বেগ আৰু এখন চাইকেল লৈ দোভাগ ৰাতি হ'লেও ডাঃ গোস্বামী ৰোগীৰ ঘৰত হাজিৰ হৈছিল। বহুত সময়ত বিনা পইচাইও চিকিৎসা সেৱা আগবঢ়াইছিল।

ডাঃ গোস্বামী প্ৰকৃত গান্ধীবাদী আদৰ্শৰ কংগ্ৰেছী লোক আছিল। সেই সময়ত নিৰ্বাচন আজিৰ দৰে নাছিল। কংগ্ৰেছৰ জিলা পৰ্যায়ত সংগঠনৰ কেইটামান খুটি আছিল। নিৰ্বাচনৰ প্ৰাৰ্থীসকলে নিৰ্বাচনত দুই-এখন মিটিং কৰি সেই খুটিকেইটাক মাত লগাই নিৰ্বাচনৰ প্ৰচাৰ শেষ কৰিছিল—যেনে বতাহগিলা মৌজা আৰু উত্তৰ অঞ্চলৰ বাবে ডাঃ হৰেকৃষ্ণ গোস্বামী, নতুন দেহৰ আৰু পশ্চিম বতাহগিলা মৌজাৰ বাবে কনক চন্দ্ৰ বৰ্মা, খাতা মৌজাৰ বাবে হৰিচৰণ পাঠক আৰু বাহজানী মৌজাৰ বাবে শ্ৰীমান প্ৰফুল্ল গোস্বামী অন্যতম আছিল। তেখেতসকলৰ নিৰ্দেশত সকলো স্থানীয় নেতা-পালিনেতাই নিৰ্বাচনত নামি পৰিছিল। টকা-পইচাৰ কোনো কথা নাছিল।

ডাঃ হৰেকৃষ্ণ গোস্বামী অন্যতম সমাজসেৱক আছিল—তেখেতৰ নেতৃত্বত নলবাৰী চহৰ আৰু ইয়াৰ আশে-পাশে কেইবাখনো শিক্ষানুষ্ঠান গঢ় লৈ উঠিছিল। আজিৰ নলবাৰী কলেজৰ মুখ্য প্ৰতিষ্ঠাপকসকল আছিল—ডাঃ ৺হৰেকৃষ্ণ গোস্বামী, ৺হৰিচৰণ পাঠক আৰু ৺প্ৰভাত চন্দ্ৰ গোস্বামী। সেই সময়ত

নলবাৰীৰ দৰে এখন অনুন্নত ঠাইত এখন কলেজ পাতিবলৈ প্ৰয়াস কৰাটো কিমান কষ্টকৰ আছিল তাক অনুমান কৰাটো সহজ নহয়। এই তিনিওজন ব্যক্তিয়ে যথেষ্ট শাৰীৰিক, মানসিক কষ্ট কৰি এই কষ্টসাধ্য কাম সফল কৰিবলৈ সক্ষম হৈছিল। তিনিওজনে কলেজ প্ৰতিষ্ঠাৰ বাবে গোটেই নামনি অসমত চাঁদা সংগ্ৰহৰ বাবে ঘূৰি ফুৰিছিল। ৺হৰিচৰণ পাঠকদেৱে কোৱা মতে এবাৰ কলেজৰ affiliationৰ বাবে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইন্সপেক্টৰ অহাত তেখেতক গুৱাহাটীত থৈ আহিব লগা হোৱাত এখন ভগা ট্ৰাকত খালী মিঠাতেলৰ টিনৰ ওপৰত ৺ডাঃ গোস্বামী আৰু ৺হৰিচৰণ পাঠক উঠি গৈছিল। আগৰ চিটত ড্ৰাইভাৰৰ লগত ৺প্ৰভাত চন্দ্ৰ গোস্বামী আৰু ইন্সপেক্টৰ বহিছিল (সেই সময়ত নলবাৰীত কোনো সৰু মটৰ নাছিল)। পথত ৰছী ছিঙি ডাঃ গোস্বামী আৰু পাঠকদেৱ খালত পৰি কোনোমতে প্ৰাণ ৰক্ষা কৰিছিল।

ডাঃ হৰেকৃষ্ণ গোস্বামীৰ জন্ম শতবাৰ্ষিকীত আজি তেখেতক শ্ৰদ্ধা-ভক্তিৰে সোঁৱৰিছো। তেখেতৰ কৰ্মৰাজিৰ বৈচিত্ৰ নৱ প্ৰজন্মৰ প্ৰেৰণাৰ উৎস হওঁক।

---

শ্ৰীদাস প্ৰাক্তন অধ্যাপক নলবাৰী কলেজ, প্ৰাক্তন সভাপতি নলবাৰী জিলা কংগ্ৰেছ (ই), বিশিষ্ট ক্ৰীড়া সংগঠক আৰু সমাজকৰ্মী।

# লোকসেৱক ডাঃ গোস্বামীদেৱৰ সোঁৱৰণত

**নগেন দত্ত**

আমাৰ গুৰুস্বৰূপ লোকসেৱক ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱক আধুনিক নলবাৰী নিৰ্মাতাসকলৰ ভিতৰত অন্যতম বুলি ক'লেও অত্যুক্তি কৰা নহয়। আমি জনাত শ্ৰদ্ধেয় গোস্বামীদেৱ নলবাৰী চহৰকে ধৰি ইয়াৰ আশে-পাশে থকা গাঁওসমূহৰ জনসাধাৰণৰ লগত ওতঃপ্ৰোতভাৱে জড়িত আছিল। এই বৃহৎ অঞ্চলৰ সামাজিক, অৰ্থনৈতিক, শৈক্ষিক আৰু ৰাজনৈতিক বাতাবৰণ উন্নত কৰাই আছিল তেখেতৰ জীৱনৰ মুখ্য উদ্দেশ্য। আধ্যাত্মিক দিশতো যাতে এই অঞ্চলৰ জনসাধাৰণে বিকাশ লাভ কৰিব পাৰে, তাৰ প্ৰতিও তেখেত সদা সচেতন আছিল। নলবাৰী অঞ্চলৰ শিক্ষাৰ প্ৰসাৰণৰ ক্ষেত্ৰত তেখেতৰ অৱদান অতুলনীয়। নলবাৰী কলেজ প্ৰতিষ্ঠা আৰু বিকাশৰ ক্ষেত্ৰত গোস্বামীদেৱৰ অৰিহণা লেখত ল'বলগীয়া। তেনেদৰে নলবাৰী সংস্কৃত কলেজ, নলবাৰী কমাৰ্চ কলেজ, নলবাৰী আইন কলেজ, দেৱীৰাম পাঠশালা, নলবাৰী ছোৱালী হাইস্কুল, নলবাৰী নাট্য মন্দিৰ, শ্ৰীশ্ৰীহৰি মন্দিৰ, নলবাৰী পৌৰসভা আদি অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত গোস্বামী ডাঙৰীয়া নিবিড়ভাৱে জড়িত আছিল।

তেখেত ৰাজনীতিৰ লগতো ওতঃপ্ৰোতভাৱে জড়িত আছিল। আমি জনাত তেখেত আছিল এজন নিভাঁজ আজীৱন কংগ্ৰেছী আৰু স্বাধীনতা সংগ্ৰামী। অসমৰ মহান কংগ্ৰেছী নেতাসকলৰ লগত তেখেতৰ সম্পৰ্ক আছিল অতি ঘনিষ্ঠ। তেখেত আছিল এজন সুচিকিৎসক। অকল অৰ্থ উপাৰ্জনেই তেখেতৰ চিকিৎসাবৃত্তিৰ লক্ষ্য নাছিল—তেখেতৰ লক্ষ্য আছিল দুখীয়া-নিচলা, সৰ্বসাধাৰণ লোকৰ প্ৰতি সেৱা আগবঢ়োৱা। মানৱ সেৱাই আছিল তেখেতৰ জীৱনৰ ব্ৰত। সেইবাবেই হয়তো এজন সুচিকিৎসক হৈয়ো অৰ্থনৈতিক দিশত মুঠেও টনকিয়াল হ'ব পৰা নাছিল আৰু সৰ্বসাধাৰণ লোকৰ দৰেই সৰল-সহজ জীৱন-যাপন কৰিব লগাত পৰিছিল। কিন্তু ইচ্ছা কৰিলে, এজন সুচিকিৎসক হিচাপে যথেষ্ট ধন ঘটাৰ সুযোগ ল'ব পাৰিলেহেঁতেন। তাকে নকৰি পৰিয়ালৰ ভৰণ-পোষণৰ বাবে বৰপুত্ৰ শ্ৰীভুবন চন্দ্ৰ গোস্বামীদেৱক শিক্ষকতা বৃত্তিত নিয়োগ কৰিবলগীয়া হৈছিল। শ্ৰীগোস্বামীও এজন সৰবৰহী সমাজ সচেতক।

এনেহেন ব্যক্তি এগৰাকীক কেনেকৈ নলবৰীয়া ৰাইজে পাহৰিব? আজি নলবৰীয়া ৰাইজে আমাৰ পিতৃস্বৰূপ ডাঃ গোস্বামীদেৱৰ জন্মশতবাৰ্ষিকী উদ্‌যাপন কৰিবলৈ লৈছে। ই অতি আদৰণীয় হৈছে। ইয়ে গোস্বামীদেৱৰ কৰ্মময় জীৱনৰ স্মৃতিচাৰণ কৰাত আমালৈ সুযোগ কঢ়িয়াই আনিছে। তেখেতৰ বৰ্ণিল কৰ্মময় জীৱন উঠি অহা যুৱচামৰ বাবে কৰ্মপ্ৰেৰণাৰ উৎস হিচাপে যে কাম কৰিব তাত সন্দেহ থাকিব নোৱাৰে।

আমি যেতিয়া স্কুলীয়া ছাত্ৰ আছিলো, নলবাৰী হাটখোলাত থকা এখন ফাৰ্মাচী আমাৰ চকুত পৰিছিল। বোধহয় ফাৰ্মাচীখনৰ নাম আছিল 'লক্ষ্মী ফাৰ্মাচী'। ইয়াতেই দেখিবলৈ পাইছিলো এগৰাকী সুন্দৰ চেহেৰাৰ খদ্দৰৰ ধুতি-চোলা পৰিহিত ডাক্তৰ। জানিব পাৰিছিলো যে এখেতেই আছিল দুখীয়াৰ বন্ধু সু-চিকিৎসক ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱ। মোৰ পিতৃদেৱ 'পিত্ত'ৰ অসুখত ভুগিছিল। কম পইচাত চিকিৎসা কৰিছিল বাবে মোৰ পিতৃদেৱেও তেখেতৰ ওচৰত চিকিৎসা কৰিছিল—আমি আছিলো অতি দুখীয়া মানুহ। ময়ো পিতৃদেৱৰ লগত তেখেতৰ ফাৰ্মাচীলৈ যোৱা মনত পৰে।

তেখেতৰ ফাৰ্মাচীত কেইগৰাকীমান বিশিষ্ট ব্যক্তি প্ৰায়েই বহা আমাৰ চকুত পৰিছিল। তেখেতসকল আছিল অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, সু-সাহিত্যিক ত্ৰৈলোক্য নাথ গোস্বামী চাৰ নলবাৰী কলেজৰ তেতিয়াৰ উপাধ্যক্ষ প্ৰভাত চন্দ্ৰ গোস্বামী চাৰ, হৰিচৰণ পাঠকদেৱ, সুৱৰ্ণসেন বৰকাকতী চাৰ, ত্ৰৈলোক্য শৰ্মা চাৰ আদি। ধাৰণা হৈছিল তেখেতসকলে তাত বহি বোধহয় নলবাৰীৰ ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক বা শৈক্ষিক আদি বিষয়ৰ ওপৰত চিন্তা-চৰ্চা কৰিছিল।

আমি জনাত শ্ৰদ্ধেয় গোস্বামীদেৱ অকল নলবাৰী চহৰৰেই নহয়, ইয়াৰ আশে-পাশে থকা বহু শিক্ষানুষ্ঠানৰ পৰিচালনা সমিতিৰ সদস্য বা সভাপতি হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। আমাৰ কৰ্মস্থলী দেৱীৰাম পাঠশালাৰো পৰিচালনা সমিতিৰ সদস্য বা সভাপতি হিচাপে তেখেতে বহুবাৰ সেৱা আগবঢ়াইছিল। এই শিক্ষানুষ্ঠানসমূহৰ লগতে তাত কাম কৰা শিক্ষক-কৰ্মচাৰীসকলৰ উন্নয়নকল্পে সদায়ে তেখেত যত্নবান হোৱা আমাৰ দৃষ্টিগোচৰ হৈছিল। আমি বিদ্যালয়ত ছাত্ৰ হিচাপে পঢ়ি থাকোতে বা শিক্ষক-কৰ্মচাৰী হিচাপে কাম কৰি থাকোতেও তেখেতক প্ৰায়েই বিদ্যালয়ৰ বঁটা বিতৰণী সভালৈ আমন্ত্ৰণ কৰি অনা হৈছিল। তেখেতে সদায়ে ছাত্ৰসকলক বিভিন্ন উদাহৰণেৰে, নীতি কথাৰে বা সাধু কথাৰে বক্তব্য দাঙি ধৰি পঢ়ি-শুনি কেনেকৈ ডাঙৰ মানুহ হ'ব পাৰি তাৰে অনুপ্ৰেৰণা

যোগাইছিল। তেখেতে ছাত্ৰসকলক কৈছিল, "তোমালোকে শিক্ষা গুৰুক শ্ৰদ্ধা-ভক্তি কৰিবা আৰু একান্তমনে অধ্যয়ন কৰিবা, তেতিয়া ডাঙৰ মানুহ হ'ব পাৰিবা। "গুৰু ভক্তি অবিহনে কোনো ছাত্ৰই জীৱনত উন্নতি কৰিব নোৱাৰে," তেখেতে কৈছিল। তেখেতৰ এই নীতি শিক্ষাবোৰে আমাকো যথেষ্ট অনুপ্ৰাণিত কৰিছিল আৰু জীৱনত প্ৰভাৱ পেলাইছিল। সেয়েহে আমিও তেখেতৰ ওচৰত ঋণী।

আজি জন্মশতবাৰ্ষিকী উদ্‌যাপনৰ পৱিত্ৰ ক্ষণত তেখেতক শ্ৰদ্ধাৰে সুঁৱৰিছো। তেখেতৰ স্মৃতি আমাৰ মাজত যুগমীয়া হৈ ৰওঁক—এয়ে কামনা। ❑

---

শ্ৰীদত্ত নলবাৰী দেবীৰাম পাঠশালা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ভাৰপ্ৰাপ্ত অধ্যক্ষ আৰু সাহিত্যানুৰাগী ব্যক্তি।

# নলবাৰীৰ অন্যতম নির্মাতা ডাঃ হৰেকৃষ্ণ গোস্বামী

**চিৰঞ্জীৱ জৈন**

শ্ৰদ্ধেয় ডাঃ হৰেকৃষ্ণ গোস্বামী আছিল গভীৰ দেশাত্মবোধেৰে উদ্বুদ্ধ এক উদাৰমনা ব্যক্তি আৰু আধুনিক নলবাৰীৰ নির্মাতাসকলৰ এজন। তেখেতৰ ব্যক্তিত্বত প্রতিভাত হৈছিল প্রাচীন ভাৰতীয় সংস্কৃতি তথা বিজ্ঞানকেন্দ্রিক আধুনিক মনৰ মণিকাঞ্চন সংযোগ।

ডাঃ গোস্বামীৰ কথা মনত পৰিলে চাৰি-পাঁচ দশক আগৰ নলবাৰীৰ চিত্র মনত ভাহি উঠে। নলবাৰীত তেতিয়া বিৰাজ কৰিছিল এক স্পন্দিত পৰিবেশ। শ্ৰদ্ধেয় ত্ৰৈলোক্যনাথ গোস্বামীৰ নেতৃত্বত শিক্ষা, সাহিত্য-সংস্কৃতিৰ এক পৰিমণ্ডল গঢ়ি উঠিছিল। প্রয়াত প্রভাত চন্দ্র গোস্বামী, উমাকান্ত শর্মা, দেবেন্দ্র নাথ ভট্টাচার্য, আচার্য মনোৰঞ্জন শাস্ত্রী ইত্যাদি শিক্ষাবিদসকল, প্রভাত নাৰায়ণ চৌধুৰী, ডাঃ হৰেকৃষ্ণ গোস্বামী, হৰিচৰণ পাঠক প্রমুখ্যে সংগঠক তথা সমাজকর্মীসকল বিভিন্ন দিশত নলবাৰীক আগুৱাই নিয়াৰ বাবে অহৰহ প্রয়াস কৰিছিল। বিভিন্ন ৰাজনৈতিক দলৰ সদস্য হ'লেও ৰাজহুৱা উন্নয়নৰ কামত এখেতসকলে ঐক্যবদ্ধভাৱে কাম কৰি ভাল পাইছিল।

হাটখোলা পুখুৰীপাৰত অনুষ্ঠিত বিভিন্ন ৰাজনৈতিক দলৰ সভাবোৰো আছিল অতিপ্রাণৱন্ত। হেম বৰুৱা, গৌৰীশংকৰ ভট্টাচার্য, বিশ্ব গোস্বামী, উমা শর্মা, তৰুণসেন ডেকা, বদন চন্দ্র তালুকদাৰ, নৰেন দত্ত, ইত্যাদি বিভিন্ন দলৰ নেতাসকলৰ ভাষণে আমাৰ ৰাজনৈতিক চেতনাক জীপাল কৰি তুলিছিল। জীৱন শিল্পী আদ্য শর্মা, সংগীতজ্ঞ জমিৰুদ্দিন আহমেদ আদিয়ে কলা-সংস্কৃতিৰ ক্ষেত্র প্রাণৱন্ত কৰি ৰাখিছিল। সেই সময়ত শিক্ষা, সাহিত্য তথা সামাজিক কামত ব্ৰতী শ্রীযুত জগন্নাথ চক্রবর্ত্তী চাৰেও তৰুণ প্রজন্মক অশেষ উৎসাহ যোগাইছিল। যেনেদৰে শিক্ষাগুৰু শ্রীযুত হৰেশ্বৰ বর্মনদেৱ, শশিভূষণ চৌধুৰীদেৱেও ছাত্র সমাজৰ মাজত একোডোখৰ শ্ৰদ্ধাৰ ঠাই উলিয়াই লৈছিল। নলবাৰী মহাবিদ্যালয়ৰ ইংৰাজী প্রবক্তা কুবেৰ নাথ ৰায় ছাৰ আছিল এজন প্রখৰ

প্ৰতিভাসম্পন্ন ব্যক্তি। আধুনিক হিন্দী নিবন্ধকাৰৰূপে তেওঁ সৰ্বভাৰতীয় স্বীকৃতি লাভ কৰিবলৈ সক্ষম হৈছিল। সাহিত্যৰ গভীৰ তত্ত্ববোৰৰ সতে তেখেতে আমাক চিনাকি কৰি দিছিল। প্ৰয়াত ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ স্মৃতিচাৰণৰ বেলিকা প্ৰাসংগিকভাৱে এই স্মৰণীয় ব্যক্তিসকলৰ কথা আজি আমাৰ মনলৈ আহিছে। সেই সময়ৰ স্মৰণীয়বোৰৰ ভিতৰত গোলাপ ডেকাৰ চাহ দোকানৰ কথাও উল্লেখ কৰিব লাগিব। কিয়নো বিভিন্ন স্তৰৰ ব্যক্তিসকলৰ মিলন স্থল আছিল এই চাহ দোকানখন।

মোৰেই সৌভাগ্য প্ৰথিতযশা সাহিত্যিক তথা নলবাৰী কলেজৰ অধ্যক্ষ শ্ৰদ্ধেয় ত্ৰৈলোক্যনাথ গোস্বামী ছাৰৰ বিশেষ স্নেহভাজন হ'বলৈ সক্ষম হৈছিলোঁ। বিভিন্ন সভা-সমিতিত তেখেতে আমাক লগত লৈ গৈছিল। কোনো এটা শুভ ক্ষণত তেখেতৰ জৰিয়তে প্ৰথমে চিনাকি হলোঁ নলবাৰীৰ অন্যতম নিৰ্মাতা ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ লগত।

কি যে এক মৰমসনা চাৱনি, কি যে গভীৰ আত্মীয়তা। আমাৰ বয়সত প্ৰায় অৰ্দ্ধশতিকাৰ ব্যৱধান। তথাপি তেখেতৰ অনুৰাগসিক্ত আলাপে ভাঙি দিলে বয়সৰ প্ৰাচীৰ। তেখেত যেন বহু দিন আগৰ চিনাকি।

নলবাৰী, অসম তথা ভাৰতবৰ্ষৰ উন্নতিয়েই আছিল তেখেতৰ স্বপ্ন। মুক্তি সংগ্ৰামী ডাঃ গোস্বামীৰ চিন্তা-চৰ্চাক উদ্বুদ্ধ কৰিছিল জাতিৰজনক মহাত্মা গান্ধীৰ দৰ্শনে। তেখেতে গভীৰভাৱে উপলব্ধি কৰিছিল যে অঞ্চলবিশেষৰ উন্নতি অবিহনে ৰাষ্ট্ৰীয় উন্নতি হ'ব নোৱাৰে। নলবাৰীত উচ্চ শিক্ষাৰ বিকাশৰ বাবে কলেজ স্থাপনৰ প্ৰয়োজনীয়তাৰ কথা সকলোৱে উপলব্ধি কৰিছিল।

নলবাৰী কলেজৰ নিৰ্মাণত প্ৰভাত চন্দ্ৰ গোস্বামী ছাৰ, ডাঃ হৰেকৃষ্ণ গোস্বামী তথা হৰিচৰণ পাঠকদেৱৰ অৰিহনা আছিল অসাধাৰণ তথা অনন্য। গোস্বামীদেৱৰ ভাষাত—

'নলবাৰী কলেজ আমাৰ জীৱনৰ সাধনাৰ ধন। এইখন কলেজক কেন্দ্ৰ কৰি নলবাৰীত সাহিত্য-সংস্কৃতিৰ বিশিষ্ট পৰিবেশ গঢ় লৈ উঠিছে। কলেজ প্ৰতিষ্ঠাৰ লগে লগে সংগঠিত হৈছিল নলবাৰী সাহিত্য সমাজ। আমি নলবাৰী কলেজ গঢ়িবলৈ লোৱা সময়ত ধন থকা মানুহো আছিল নিচেই কম আৰু কৰ্মীৰ সংখ্যাও আছিল আঙুলিৰ মূৰতেই সীমিত। গাঁওলৈ গৈ চাৰি অনা, আঠ অনাকৈও বৰঙণি সংগ্ৰহ কৰিব লগাত পৰিছিল, ৰেলে, মটৰে হাতত টিন লৈ লৈও আমি বৰঙণি সংগ্ৰহ কৰি ফুৰিছিলোঁ। ৰেলৰ টিকট পৰীক্ষককো আমি ৰেহাই দিয়া নাছিলোঁ।

চিঠি বিলাই ফুৰা ডাক পিয়নো আমাৰ পুঁজি সংগ্ৰহৰ লক্ষ্যৰ পৰা আঁতৰি থাকিব পৰা নাছিল।

আমাৰ আনন্দ যে আমাৰ শ্ৰম সফল হৈছে, নলবাৰী কলেজৰ উত্তৰোত্তৰ সংবৃদ্ধি দেখা পালে আমি পাৰ্থিব দুঃখ-কষ্টৰ মাজতো অপাৰ্থিৱ আনন্দ অনুভৱ কৰি থাকিম।"

উপৰোক্ত কথাখিনিত অভিব্যক্ত হোৱা আত্মীয়তাই যি কোনো ব্যক্তিৰ অন্তৰ স্পৰ্শ কৰিব পাৰে।

নলবাৰী কলেজৰ উপৰিও কেন্দুকুছি এম.ই. স্কুল, কটৰা হাইস্কুল, নাহেৰবাৰী এম. ই. স্কুল, বানেকুছি এম. ই. আৰু হাইস্কুল, বিষ্ণুৰাম মেধি হাইস্কুল, নলবাৰী ছোৱালী হাইস্কুল, বাগানপাৰা হাইস্কুল, টুপলীয়াৰ বাপুজী হাইস্কুল, নলবাৰী ছোৱালী হাইস্কুল ইত্যাদিৰ প্ৰতিষ্ঠা আৰু পৰিচালনাত ডাঃ গোস্বামীয়ে মূল্যবান অৰিহনা যোগাইছিল। নলবাৰীৰ অন্যান্য শিক্ষানুষ্ঠান মহেন্দ্ৰনাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়, নলবাৰী বাণিজ্য মহাবিদ্যালয়, নলবাৰী আইন মহাবিদ্যালয়, নলবাৰী বি. এড. কলেজ ইত্যাদিৰ লগতো ডাঃ গোস্বামীয়ে নিজকে জড়িত কৰি ৰাখিছিল। নলবাৰী পৌৰ সমিতিক পৌৰসভালৈ উন্নতি কৰাৰ ক্ষেত্ৰতো ডাঃ গোস্বামীৰ অৰিহনা বিশেষভাৱে উল্লেখযোগ্য। ইয়াৰ উপৰিও নলবাৰী নাট্য মন্দিৰৰ পৰিচালনা সমিতিৰ সম্পাদক তথা সভাপতিৰ পদো ডাঃ গোস্বামীয়ে অলংকৃত কৰিছিল।

১৯৫৫ চনত অসম কলেজ শিক্ষক সংস্থাৰ ৰাজ্যিক সন্মিলন নলবাৰীত অনুষ্ঠিত হৈছিল। ডাঃ গোস্বামীয়ে অতি দক্ষতাৰে অভ্যৰ্থনা সমিতিৰ সভাপতিৰ দায়িত্ব নিৰ্বাহ কৰিছিল। আকৌ ১৯৬৫ চনত অসম সাহিত্য সভাৰ বাৰ্ষিক সন্মিলন নলবাৰীত অনুষ্ঠিত হৈছিল। অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল ত্ৰৈলোক্য নাথ গোস্বামী ছাৰ। সাধাৰণ সম্পাদক আছিল ডাঃ হৰেকৃষ্ণ গোস্বামী আৰু ডাঃ নৃপেন্দ্ৰ মল্ল বুজৰবৰুৱা ডাঙৰীয়া। আতিথ্য আৰু অপ্যায়নৰ বাবে সেই সন্মিলনৰ কথা আজিও বিভিন্ন ব্যক্তিয়ে স্মৰণ কৰে।

নলবাৰী অঞ্চলত বিভিন্ন গ্ৰাম্য চিকিৎসালয় স্থাপন কৰাতো ডাঃ গোস্বামীয়ে অৰিহনা যোগাইছিল। চিকিৎসক হিচাপে তেখেত আছিল অতি জনপ্ৰিয়।

ঐতিহ্যমণ্ডিত খুদিয়া সত্ৰৰ প্ৰতিষ্ঠাপক 'ঘোষাৰত্ন'ৰ প্ৰণেতা কবিৰত্ন গোপাল মিশ্ৰদেৱৰ তেখেত বংশধৰ। কিন্তু ডাঃ গোস্বামীয়ে কেতিয়াও আভিজাত্যৰ প্ৰতি মোহাচ্ছন্ন হোৱা নাছিল। সাধাৰণ মানুহৰ লগত একাত্ম হ'ব

পৰা বিৰল গুণ তেখেতৰ আছিল। তেখেতক অহৰহ আলোড়িত কৰি ৰাখিছিল চিৰন্তন মানবীয় প্ৰমুল্য সমূহে।

ইংৰাজী ভাষাতো ডাঃ গোস্বামীৰ ব্যুৎপত্তি আছিল। আলাপ-আলোচনাৰ মাজত ইংৰাজী বাক্য তেখেতৰ আপোনা-আপুনি নিৰ্গত হৈছিল।

আজি নলবাৰীৰ বিভিন্ন দিশত আগবাঢ়ি গৈছে। কিন্তু ক্ৰমে ক্ৰমে লোপ পাইছে তাহানিৰ আত্মীয়তা। ই যেন এক অন্তৰ্গথিত নগৰ হৈ থকা নাই। নলবাৰীৰ সৰ্বাংগীন উন্নতিৰ বাবে সমূহীয়া প্ৰয়াসৰ যেন কোনো সূত্ৰধাৰ নাই এনে এক অনুভৱ নোহোৱাকৈ নাথাকে। আজি বৰকৈ মনত পৰিছে প্ৰয়াত ত্ৰৈলোক্যনাথ গোস্বামী, প্ৰভাত চন্দ্ৰ গোস্বামী, ডাঃ হৰেকৃষ্ণ গোস্বামী, হৰিচৰণ পাঠক, মহেন্দ্ৰ নাৰায়ণ চৌধুৰী, প্ৰভাত নাৰায়ণ চৌধুৰী ইত্যাদিলৈ।

তেখেতসকলৰ স্থান আজিও যেন ৰিক্ত।

সমূহীয়া চেতনা এতিয়া ছিন্ন-বিচ্ছিন্ন।

জন্ম শতবাৰ্ষিকীত প্ৰয়াত মহাপ্ৰাণ ডাঃ হৰেকৃষ্ণ গোস্বামীলৈ মই নিবেদন কৰিছোঁ গভীৰ শ্ৰদ্ধাঞ্জলি। তেখেতৰ আদৰ্শই নতুন প্ৰজন্মক সামাজিক কামৰ প্ৰতি অনুপ্ৰেৰণা যোগাওঁক। বিচ্ছিন্নতাৰ পৰিবৰ্তে সৃষ্টি হওঁক সমূহীয়া চেতনাৰ স্পন্দিত পৰিবেশ।

---

শ্ৰীজৈন মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়ৰ অধ্যক্ষ। ইংৰাজী, হিন্দী আৰু অসমীয়া ভাষাত সমানে দখল থকা এগৰাকী প্ৰতিভাবান ব্যক্তি।

# জনহিতৈষী ডাঃ হৰেকৃষ্ণ গোস্বামী

**দীপক কুমাৰ ডেকা**

"হৰেকৃষ্ণ"— যাৰ নামেই ঈশ্বৰৰ মাংগলিক প্ৰকাশ। সৰ্বসাধাৰণ নলবৰীয়া ৰাইজে ডাঃ গোস্বামীদেৱক "খুদিয়াৰ গোঁসাই" নামেৰে নামকৰণ কৰিছিল।

আধুনিক নলবাৰী নিৰ্মাণত অগ্ৰণী ভূমিকা গ্ৰহণ কৰাসকলৰ ভিতৰত ডাঃ গোস্বামীদেৱ আছিল বিশেষজন। জনসেৱা, সমাজসেৱা আছিল তেখেতৰ জীৱনৰ প্ৰধান লক্ষ্য। সকলোৰে কল্যাণ সাধন কৰা, ব্যক্তিস্বাৰ্থৰ উৰ্দ্ধত জীৱনৰ বহুল সময় যাপন কৰা এই গৰাকী সমাজ দৰদী আছিল নলবাৰীৰ অতিকে জনপ্ৰিয় ব্যক্তি। নলবাৰীৰ প্ৰতিটো উন্নয়নৰ ক্ষেত্ৰত জীৱনৰ অন্তিম দিনলৈ তেখেতে যি বৰঙণি দি গৈছে আজি ডাঃ গোস্বামীদেৱৰ এক শ বছৰীয়া জন্ম জয়ন্তী বৰ্ষত গভীৰভাবে শ্ৰদ্ধাৰে স্মৰণ কৰিছোঁ তেখেতৰ কৃতিত্বক।

উপনিষদসমূহত থকা উপদেশৰ মৰ্মবাণীত আছে—"সমাজ উদ্ধাৰ কৰা আৰু লোক জীৱনক শুদ্ধ পথে আগবঢ়াই ত্যাগৰ মনোভাৱেৰে কৃতকাৰ্য হোৱা।" ডাঃ গোস্বামীদেৱৰ কাৰ্যাৱলীয়ে আমাক সোঁৱৰাই দিয়ে তেখেতৰ দৰে উদাৰ, সৰল আৰু সহানুভূতিশীল এখন হৃদয়ৰ অধিকাৰী হ'বলৈ কিমান গুণৰ যে আৱশ্যক। তেখেতৰ জীৱন চানেকিয়ে নতুন প্ৰজন্মক প্ৰেৰণা দি গৈছে; প্ৰদৰ্শন কৰি গৈছে ব্যক্তিস্বাৰ্থৰ জীৱনবাসনাতকৈ সমাজ-সেৱাৰ জীৱন কিমান মহীয়ান।

সমাজৰ উন্নয়নমূলক কাম-কাজে, শিক্ষা-সাহিত্য, সংস্কৃতিৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ স'তে আত্মনিয়োগ কৰা ডাঃ গোস্বামী আছিল প্ৰকৃততে এগৰাকী গান্ধীবাদী লোক। মহাত্মা গান্ধীৰ নীতি-দৰ্শনত বিশ্বাস ৰাখি সমাজসেৱাত ব্ৰতী হৈছিল তেখেত। ৰাজনৈতিকভাৱে গণতান্ত্ৰিক মূল্যবোধত গুৰুত্ব আৰোপ কৰিছিল। দেশৰ স্বাধীনতা আন্দোলনৰ নলবৰীয়া নেতা ডাঃ গোস্বামীদেৱৰ জনপ্ৰিয়তা আছিল উৰ্দ্ধিত।

নলবাৰীৰ এগৰাকী দায়িত্ববান সামাজিক লোক গোস্বামীয়ে লিখা-মেলা কৰাৰ লগতে সাহিত্যৰ সাংগঠনিক দিশতো নিবিড়ভাবে সেৱা আগবঢ়াই গৈছে। ১৯৬৫ চনত অসম সাহিত্য সভাৰ নলবাৰী অধিবেশনৰ আদৰণী সমিতিৰ

সম্পাদকৰ দায়িত্ব বহন কৰি নলবাৰী অধিবেশন সফল কৰি তুলিছিল। কিয়নো, সাহিত্যৰ সুগন্ধি সুবাস জন্মস্থানতে লাভ কৰিবলৈ সক্ষম হৈছিল কবিৰত্ন গোপাল মিশ্রদেৱে প্রতিষ্ঠা কৰা খুদিয়া সত্রতে।

দেশ আৰু জাতিৰ হকে জীৱনৰ মূল্যবান সময় অতিবাহিত কৰা ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ জীৱন নিয়োজিত হৈছিল নলবাৰী আৰু ইয়াৰ উপকণ্ঠ অঞ্চলৰ বিভিন্ন অনুষ্ঠান-প্রতিষ্ঠানত। আজিও নলবাৰীৰ সমূহ জনগণে, অনুষ্ঠান-প্রতিষ্ঠানে প্রয়াত গোস্বামীদেৱৰ মহান কৃতিক শ্রদ্ধাৰে সোঁৱৰে।

---

শ্রীডেকা এগৰাগী কবি, সাহিত্য সংস্কৃতিমূলক অনুষ্ঠানত নিবিড়ভাৱে জড়িত।

# গান্ধীবাদী সমাজসেৱক ডাঃ হৰেকৃষ্ণ গোস্বামী

লোহিত চন্দ্ৰ দাস

নলবাৰী চহৰ তথা গ্ৰামাঞ্চলত হাইস্কুলীয়া ছাত্ৰ জীৱনৰে পৰা আৰম্ভ কৰি পৰৱৰ্তী ৰাজনৈতিক মঞ্চলৈ গতি কৰোতে যিসকল সমাজ সচেতন, মানৱপ্ৰেমী, সমাজ সংস্কাৰক ব্যক্তিৰ সংস্পৰ্শলৈ অহাৰ সৌভাগ্য ঘটিছিল সেইসকলৰ ভিতৰত মোৰ পৰম শ্ৰদ্ধাৰ ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱ আছিল অন্যতম।

১৯৩৮-৩৯ দশকৰ তথা ইতিপূৰ্ব্বৰ হিন্দু সমাজৰ অন্যতম সামাজিক সমস্যা অস্পৃশ্যতা মহামাৰী দূৰীকৰণৰ মহাত্মা গান্ধীৰ আহ্বানৰ প্ৰতি সঁহাৰি জনাই যি সকল সমাজসেৱকে নলবাৰী অঞ্চলৰ বিভিন্ন গাঁও-ভূঁই, ধৰ্মীয় সত্ৰ, তীৰ্থস্থান আদিত অনুসূচীত বুলি পৰিগণিত হোৱা সম্প্ৰদায়সমূহৰ নিষিদ্ধ প্ৰবেশৰ বিৰুদ্ধে তীব্ৰ সামাজিক গণসংগ্ৰামৰ সৃষ্টি কৰি বিজয় লাভ কৰা সমাজসেৱকৰ নেতৃবৃন্দৰ ভিতৰত অন্যতম আছিল ডাঃ গোস্বামী, নামডোঙাৰ প্ৰয়াত হেমকুমাৰ মজুমদাৰ, জাপাৰকুছিৰ ৺হৰিচৰণ পাঠক, চ'কবজাৰ অঞ্চলৰ ৺বালি পিয়ন, বৰমাৰ ৺বি, কে ভাণ্ডাৰী, ৰঙাফালি আশ্ৰমৰ প্ৰতিষ্ঠাপক ৺ঘনশ্যাম গোস্বামী, গেৰুৱা আশ্ৰমৰ প্ৰতিষ্ঠাপক শ্ৰীদ্বাৰিকা বৰুৱা, বাহজানীৰ ৺কৃষ্ণ শৰ্মা, নলবাৰী চহৰৰ সদ্য বিঘোৰিত ৯ নং ওৱাৰ্ডৰ (ইয়াৰ দুঃখজনক ঘৃনিত কথাটো নকও) সোনপুৰৰ ৺ৰমেশ দাস, ৺হৰিমোহন দাস, মুক্তি যোদ্ধা ৺পুৰাৰাম দাস, মুক্তি যোদ্ধা ৺যজ্ঞৰাম দাস, সঙ্গীতজ্ঞ, ৺হেমন্ত দাস আদি। আন দুগৰাকী অস্পৃশ্যতা বিৰোধী সংগ্ৰামৰ আগৰণুৱা নেতা আছিল—৺প্ৰভাত নাৰায়ণ চৌধুৰী, ডাঃ গিৰিশ চন্দ্ৰ চৌধুৰী।

অস্পৃশ্যতা মহামাৰী লক্ষণসমূহ আছিল, মঠ-মন্দিৰ, চাহ-দোকান, ভাতৰ হোটেল আদিত প্ৰবেশ নিষেধ। চাহ খালেও বাচন ধুব লগা বাধ্যবাধকতা।

উল্লিখিত নেতৃবৃন্দৰ অন্যতম আগৰণুৱা সমাজসেৱক ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে, মোৰ নিজা অভিজ্ঞতাৰ পৰা জনামতে, সদ্যবিঘোষিত সোণপুৰৰ অনুসূচীত নমঃশূদ্ৰ জনগোষ্ঠীৰ মাজত, বিপদ-আপদ সকলো ক্ষেত্ৰতে সহায়-

সহানুভূতিৰ হাত আগবঢ়াইছিল। পৰিবৰ্ত্তি সমাজ ব্যৱস্থাত নিজকে খাপ খুৱাই লোৱাৰ প্ৰয়োজনত উঠি অহা ল'ৰা-ছোৱালীৰ শিক্ষা-দীক্ষাৰ ক্ষেত্ৰত যথেষ্ট অৰিহণা যোগাইছিল। এগৰাকী গৰ্ডনিয়ান ছাত্ৰ হিচাপে ক্লাচ "থ্ৰি"ৰ পৰা ক্লাচ টেনলৈ শিক্ষা গ্ৰহণ কৰা এই লিখকৰ হাফ মাছুল মঞ্জুৰীৰ মূলতে আছিল এইসকল সমাজসেৱকৰ অন্যতম ডাঃ গোস্বামী, প্ৰভাত নাৰায়ণ চৌধুৰী আদি।

সোণপুৰলৈ বেমাৰী চিকিৎসাৰ বাবে অহা সৰবৰাহী ডাক্তৰ আছিল গোস্বামীদেৱ। তেখেতৰ মেডিকেল চায়েন্সৰ প্ৰতি এক অভাবনীয় নিদৰ্শন প্ৰতিভাত হৈছিল। ৰোগী পৰীক্ষাৰ ঔষধ-পাতিৰ "প্ৰেচক্ৰিপচন" দি আহিবৰ সময়ত ফিজ লোৱাৰ পৰিবৰ্তে ২/৪ টকা ৰোগীজনক ফল আদি কিনি খাবলৈ সহায়েহে কৰিছিল।

মই এগৰাকী কমিউনিষ্ট পাৰ্টিৰ কৰ্মী হিচাপে তেখেতৰ খুদীয়া সত্ৰৰ মাটিতে দখলী ৰায়তৰ ভূমিপট্টনৰ অধিকাৰ সাব্যস্ত কৰাৰ আন্দোলন সংঘটিত কৰিছিলোঁ। আচৰিত কথা আমাৰ আন্দোলনৰ ফলস্বৰূপে তেখেত নিজ স্বত্ত্বৰ সত্ৰীয়া মাটিৰ পৰা বঞ্চিত হোৱাৰ অন্ততো আমাৰ প্ৰতি কোনো বিৰূপ ভাব প্ৰকাশ কৰা নাছিল। বৰং বাট-পথে দেখা হ'লে হাঁহিমুখে মাত-কথা দিছিল। মই জনাত নিজ স্বত্ব সত্ৰৰ ভূমিখণ্ডৰ পৰাও আশানুৰূপ ফল লাভ কৰিব পৰা নাছিল। ফলত তেখেতৰ সন্তান-সন্ততি ডাঙৰ-দীঘল হোৱাৰ সময়তে অধিক সমস্যাত ভুগিছিল যদিও হাঁহি মুখে তাক গ্ৰহণ কৰিছিল।

এদিনাখন কমৰেড বিষ্ণুপ্ৰসাদ ৰাভা আৰু মই চহৰত ফুৰি থাকোতে ৰাভাই মোক ক'লে ডাক্তৰ হৰেকৃষ্ণ গোস্বামীৰ ঘৰৰ পৰা আহোঁগে বলা। তেওঁৰ পত্নী আমাৰ তেজপুৰৰে মোৰ ভগ্নী প্ৰতীম। কথামতে গ'লোঁ। সঁচা কথা গোস্বামীদেৱৰ পত্নী পুত্ৰাদিৰ পৰা ৰাভাদেৱে যি সৌজন্য লাভ কৰিলে সি আশাতীত। চিৰজীৱন খদ্দৰ পৰিধান কৰা গান্ধীবাদী, কংগ্ৰেছ দলৰ একান্ত সেৱক গোস্বামীদেৱৰ পৰিয়াল তথা পত্নীয়ে তাৰ বিৰোধী কমিউনিষ্ট দলৰ কৰ্মী তথা নেতাক আদৰ সম্ভাষণ জনালে সেয়েই আমাৰ ঐতিহ্যমণ্ডিত সমাজ গাথনিৰ সুসভ্য জ্ঞানমাৰ্গী সচেতনতাৰ পৰিচয় দিয়ে।

একালৰ দুঃখজনক নামেৰে নামাকৰণ কৰা সদ্য নামঙ্কিত সোণপুৰ নাম হোৱাৰ মূলতে আছিল লিখক, অকন দাস, দেবী দাস। অনন্ত দাসৰ আদিৰ দ্বাৰা সংগঠিত দুৰ্নীতি নিবাৰণী সংঘৰ সভাত লোৱা এক সিদ্ধান্ত। এই সিদ্ধান্তৰ মৰ্মে একালৰ লিখিবলৈ লাজ লগা নামৰ পৰিবৰ্তে ৯নং ৱাৰ্ডৰ অনুসূচিত লোকৰ মাজৰ বাসস্থানৰ নাম থৈছিল সোণপুৰ। এই সভাত উপস্থিতসকলৰ মাজত

আছিল ডাক্তৰ গোস্বামীদেৱ, প্ৰভাত চন্দ্ৰ গোস্বামীদেৱ আৰু হাতেম আলি। লিখক আছিল এগৰাকী পলাতক ৰাজনৈতিক আচামী আৰু সভাৰ উদ্যোক্তা। এই মহান লোকসকলে লিখকৰ গ্ৰেপ্তাৰৰ পৰিবৰ্তে মুক্তিহে কামনা কৰিছিল। শেষত এক দুখজনক অঘটন—জীৱনৰ অন্তিম ক্ষণত ৰুগ্ন দেহেৰে বিশেষ এখন ৰাজহুৱা সভাত নলবাৰীৰ নতুন হাটখোলা পুখুৰীৰ পাৰত সভাপতিত্ব কৰি বক্তৃতা দিবলৈ উঠোতে ঢলি পৰিছিল গোস্বামীদেৱ। সাৱটি ধৰিছিলোঁ মই। গোস্বামীদেৱে ক্লান্ত দেহেৰে কৈছিল—"লোহিত! ৰক্ষা কৰিলা, ন'হলে পৰিলোৱে হয়। গোস্বামীদেৱক মিটিংৰ পৰা ৰুগ্ন দেহেৰে লৈ যোৱা হ'ল। ঘটনাটো দুখ লাগে, চকুপানী ওলাই—কিছুদিন পিছতে গোস্বামীদেৱে নশ্বৰ দেহ ত্যাগ কৰিলে। হে মহান! আপোনাৰ স্মৃতিত আজি আন্তৰিক শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰিলোঁ।

---

শ্ৰীদাস এগৰাকী সমাজ আৰু ৰাজনৈতিক সচেতন ব্যক্তি। সাহিত্যানুৰাগী।

# ডাঃ হৰেকৃষ্ণ গোস্বামী আৰু নলবাৰীৰ স্ত্ৰী শিক্ষাৰ অনুষ্ঠান

**দিপালী দাস**

নলবাৰী চহৰক বিভিন্ন দিশত আগবঢ়াই নিবলৈ চেষ্টা কৰা ব্যক্তিসকলৰ ভিতৰত ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱ আছিল অন্যতম। স্ত্ৰী শিক্ষাৰ উন্নতিৰ বাবে তেখেতসকলে নলবাৰী ছোৱালী হাইস্কুল স্থাপন কৰি তাৰেই প্ৰতিষ্ঠাপক সভাপতিৰ পদ অলঙ্কৃত কৰিছিল। নলবাৰী নাট্য মন্দিৰ, শ্ৰীশ্ৰীহৰি মন্দিৰ আদি অনুষ্ঠানৰ লগতো ওতঃপ্ৰোতভাৱে জড়িত আছিল তেখেত। নলবাৰী আছিল শিক্ষাৰ প্ৰাণকেন্দ্ৰ। লগতে খেলা-ধূলা, সংগীত, নাটক আদিতো ইয়াৰ স্থানীয় লোকসকল যথেষ্ট আগবঢ়া আছিল। ৺মধুৰাম দাস, মণিৰাম দাস, ৺পীৰবক্স আলি আদি লোকসকল এই নলবাৰী চহৰৰ শিক্ষা, খেলা-ধূলা, নাটক, সংগীত আদি বিভিন্ন দিশৰ লগত জড়িত আছিল। ১৯৭৬ চনত মই মঃ নাঃ চৌঃ বালিকা বিদ্যাপীঠত যোগদান কৰোঁ। সেই সময়ত স্কুলত ছাত্ৰীৰ সংখ্যা অতি কম আছিল। কিন্তু শিক্ষকসকল শিক্ষা দানত আছিল অকৃত্ৰিম। ৺বলদেৱ শৰ্মা, ৺ত্ৰৈলোক্য নাথ শৰ্মা প্ৰমুখ্যে কৃতী শিক্ষকসকলৰ তত্ত্বাবধানত সুন্দৰ বাবে পৰিচালিত হৈছিল। দিনে দিনে ই নলবাৰী চহৰৰ বুকুত উজ্বল হৈ উঠিছিল। কিন্তু আমাৰ মাজত সেই সময়ত স্কুলৰ সকলো দিশকে সামৰি সহায়-সহযোগ কৰিছিল ৺ডাঃ হৰেকৃষ্ণ গোস্বামী, ৺হৰিচৰণ পাঠক, ৺উপেন পাটগিৰী আদি স্বনামধন্য লোকসকলে। কোনো দিনে বয়সে বান্ধি ৰাখিব পৰা নাছিল তেখেতসকলক। ডাঃ গোস্বামীদেৱ আছিল এজন সময়ৰ সদ্ ব্যৱহাৰ কৰা লোক। তেখেত নিয়মানুৱৰ্তী, পৰিপাটি, আৰু নিৰ্ভীক আছিল। মুখত বয়সৰ চাপ পৰিলেও সাজ-পোছাকত আছিল বিশেষ ধৰণৰ। পৰিস্কাৰ খদ্দৰৰ ধুতি, চাৰ্ট, জোতা-মোজা পৰিধান কৰি মেল-মিটিঙত নিৰ্দিষ্ট সময়তকৈ পাঁচ-দহ মিনিট আগতে উপস্থিত হৈছিলহি। এইখিনি আজিৰ প্ৰজন্মৰ বাবে অনুকৰণীয়। আমাক বৰ মৰম কৰি, নুবুজা কথাবোৰ নিজে বুদ্ধি আৰু কৌশলেৰে বুজাই দিছিল। আমাৰ বালিকা বিদ্যাপীঠৰ প্ৰতি কামতে অতি আন্তৰিকতাৰে অংশ গ্ৰহণ

কৰিছিল আৰু স্কুলখন সৰ্বাংগসুন্দৰ হোৱাত যথেষ্ট অৰিহণা যোগাইছিল। সভাপতিৰ আসনো অলঙ্কৃত কৰিছিল। তেখেত শিক্ষা-জগত, কলা-সংস্কৃতি সকলো দিশতে পৰিচিত লোক। তেখেতে শিক্ষকসকলক কৈছিল—"ছাত্ৰ-ছাত্ৰীক উৎকৃষ্ট শিক্ষা দান কৰি যি আনন্দ পোৱা যায় তাক বৰ্ণনা কৰিব নোৱাৰি। তোমালোকে সেই বিমল আনন্দ লাভৰ চেষ্টা কৰিবা। ছাত্ৰ-ছাত্ৰীয়েহে বিচাৰ কৰিব তুমি কিমান কৃতকাৰ্য্য হৈছা।" বাৰ্যিক উৎসৱত উপস্থিত থাকি তেখেতে আমাৰ আগত দিয়া এই বহুমূলীয়া ভাষণে আমাৰ মনত দ কৈ সাঁচ বহুৱাইছিল।

তেখেতৰ জীৱন আদৰ্শ নৱ প্ৰজন্মৰ অনুপ্ৰেৰণাৰ উৎস হৈ থাকিব। স্ত্ৰী-শিক্ষাৰ অনুষ্ঠানকেইটাৰ প্ৰতিটো ইটা, প্ৰতিটো বালিৰ কণিকাই তেখেতৰ নাম অমৰ কৰি ৰাখিব।

---

শ্ৰীমতী দাস মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বিদ্যাপীঠৰ শিক্ষয়িত্ৰী আৰু সাহিত্যপ্ৰেমী।

# ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱ ঃ শ্ৰদ্ধাঞ্জলিৰ দুষাৰ

**জিতেন্দ্ৰ নাথ বৰ্মণ**

বগা খদ্দৰৰ ধুতি-পাঞ্জাৱী পৰিহিত ব্যক্তিজন। নলবাৰী কলেজৰ অন্যতম নিৰ্মাতা। কলেজখন প্ৰতিষ্ঠাৰ বাবে বিভিন্নজনৰ পৰা দান-বৰঙণি তোলাত অগ্ৰণী। নলবাৰী কলেজত অধ্যাপনা কৰিবলৈ আহিলোঁ ইং ১৯৬৩ চনৰ এঘাৰ অক্টোবৰত। দেখিলোঁ নলবাৰী কলেজৰ বিভিন্ন সভাত—নবাগত বিদায় সভা, শিক্ষান্ত ছাত্ৰৰ বিদায় সভা, ছাত্ৰাবাসৰ বিভিন্ন সভাত এই বগা খদ্দৰ পৰিহিত ব্যক্তিগৰাকীয়ে বক্তৃতা দিবলৈ থিয় হ'লেই অনুৰোধ আহে—"চাৰ! ইংৰাজীত ভাষণ দিয়ক।" তেখেতেও শলাগি সকলোৰে ইচ্ছানুসৰি ইংৰাজীতে ভাষণ দি সভা জমাই তোলে। এইজনা ব্যক্তিয়ে সকলোৰে প্ৰতি শ্ৰদ্ধাৰ, আদৰৰ 'খুদিয়াৰ গোসাঁই' ডাঃ হৰেকৃষ্ণ গোস্বামী। ছাত্ৰাৱস্থাৰে পৰা আজীৱন গান্ধীবাদী কংগ্ৰেছ কৰ্মী। জাতিৰ পিতা মহামানৱ মহাত্মা গান্ধীৰ আদৰ্শৰ একান্ত অনুগামী। ভাৰতবৰ্ষৰ মুক্তি যুদ্ধৰ অন্যতম নিষ্ঠাবান, নীৰৱ কৰ্মী, শান্তি-সম্প্ৰীতিৰ পূজাৰী, ধৰ্ম নিৰপেক্ষ গণতান্ত্ৰিক চিন্তাৰ ব্যক্তি, ধৰ্মান্ধতা, মতান্ধতাবিহীন সহ অৱস্থান আৰু মিলা-প্ৰীতিৰ পক্ষপাতী, শিক্ষা-সংস্কৃতিৰ অত্যুৎসাহী পূজাৰী, জনগণৰ সেৱাই ধৰ্ম-কৰ্ম মতবাদৰ অনুগামী, অতি সহজ-সৰল, নিৰহংকাৰী। আনৰ দুখত দুখী, আনৰ সুখত সুখী, ধনী-দুখীয়া, সকলোৰে প্ৰতি সহানুভূতিশীল ব্যক্তি গোস্বামীদেৱ।

শৈক্ষিক, সাহিত্যিক, সাংস্কৃতিক, সামাজিক, ৰাজনৈতিক সকলো ক্ষেত্ৰতে নলবাৰী চহৰখন আৰু আশ-পাশৰ বৃহৎ অঞ্চলটোৰ সকলো প্ৰকাৰ উন্নয়নৰ বাবে বন্ধু-বান্ধৱ আৰু ৰাইজৰ লগত মিলি নিষ্ঠা, একাগ্ৰতা আৰু দৃঢ়তাৰে আত্ম নিয়োগ কৰিছিল ডাঃ গোস্বামীয়ে। স্কুল-কলেজ, সাহিত্য সমাজ, লেখক সংঘ, সাংস্কৃতিক নাট্যানুষ্ঠান, সংগীত বিদ্যালয়, নলবাৰী নাট্য মন্দিৰ, গীতশ্ৰী সংগীত বিদ্যালয়—সকলোতে তেখেতৰ অৱদান অতি উল্লেখনীয়। নলবাৰী কলেজখন তেখেতৰ সাধনাৰ ধন বুলি নিজেই কৈছিল। নলবাৰী পৌৰসভাৰ সদস্য

(কমিচনাৰ) আৰু সভাপতি, নলবাৰী কলেজৰ পৰিচালনা সমিতিৰ সদস্য, নলবাৰী নাট্য মন্দিৰ কমিটিৰ সাধাৰণ সম্পাদক আদি বিভিন্ন পদত থাকি সেৱা আগবঢ়াইছিল গোস্বামীদেৱে।

ইং ১৯৬৭ চন। সাধাৰণ নিৰ্বাচন। পশ্চিম নলবাৰী বিধান সভা সমষ্টিৰ বিধায়কৰ বাবে কংগ্ৰেছ দলৰ প্ৰাৰ্থী ডাঃ ভূমিধৰ বৰ্মনদেৱে। কংগ্ৰেছ প্ৰাৰ্থীগৰাকীৰ সপক্ষে নিৰ্বাচনী প্ৰচাৰ চলাবলৈ আৰু ৰাইজক সেইৰূপে ভোট দিয়াৰ বাবে অনুৰোধ জনাবলৈ ডাঃ হৰেকৃষ্ণ গোস্বামী আৰু কনক বৰ্মা দুয়োগৰাকী প্ৰবীন কংগ্ৰেছ নেতাক নলবাৰী চহৰৰ সমীপৰ নতুন দেহৰ মৌজাৰ বিভিন্ন গাঁৱলৈ নিয়াৰ দায়িত্ব মোৰ ওপৰত দিয়া হৈছিল। আমি দেখি আচৰিত হৈছিলো। বিভিন্ন নিৰ্বাচনী সভাত আৰু গাঁৱে-ভূঞে বিভিন্ন সম্প্ৰদায়ৰ হিন্দু, বড়ো, মুছলমান—সকলো লোকে ডাঃ গোস্বামীদেৱক সেৱা জনাই তেখেতৰ নিৰ্দেশ মতে কংগ্ৰেছ প্ৰাৰ্থী ডাঃ ভূমিধৰ বৰ্মনদেৱক ভোট দি জয়যুক্ত কৰিম বুলি প্ৰতিশ্ৰুতিবদ্ধ হৈছিল। ডাঃ গোস্বামীদেৱৰ প্ৰতি ধনী-দুখীয়া, উচ্চ-নীচ সকলো ৰাইজৰ আস্থা, শ্ৰদ্ধা দেখি মই তবধ মানিছিলোঁ।

নিখিল ভাৰত কংগ্ৰেছ দলৰ দুটা ফৈদ কংগ্ৰেছ (অ') আৰু কংগ্ৰেছ (ই) ৰ মাজত সমন্বয় আৰু মিলন ঘটাবলৈ ১৯৭৮ চনত নলবাৰী ৰাজীৱ ভৱনত (তেতিয়া নলবাৰী জিলা কংগ্ৰেছ কমিটিৰ কাৰ্যালয়ত) এখন সভাৰ আয়োজন কৰা হৈছিল। সভাপতি পতা হ'ল ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱক। তেখেতৰ আবেগিক মনোগ্ৰাহী ভাষণে কংগ্ৰেছ দলৰ দুয়োটা ফৈদক একত্ৰিত কৰিলে। প্ৰস্তাৱ যোগে সিদ্ধান্ত গ্ৰহণ হ'ল সৰ্বসন্মতিক্ৰমে। গোসাঁইদেৱৰ আহ্বানৰ প্ৰতি সঁহাৰি জনাই তেখেতৰ প্ৰতি ৰাইজে দেখুওৱা শ্ৰদ্ধা-সন্মান প্ৰত্যক্ষ কৰি তেখেতৰ প্ৰতি মূৰ দো খাইছিল।

ইং ১৯৭৭ চনত নলবাৰী কলেজৰ ৰসায়ন বিভাগত অধ্যাপক হিচাপে যোগ দিবলৈ আহিল লামডিঙৰ পৰা শ্ৰীশিৱনাথ মুখাৰ্জী। তেওঁ নিৰাপদ বাসগৃহ বিচৰাত তদানীন্তন কলেজ অধ্যক্ষ প্ৰয়াত উমাকান্ত শৰ্মাই বাসগৃহৰ দায়িত্ব ল'ব নোৱাৰোঁ বোলাত শ্ৰীমুখাৰ্জী, ৰসায়ন বিভাগৰ মুৰব্বী অধ্যাপক আমাৰ ওচৰ চাপিল। আমি তেওঁক কলেজ পৰিচালনা সমিতিৰ অন্যতম সদস্য ডাঃ গোস্বামীৰ ওচৰলৈ লৈ গৈ আদ্যোপান্ত জনালোঁ। ডাঃ গোস্বামীদেৱে লগে লগেই ৰিক্সাত উঠি আমাক লৈ কলেজলৈ আহিল। অধ্যক্ষক দাবী জনালে—শ্ৰীশিৱ নাথ মুখাৰ্জীক কলেজত জইন কৰিবলৈ দি কলেজৰ ছাত্ৰাবাসৰ এটি কোঠালিতে থকাৰ ব্যৱস্থা কৰিব লাগে। যেনে কথা তেনে কাম। উদাৰ হৃদয়ৰ আপোনভোলা

গোসাঁইদেৱৰ এনে বহু তৎকালীন সিদ্ধান্তই বহু সময়ত বহুজনৰ উপকাৰ সাধিছে। অসাধু লোকৰপৰা অৱশ্যে কেতিয়াবা অবাঞ্ছিত ব্যৱহাৰো নোপোৱাকৈ থকা নাছিল। এনেবোৰ কথাত তেখেতে দুখেৰে কৈছিল—"ৰাজনীতিত থাকিলে ফুলৰ মালা আৰু জোতাৰ মালা দুয়োটা পোৱাৰ যোগ থাকে।" জীৱনত মিঠা আৰু সামান্য হ'লেও তিতা-কেঁহা স্বাদ লৈ জীৱনৰ অন্তিম দিনলৈ সদায় দেশৰ, দহৰ মংগল আৰু হিতৰ কথাকেই চিন্তা কৰিছিল ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱে। কোনোদিনেই আনক অশান্তি, দুখ নিদিছিল। আত্মস্বাৰ্থ চিন্তা নকৰি দহৰ ৰাইজৰ স্বাৰ্থহে চিন্তা কৰিছিল।

ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱলৈ পৰম আন্তৰিক শ্ৰদ্ধাৰে তেখেতৰ বিদেহী আত্মাৰ চিৰ শান্তি কামনা কৰিলোঁ।

---

শ্ৰীবৰ্মণদেৱ নলবাৰী কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। সমাজ আৰু ৰাজনীতি সচেতন ব্যক্তি।

# মানৱ প্ৰেমী ডাঃ গোঁসাই

**৺হৰিচৰণ পাঠক**

নলবাৰী নগৰৰ দুমাইল উত্তৰে মহাপুৰুষ দামোদৰ দেৱৰ একান্ত ভক্ত শিষ্য কবিৰত্ন গোপাল মিশ্ৰৰ দ্বাৰা প্ৰতিষ্ঠিত খুদীয়া সত্ৰ মহাপুৰুষীয়া ধৰ্মৰ এখন জনাজাত অনুষ্ঠান। ডাঃ হৰেকৃষ্ণ গোঁসাই এই সত্ৰতে জন্ম লাভ কৰি সত্ৰৰ গৌৰৱ ৰক্ষা কৰি বৈকুণ্ঠধামলৈ গতি কৰিলে। ডাঃ গোঁসাইৰ লগত আমাৰ বন্ধুত্ব গঢ়ি উঠে কলিকতাত। পিছত দুয়োৰে কৰ্মস্থানো হয় নলবাৰী। ডাঃ গোঁসাই চিকিৎসা কৰে—চিকিৎসক, মই আইনজীৱী ওকালতি কৰোঁ। দুয়ো-দুয়োৰে লগা-লগি হোৱা, মিলা-মিচা কৰা সুবিধাও হয় বেছি। ফলত আমাৰ মাজত গঢ়ি উঠে এক প্ৰগাঢ় বন্ধুত্ব। গোঁসাই শেষ নিশ্বাস পেলোৱালৈকে আমাৰ সেই বন্ধুত্ব অটুট আছিল।

বন্ধু হিচাপে ডাঃ গোসাঁইক মই ভালদৰে বুজিব পাৰিছিলোঁ। প্ৰধানকৈ তেওঁ আছিল মানৱ সেৱক, মানৱ প্ৰেমী। তেওঁৰ মানৱ সেৱাৰ দিশ আছিল তিনিটা। ডাঃ গোঁসাইৰ মুখ্যকৰ্ম আছিল চিকিৎসা। চিকিৎসা সেৱাৰ যোগেদি তেওঁ মানৱ সেৱা কৰিছিল, এখন সুন্দৰ সমাজ গঢ়ি তোলাৰ মানসেৰে সামাজিক সেবাৰ যোগেদি মানৱ সেৱাই কৰিছিল আৰু বৌদ্ধিক, সাংস্কৃতিক উৎকৰ্ষণৰ যোগেদি নতুন পুৰুষে যাতে মানৱতাবোধ সম্পন্ন সমাজ গঢ়ি তুলিব পাৰে তাৰ বাবে শিক্ষানুষ্ঠান, সাংস্কৃতিক অনুষ্ঠান প্ৰতিষ্ঠাত অহোপুৰুষাৰ্থ কৰিছিল।

একালত ডাঃ গোঁসাই গাৱে-ভূঞে চিকিৎসা কৰি সুখ্যাতি অৰ্জন কৰিছিল। চিকিৎসা সেৱা নামৰ সেবা তেওঁ গণ্য কৰিছিল। সেই ক্ষেত্ৰত অৰ্থ লাভতকৈও তেওঁৰ মানৱীয় দৰদ আছিল বেছি। ধনী-দুখীয়া সকলোলৈকে তেওঁ সমভাৱে চিকিৎসা সেৱা আগবঢ়াইছিল। ৰাতি বাৰ বজাত ধাৰাসাৰ বৰষুণকো কাটি কৰি কলেৰা ৰোগী চিকিৎসা কৰি চাৰি-পাঁচ মাইল দূৰলৈ যোৱা কথা মই ভালদৰে জানো। চিকিৎসাৰ ক্ষেত্ৰত তেওঁৰ পৰা ধন দিব পৰা ধনী ৰোগীয়ে যি আদৰ পাইছিল ধন দিব নোৱাৰা দুখীয়া ৰোগীয়েও সেই একেই আদৰ পাইছিল। বস্তুতো গৰীব লোকক তেওঁ বিনা পইচাই চিকিৎসা কৰিছিল। তেওঁৰ মানত ৰোগী ৰোগীয়েই—মানুহ; ধনীয়েই হওক বা দুখীয়াই হওক; জীৱনৰ সংকট কালত সহায় কৰা চিকিৎসক হিচাপে কৰ্ত্তব্য। ডাঃ গোঁসাইৰ মানৱ প্ৰেমৰ ই উৎকৃষ্ট নিদৰ্শন।

দুৰ্গম ঠাইৰ বাট-পথ নিৰ্মাণৰ প্ৰচেষ্টাত ব্ৰতী হৈ, ডাক্তৰখানা প্ৰতিষ্ঠাত আগভাগ লৈ, নৈতিক আৰু আধ্যাত্মিক বলেৰে বলীয়ান হবলৈ মন্দিৰ, নামঘৰ, মছ্জিদ নিৰ্মাণত সহযোগিতা আগবঢ়াই তেওঁ মানৱ সেৱাৰ অন্যতম নিদৰ্শন দেখুৱাই গৈছে। বৰ্তমানৰ নলবাৰী নগৰৰ বাট-পথ নিৰ্মাণ, হাট-বজাৰ, মন্দিৰ, মছ্জিদ উন্নয়নত নমাটি ডাক্তৰখানা প্ৰতিষ্ঠাত তেওঁ লোৱা ভূমিকা অনস্বীকাৰ্য। সমাজৰ অন্তৰ্গত লোকৰ হিতাৰ্থে কৰা এনে চিন্তা কৰ্মই তেওঁক মানৱ-প্ৰেমী ৰূপেই প্ৰতীয়মান কৰিছে।

আকৌ, নলবাৰী অঞ্চলত ডাঃ গোঁসাইৰ সহযোগিতা নোহোৱা শিক্ষানুষ্ঠান নাই বুলি ক'লেও বঢ়াই কোৱা নহয়। শিক্ষানুষ্ঠান সমূহৰ নাম উল্লেখ কৰি মোৰ লেখা দীঘলীয়া কৰিব খোজা নাই। কিন্তু এটা কথা ক'বই লাগিব যে—নলবাৰী কলেজ আৰম্ভণৰ ক্ষেত্ৰতহে গোঁসাই আৰু মোৰ সম্বন্ধ অধিক গাঢ় হয়। ৺প্ৰভাত গোঁসাইক আমি দুয়ো বলবান সমৰ্থন নিদিয়াহেঁতেন হয়তো ১৯৪৫ চনত নলবাৰী কলেজ স্থাপন কৰা সম্ভৱপৰ নহ'লহেঁতেন। জীৱনৰ শেষ বয়সত নলবাৰী কমাৰ্চ কলেজলৈ আগবঢ়োৱা সহযোগিতাও প্ৰশংসনীয়। নলবাৰী সাহিত্য সমাজ, নাট্য-মন্দিৰ আদিত ডাঃ গোঁসাই সক্ৰিয়ভাৱে জড়িত আছিল। অসম সাহিত্য সভাৰ নলবাৰী অধিবেশন সফল কৰিবলৈ চিন্তা-শ্ৰম কৰাসকলৰ ভিতৰত ডাঃ গোঁসাই অন্যতম অগ্ৰগণী আছিল। এনেদৰে শিক্ষা লাভ, সাহিত্য-সংস্কৃতি চৰ্চাৰ দ্বাৰা উঠি অহাসকলে চামে চামে প্ৰকৃত মানুহৰূপে যাতে গঢ় ল'ব পাৰে ডাঃ গোসাঁইৰ অন্তৰত সেই চিন্তা যে প্ৰবলভাৱে আছিল তাক সহজে অনুমান কৰিব পাৰি। গোঁসাই কংগ্ৰেছী লোক আছিল আৰু বিয়াল্লিছৰ গণ-আন্দোলনত সক্ৰিয় ভূমিকা গ্ৰহণ কৰিছিল। নলবাৰী অঞ্চলৰ জাতি-উপজাতি, হিন্দু-মুছলমান সকলোৰে মাজত সম্প্ৰীতি স্থাপনত, জন-সাধাৰণৰ বৌদ্ধিক বিকাশত, স্বাস্থ্য ৰক্ষাৰ উপায় উদ্ভাৱনত, গাঁও-নগৰৰ উন্নয়নত ডাঃ গোঁসাইৰ অৱদান অতুলনীয়।

সৰ্বদা সুখী-দুখী, ধনী-দুখীয়া, সকলোৰে প্ৰতি সদ্ ব্যৱহাৰ কৰা গোঁসাই, খং-ৰাগবিহীন এজন শান্ত-শিষ্ট পুৰুষ আছিল। কেৱল আত্মমুখী নহৈ পৰ-কল্যাণ, মানৱ সেৱাকে তেওঁ জীৱনৰ ব্ৰত কৰি লৈছিল। এনেহেন নলবাৰী গঢ়োতা নলবাৰীৰ বিশিষ্ট সেৱক, মানৱ প্ৰেমী ডাঃ গোঁসাই আমাক সবাকে এৰি থৈ নিজ ধামলৈ গতি কৰিলে। তেওঁৰ অভাৱত আমি মৰ্মাহত হৈছোঁ। ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ—তেওঁৰ আত্মাই চিৰশান্তি লাভ কৰক! ❑

---

**প্ৰয়াত পাঠকদেৱ এগৰাকী মুক্তি যুঁজাৰু আৰু এডভোকেট, বিশিষ্ট সমাজকৰ্মী আৰু নিৰ্ভীক বক্তা আছিল।**

# আমাৰ শ্ৰদ্ধেয় সহযোগী বন্ধু ডাঃ হৰেকৃষ্ণ গোস্বামী

৺শ্ৰীমান প্ৰফুল্ল গোস্বামী

নলবাৰী মহকুমা তথা জিলা নিৰ্মাণ আৰু গঠনৰ সৰ্বজ্যেষ্ঠ আৰু সৰবৰহী ডাঃ হৰেকৃষ্ণ গোস্বামীৰ ৮৭ বছৰ বয়সত বিয়োগ হ'ল, সেয়া স্বাভাৱিক। তাৰবাবে মই শোক কৰা নাই—কাৰণ মইও এতিয়া ৮২ বছৰ বয়সত ভৰি দিছোঁ। কিন্তু তেওঁক হেৰুৱাই মই নিজৰ এজন পৰম বন্ধু, হিতাকাঙ্খী আৰু আদৰ্শনিষ্ঠ নলবাৰী নিৰ্মাতাক হেৰুৱাই সঙ্গীহাৰা হলোঁ। যোৱা বছৰ মই তেওঁক শয্যাগত হৈ থকা অৱস্থাত এদিন গৈ—তেওঁৰ ওচৰত বহি কথা পাতিছিলোঁ। তেওঁ আনন্দিত হৈ বোৱাৰীয়েকক মোক চাহ দিবলৈ কৈছিল। আমাৰ পুৰুষৰ ৰাজনৈতিক বা সমাজকৰ্মীৰ ভিতৰত তেৱেঁই আছিল আমাৰ সকলোতকৈ বয়সত ডাঙৰ। অকল সেয়ে নহয়, জ্ঞান আৰু আধ্যাত্মিক গুণতো তেওঁ শ্ৰেষ্ঠ আছিল। তেওঁৰ চৰিত্ৰ আছিল পৰোপকাৰী, সকলো ক্ষেত্ৰতে নলবাৰী অঞ্চল তথা জিলাৰ মঙ্গলকামী। তেওঁৰ তামসিক স্বভাৱ মুঠেই নাছিল, আনকি ৰাজনীতিত সক্ৰিয় থাকিও ৰাজসিক স্বভাৱ নাছিল। তেওঁৰ সাত্বিক চৰিত্ৰৰ আছিল। তেওঁ কংগ্ৰেছত থাকিয়েই সদায় কংগ্ৰেছৰ আচলনীতি আৰু কৰ্ম সমৰ্থন কৰি গৈছিল। তেওঁ খুদিয়াসত্ৰৰ গোসাঁই হৈও, সেই সময়ত গোঁসাইৰ গোড়ামি নাৰাখি ডাক্তৰ হৈছিল। সেই সময়ত, ৫০/৬০ বছৰ আগতে গোঁসাইঘৰৰ পৰা হৈ—কলিকতাত জাতীয় ডাক্তৰী কলেজত পঢ়ি ডাক্তৰ হৈ আহি নলবাৰীৰ দুখীয়া, জাতি-ধৰ্ম নিৰ্বিশেষে তথাকথিত অনুন্নত লোক সকলোৰ ঘৰে ঘৰে গৈ চিকিৎসা কৰিছিল আৰু বহুত দুখীয়া মানুহৰ পৰা পইচা-পাতিও নলৈছিল। সেই সময়ত নলবাৰীত আজিৰ দৰে ডাক্তৰ বা নাৰ্চিংহোম আদি নাছিল। সেই সময়ত নলবাৰী ডাক্তৰখানা লোকেল বোৰ্ডৰ ডাক্তৰখানা আছিল আৰু তাতে এজন মাত্ৰ ডাক্তৰ আৰু বাহিৰত ডাঃ বাণীকিংকৰ গোস্বামীৰ ব্যক্তিগত ডাক্তৰখানা আছিল।

নলবাৰীক মহকুমা কৰা আন্দোলনৰ গুৰি ধৰি, সদায় চৰকাৰক আমাৰ লগত স্মাৰকলিপি দিছিল। তেৱেঁই নলবাৰী মিউনিচিপালিটিৰ প্ৰথম নিৰ্বাচিত

চেয়াৰমেন হৈ আছিল। তদুপৰি তেৰেঁই নলবাৰী সংস্কৃত কলেজৰ পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী আৰু ৺মণিৰাম দাসৰ বিয়োগৰ পিছতে সভাপতি হৈ নেতৃত্ব দি আছিল।

এতিয়া মই অসুস্থ হৈ থকা বাবে সকলো কথা স্মৰণ কৰি ভালদৰে প্ৰবন্ধ লিখিব নোৱাৰোঁ। কিন্তু সুখৰ বিষয় যে ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে মহকুমা গঠন আৰু জিলা গঠনো তেওঁৰ জীৱিত কালতে দেখি গ'ল। তেওঁৰ নিজৰ জীৱন স্মৃতিভৰা সৰু কিতাপ এখন ছপা কৰিছে আৰু মোক উপদেশ দি গৈছে।

আমাৰ পূৰুষৰ তেৰেঁই আছিল—প্ৰধান নলবাৰী নিৰ্মাণ কৰাত, নলবাৰী ডাঙৰ কৰাত বাটকটীয়া। তেওঁৰ স্মৃতিবোৰ লগলগাই এখন ভাল জীৱনী লিখক—নপূৰুষৰ নেতাসকলে।

আমাৰ দেশ আৰু সমাজ, শান্তি, ঐক্য আৰু সংহতিৰ পথত আগবাঢ়ক, ডাঃ গোস্বামীৰ আত্মাই চিৰ শান্তি লাভ কৰক। ❑

---

প্ৰয়াত শ্ৰীমান গোস্বামী আছিল এগৰাকী বিশিষ্ট কংগ্ৰেছ কৰ্মী আৰু সাংসদ। একাধিক গ্ৰন্থ ৰচনাৰে তেওঁ সাহিত্যানুৰাগো প্ৰকাশ কৰি গৈছে।

# ডাঃ হৰেকৃষ্ণ গোস্বামীৰ মই জনা কথা অলপ

**৺প্ৰভাত নাৰায়ণ চৌধুৰী**

খুদিয়া সত্ৰৰ গোঁসাই পৰিয়ালৰ আমাৰ খাতাবাৰী চৌধুৰী পৰিয়ালৰ লগত সামাজিক সম্পৰ্ক বেচ পুৰণি। আমাৰ পূৰ্বপুৰুষৰ কেইজনমান খ্যাতিমান পুৰুষে যেতিয়া শিক্ষা বিস্তাৰৰ বাবে ১৮৮৫ চনতে মধ্য ইংৰাজী স্কুল স্থাপনত বৰকাকতি পৰিয়ালৰ সৈতে আগভাগ লৈছিল আৰু ১৮৮৬/৮৭ চনত নলবাৰীত লোকেলবোৰ্ডে ডাক্তৰখানা স্থাপনৰ নেতৃত্ব লৈছিল, বৰকাকতি পৰিয়ালৰ বিশিষ্ট লোক আৰু নলবাৰী সত্ৰৰ গোস্বামী পৰিয়াল আৰু খুদিয়া সত্ৰৰ গোস্বামী পৰিয়াল সহযোগী আছিল। আনকি খোৱালোৱা বস্তুৰ আদান প্ৰদানো চলিছিল।

খুদিয়াৰ ৺জগৎকৃষ্ণ গোস্বামী, ডাঃ হৰেকৃষ্ণ গোস্বামী আদি ভাইসকলৰো বহু ক্ষেত্ৰত অভিভাৱকত্ব কৰিছিল আমাৰ পিতৃ ৺প্ৰতাপ নাৰায়ণ চৌধুৰীদেৱে। তেখেতক যেনেকৈ তেনেকৈ তেওঁ মৰম যাচিছিল।

স্কুলীয়া শিক্ষা লাভ কৰা সময়ত মইও আমাৰ বংশৰ দাদা কৃতিমান ৺মহেন্দ্ৰ নাৰায়ণ চৌধুৰী কটলাবৰ প্ৰাইমাৰী স্কুলত আৰু পাছত গৰ্ডন হাইস্কুলত পঢ়াত সমসাময়িক আছিলো আৰু বংশানুক্ৰমে থকা সম্পৰ্ক ঘনিষ্ঠ হৈ উঠিছিল। কৃতী খেলুৱৈ ৺বলৰাম দাস গোস্বামীৰ ঘনিষ্ঠ বন্ধু আৰু সহপাঠী আছিল।

গোস্বামীয়ে কলেজৰ স্নাতক শ্ৰেণীলৈ পঢ়ি কলিকতাত ডাক্তৰী পঢ়ি পাছ কৰি আহি, নলবাৰীত প্ৰাইভেট চিকিৎসা দান আৰম্ভ কৰিছিল। তেতিয়া ডাঃ বাণীকিঙ্কৰ গোস্বামী আৰু ডাঃ হৰেকৃষ্ণ গোস্বামীৰ বাহিৰে পাইভেট চিকিৎসক নাই বুলিব পাৰি।

আমাৰ স্বৰ্গীয় পিতৃদেৱৰ আদৰ্শ অনুকৰণ কৰি বি-এ 'পাচ' কৰাৰ পাছত চাকৰি ব্যৱসায় ক'তো নালাগি সাধাৰণভাৱে সামাজিক কাম আৰু সমবায় সেৱাৰ কামত ব্ৰতী হৈছিলোঁ। ধমধমা ৰাস্তাৰে মই আৰু ৺বলৰাম দাস গধূলি ফুৰিব যাওঁতে প্ৰায়ে ডাঃ গোস্বামীক লগ পাই নলবাৰী অঞ্চলৰ সামাজিক কামৰ

কথাই পাতোঁ, কেনেকৈ নলবাৰীখন উন্নতিৰ জখলাত আগবঢ়াই আনিব পাৰি। সামাজিক কামৰ বাবে ডাঃ গোস্বামীৰ আগ্ৰহ পৰিলক্ষিত হৈছিল। তেনেতে চিকিৎসাৰ কামত লাগি থাকোতে প্ৰথমতে বতাহগিলা মৌজা আৰু নতুন দেহৰ মৌজাৰ উন্নয়নৰ কামৰ আগভাগ লওঁতে স্বৰ্গীয় কনক চন্দ্ৰ বৰ্মন তেওঁৰ সহযোগী আছিল। বহুতো মানুহে এটা দলত থাকি তাতে আবদ্ধ থাকে, ডাঃ গোস্বামী জাতীয় কংগ্ৰেছৰ কৰ্মীহে সামাজিক কামত সকলোৰে লগতে সম্পৰ্ক ৰক্ষা কৰিছিল। সেই অঞ্চলৰ স্কুল স্থাপনত গোস্বামী জড়িত আছিল। পাছত নলবাৰী চহৰত থকা স্কুল আৰু ৺প্ৰভাত চন্দ্ৰ গোস্বামীৰ নেতৃত্বত আৰম্ভ হোৱা নলবাৰী কলেজৰ ঘনিষ্ঠ ভাবে জড়িত আছিল।

নলবাৰী কলেজ পৰিচালনা কমিটিৰ সদস্য আছিল আৰু পাছত এটা কালত তেখেত সভাপতি আছিল। সেই সময়তে কলেজৰ ছোৱালী হোষ্টেল আৰম্ভ হৈছিল। এটা কালত নলবাৰী সংস্কৃত কলেজৰো পৰিচালনা কমিটিৰ সভাপতিত্ব কৰিছিল। নলবাৰী বালিকা স্কুল, দেবীৰাম পাঠশালা হাইস্কুল আৰু গৰ্ডন হাইস্কুল পৰিচালনা কমিটিত ভালেমান দিন আছিল।

নলবাৰী পৌৰ সভাৰ মই প্ৰথম চেয়াৰম্যান আছিলোঁ, তাৰ পাচতে ডাঃ গোস্বামী নিৰ্বাচিত সভাপতি আছিল। পুৰণি ঠাইৰ পৰা বৰ্ত্তমান থকা ঠাইলৈ বজাৰখন স্থানান্তৰ কৰাৰ বাবে মই মাটি অধিগ্ৰহণ কৰি স্বৰ্গীয় বিষ্ণুৰাম মেধিৰদ্বাৰা আধাৰশিলা স্থাপন কৰাৰ পাছত বজাৰ নিৰ্ম্মাণৰ কাম ডাঃ গোস্বামী পৌৰ সভাৰ সভাপতি হোৱা কালত হৈছিল। পৌৰ সভাৰ সভাপতি হিচাপে তেখেত গুৱাহাটী স্কুলবোৰ্ডৰ সদস্য আছিল। পূৱ নলবাৰী আঞ্চলিক পঞ্চায়ত স্থাপন হোৱাত তেওঁ মনোনীত সভাপতি আছিল।

কাৰো লগত তেওঁৰ মতভেদ বা দ্বন্দ্ব হ'লেও তেওঁ প্ৰতিহিংসাৰ কথা কেতিয়াও নেভাবিছিল। তেওঁৰ উদৰতাৰ বাবে তেওঁ 'ভোলানাথ' আখ্যা পাইছিল। তেখেতৰ যথেষ্ট দৃঢ়তা আছিল। পৌৰ সভা এলেকাৰ পথক পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামীৰ আৰু স্বৰ্গীয় মণিৰাম দাসৰ নামে নামকৰণৰ বাবে লাগি আছিল। গৰ্ডন হাইস্কুলৰ প্ৰতিষ্ঠাপক চেক্ৰেটাৰী হিচাপে অস্থায়ী ঘৰ-দুৱাৰ সাজি দিয়াত আগভাগ লোৱা স্বৰ্গীয় প্ৰতাপ নাৰায়ণ চৌধুৰীৰ গৰ্ডন হাইস্কুলৰ এটা অঙ্গত নামকৰণ কৰাৰ বাবে মৃত্যুশয্যাত পৰিও লাগি আছিল।

ডাঃ গোস্বামীৰ আত্মাই চিৰশান্তি লাভ কৰক, এয়ে ভগৱানৰ ওচৰত প্ৰাৰ্থনা। ❑

---

**প্ৰয়াত চৌধুৰীদেৱ বিশিষ্ট সমাজসেৱক, বিধায়ক, সৰবৰহী নেতা আৰু সুবক্তা।** সাহিত্য-সংস্কৃতিতো ৰাপ আছিল অধিক।

# ৰাজনীতিত ডাঃ গোস্বামীদেৱ

৺উমাকান্ত শৰ্মা

ডাঃ হৰেকৃষ্ণ গোস্বামী, নলবাৰী অঞ্চলৰ এজন জনপ্ৰিয় আৰু সম্মানীয় ব্যক্তি। এটা অভিজাত পৰিয়ালত জন্ম গ্ৰহণ কৰা ডাঃ গোস্বামী প্ৰাচুৰ্য্যৰ মাজত ডাঙৰ-দীঘল হৈছিল। গুৰিৰ কাল ছোৱাত তেখেতে ওচৰৰে স্কুলত শিক্ষা লাভ কৰিছিল। সেই সময়ত উত্তৰ কামৰূপৰ একমাত্ৰ ইংৰাজী শিক্ষাৰ অনুষ্ঠান গৰ্ডন হাইস্কুলৰ পৰা মেট্ৰিক পৰীক্ষা পাছ কৰি কটন কলেজত ভৰ্ত্তি হৈছিল।

সৰুৰে পৰা গোস্বামীদেৱৰ সমাজ সেৱাৰ প্ৰতি ধাউতি আছিল। এই আগ্ৰহে সমাজ সেৱাৰ মাধ্যম হিচাপে, তেখেতক চিকিৎসা ব্যৱসায় গ্ৰহণৰ বাবে আগ্ৰহী কৰি তুলিছিল। সেই কাৰণে তেখেতে কটন কলেজৰ প্ৰাথমিক শিক্ষা (আই, এ) শেষ কৰি ডাক্তৰী পঢ়াৰ বাবে কলিকতালৈ যায়। কলিকতাৰ প্ৰেচিডেন্সি মেডিকেল স্কুলৰ পৰা ডাক্তৰী পৰীক্ষা পাছ কৰি ১৯৩৬ চনত তেখেতে নলবাৰীতে চিকিৎসা ব্যৱসায় আৰম্ভ কৰে।

ছাত্ৰ অৱস্থাৰে পৰা তেখেত স্বাধীনতা আন্দোলনৰ প্ৰতি সহানুভূতিশীল আছিল। ৰাইজৰ সেৱা কৰাৰ আগ্ৰহো তেখেতৰ গুৰিৰে পৰা আছিল। গতিকে চিকিৎসা ব্যৱসায়ে তেখেতক এই বিষয়ত সহায় আৰু সুযোগ দিলে। তেখেতে কংগ্ৰেছত যোগ দিলে আৰু কৃষক সংগঠনত আত্ম নিয়োগ কৰিলে। তেখেতৰ চেষ্টাতে প্ৰথমে বতাহগিলাৰ ৰায়ত সভা স্থাপিত হয় আৰু তেখেত এই সভাৰ সম্পাদক নিৰ্বাচিত হয়। ৰায়ত সভাৰ জৰিয়তে গাঁওত গঠনমূলক কাম কৰাৰ সুযোগ আহে। ইয়াৰ লগতে বতাহগিলা কংগ্ৰেছ কমিটিও স্থাপন কৰা হয় আৰু তেখেত ইয়াৰ সভাপতি নিৰ্ব্বাচিত হয়।

এজন ৰাজনৈতিক ব্যক্তি হিচাবে ডাঃ গোস্বামী বতাহগিলা মৌজা কংগ্ৰেছ কমিটিৰ সভাপতি নিৰ্ব্বাচিত হোৱাৰ পিছৰ পৰাই বিখ্যাত হৈ পৰে। সেই সময়ত ৰাষ্ট্ৰীয় আন্দোলনত জড়িত লোকসকল জনমানসত আদৰ্শ ব্যক্তি হিচাপে পৰিগণিত হৈছিল। তদুপৰি গঠনমূলক কামত লিপ্ত থকা কাৰণে আৰু চিকিৎসক হোৱা বাবে জনসাধাৰণৰ মাজত তেখেতৰ যশস্যা বিয়পি পৰে। সদায়ে বিভিন্ন সভা সমিতিলৈ তেখেত আহুত হ'ব ধৰে। এই মিটিংবোৰত তেখেতে কংগ্ৰেছৰ

আদৰ্শ আৰু স্বাধীনতা আন্দোলনৰ লক্ষ্য আৰু পৰম্পৰা আদিৰ বিষয়ে বক্তৃতা দিয়ে। অতি কম সময়ৰ ভিতৰতে তেখেত এজন সুবক্তা আৰু নিপুণ সংগঠক হিচাপে স্বীকৃতি লাভ কৰে।

এজন ৰাজনৈতিক ব্যক্তি হিচাবে তেখেত গান্ধীবাদত বিশ্বাসী লোক। এনে বিশ্বাসৰ কাৰণেই তেখেতে বিভিন্ন গঠনমূলক আৰু উন্নয়নমূলক কামত আত্মনিয়োগ কৰিছিল। নলবাৰী পৌৰ সমিতিৰ এবাৰ তেখেত চেয়াৰম্যান নিৰ্ব্বাচিত হৈছিল আৰু কেবাবাৰো সদস্য হিচাপে আছিল। তেখেতৰ কাৰ্য্য কালৰ ভিতৰতে নগৰখনৰ ৰাস্তা, নৰ্দ্দমা আদিৰ যথেষ্ট উন্নতি হয়। মই জনাত তেখেতৰ দিনতে প্ৰথমে ঠায়ে ঠায়ে ৰাস্তা পোহৰ কৰাৰ ব্যৱস্থা কৰা হয়। তেতিয়া বিজুলী চাকিৰ ব্যৱস্থা হোৱা নাছিল।

গান্ধীবাদী আদৰ্শত যদিও গোস্বামী বিশ্বাসী, মূলতঃ তেখেত এজন উদাৰনৈতিক লোক। তেখেতে সদায়ে আলোচনা আৰু পৰস্পৰৰ মাজত বুজা পৰাৰ জৰিয়তে সকলো সমস্যাৰে সমাধান হোৱাটো বিচাৰিছিল। কাজিয়া-পেচাল তেখেতে ভাল নাপাইছিল, গতিকে সকলো মানুহেই তেখেতক ভাল পাইছিল আৰু এনে কাজিয়াত মধ্যস্থতা কৰিবলৈ সততে মাতিছিল। সেই কাৰণেই তেখেতৰ শত্ৰু নাছিল। যদিও তেখেত কংগ্ৰেছৰ সদস্য আন দলৰ কৰ্ম্মীৰ লগতো এখেতৰ কোনো বিৰোধ নাছিল আৰু পৰামৰ্শ আৰু সহায়ৰ বাবে আন দলৰ মানুহো তেখেতৰ কাষ চাপিছিল। কিছুমানৰ দৰে তেখেতে ৰাজনৈতিক অস্পৃশ্যতাত বিশ্বাস নকৰিছিল। এই কাৰণেই তেখেত সকলোৰে বন্ধু আছিল।

ৰাজনৈতিক পুৰুষ হিচাপে ধৰাতকৈ তেখেতক এগৰাকী শিক্ষানুৰাগী ব্যক্তি হিচাবেহে ধৰা যুক্তি-যুক্ত যেন লাগে। নলবাৰী অঞ্চলৰ কেবাটাও শিক্ষানুষ্ঠান তেখেতৰ যত্নতে স্থাপিত হৈছিল আৰু বহুতো শিক্ষানুষ্ঠান পৰিচালনাৰ লগত তেখেত জড়িত আছিল। নলবাৰী কলেজ তাৰেই এটি উদাহৰণ। এই কলেজ স্থাপন হোৱা দিনৰে পৰা ১৯৮৬ চনলৈ তেখেত গভাৰ্ণিং বডিৰ সদস্য আৰু এবাৰ সভাপতি আছিল। এই কলেজৰ উন্নতিত তেখেতে আনন্দ পাইছিল আৰু গৌৰববোধ কৰিছিল।

তেখেতৰ এনে ধৰণৰ বিভিন্ন কামৰ কাৰণে বিশেষকৈ উদাৰতা আৰু সৰলতাৰ কাৰণে তেখেত সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ হ'ব পাৰিছিল। তেখেতৰ কোনো শত্ৰু নাছিল। এনে এগৰাকী গুণী পুৰুষ সমাজৰ আদৰ্শ। ❑

---

**প্ৰয়াত শৰ্মা নলবাৰী কলেজৰ প্ৰাক্তন অধ্যক্ষ আৰু সমাজবাদী ভাবধাৰাৰ লেখক। এগৰাকী সমাজকৰ্মী।**

# খুদিয়াৰ গোঁসাই ডাক্তৰ

ডাঃ ৺খৰ্গেশ্বৰ মেধি

১৯৪০-৪১ চন মানৰ কথা, মই তেতিয়া নলবাৰী গৰ্ডন হাইস্কুলৰ ছাত্ৰ। সেই সময়ত নলবাৰী চহৰত আৰু চহৰখনৰ কেওপাশৰ বহু গাঁওত হোৱা প্ৰায়বোৰ মেল-মিটিঙত খুদিয়াৰ গোঁসাই ডাক্তৰ উপস্থিত থকাৰ কথা শুনিছিলোঁ। নলবাৰী চহৰত হোৱা ভালে কেইখন মিটিঙত তেখেতৰ বক্তৃতা শুনাৰ সুযোগ পাইছিলোঁ। হাঁহিমুখৰ স্বাস্থ্যৱান সেই খুদিয়াৰ গোঁসাই ডাক্তৰজনেই হৈছে দয়ালু চিকিৎসক ডাঃ হৰেকৃষ্ণ গোস্বামী।

মোৰ পিতা ৺নৰেশ্বৰ মেধিৰ লগত তেখেতৰ আত্মীয়তা আছিল কাৰণে মই তেখেতক মোৰ ছাত্ৰাৱস্থাৰ পৰায়ে ব্যক্তিগত ভাবে জনাৰ সুযোগ পাইছিলোঁ। লগ পালেই তেখেতে মোক খৰ্গেশ্বৰ বুলি মাতিছিল আৰু আজিও মাতে। তেখেতৰ অসুখ-বিসুখত মই চিকিৎসক হিচাপে কেতিয়াবা গ'লেও মই তেখেতৰ ওচৰত খৰ্গেশ্বৰেই। কি মধুৰ এই আত্মীয়তা—এই কথা মনত পৰিলেই তেখেতলৈ মোৰ শ্ৰদ্ধা জন্মে।

ডাঃ গোস্বামীক মই, ভাৰতীয় চিকিৎসা সন্থাৰ নলবাৰী শাখাৰ সাংগঠনিক দিশত এজন প্ৰতিষ্ঠাপক সদস্য হিচাপে অতি নিবিড়ভাৱে পাইছোঁ। মই সম্পাদক হৈ থকা কালৰ সভাপতিসকলৰ ভিতৰত ডাঃ হৰেকৃষ্ণ গোস্বামীও এজন। তেখেত ১৯৬৯ চনৰ পৰা ১৯৭৫ চনলৈ নলবাৰী শাখাৰ সভাপতি হৈ থকা কালত ১৯৭০ চনৰ অক্টোবৰ মাহত চিকিৎসা সন্থাৰ অসম ৰাজ্যিক পঞ্চদশ সন্মিলন অনুষ্ঠিত হৈছিল। তেখেত আছিল অভ্যৰ্থনা সমিতিৰ উপদেষ্টা। ১৯৭২ চনৰ ফেব্ৰুৱাৰী মাহত এই শাখাই অনুষ্ঠিত কৰা বিনামূলীয়া চকু চিকিৎসা শিবিৰত ডাঃ গোস্বামীয়ে সক্ৰিয় সহযোগিতা আগবঢ়াইছিল। তেখেতৰ সভাপতিত্বৰ কালত নলবাৰী অঞ্চলৰ বিভিন্ন গাঁওত শাখাই অনুষ্ঠিত কৰা জন-স্বাস্থ্য উন্নয়নমূলক আলোচনা সভাবোৰতো তেখেতৰ যোগদানে সদস্যসকলক বৰ উৎসাহিত কৰিছিল। নলবাৰী অঞ্চলত কেবাখনো চিকিৎসালয় স্থাপন কৰাত তেখেতে অগ্ৰণী ভূমিকা লৈছিল।

ডাঃ গোঁসাই নলবাৰী অঞ্চলৰ এজন প্ৰাচীন দয়ালু চিকিৎসক। তেখেতৰ চিকিৎসাত আৰোগ্য হোৱা বহু দুখীয়া লোকে তেখেতক "বাবদায়" দিয়া অৰ্থাৎ "ধৰ্ম পিতৃ" বোলা কথা প্ৰায়ে শুনিছিলোঁ। তেখেতক "বাবদায় দিয়া ধৰ্মপুত্ৰ আৰু ধৰ্মকন্যাসকলৰ কেবাজনকো মাজে-সময়ে লগ পাইছোঁ।" চিকিৎসক হিচাপে তেখেতৰ আন এটা গুণ হ'ল—তেখেতে ৰোগীজনক চিকিৎসা ব্যৱস্থা দিয়াৰ উপৰিও সোনকালে ৰোগ আৰোগ্য হোৱাৰ বাবে আশীৰ্বাদো দিয়ে। এই সৰল আৰু মৰমিয়াল গুণটোৰ কাৰণে ডাঃ গোস্বামীৰ ওচৰলৈ কোনোবাই অন্য কাৰণতো উপদেশ নাইবা পৰামৰ্শ বিচাৰি গ'লে, সেইজনক উপদেশ নাইবা পৰামৰ্শ দিয়াৰ উপৰিও মঙ্গল কামনা কৰি আশীৰ্বাদ দিয়ে। এনে সৰল অন্তঃকৰণৰ বাবে তেখেত সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ।

চিকিৎসকৰ উপৰিও ডাঃ গোস্বামী নলবাৰী অঞ্চলৰ এজন সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিক নেতাও। বহু শিক্ষানুষ্ঠান নিৰ্মাণত তেখেতৰ অগ্ৰণী ভূমিকা শলাগিবলগীয়া। নলবাৰী পৌৰসভাৰ সভাপতি হিচাপেও তেখেতৰ সুনাম আছে। বহু সাংস্কৃতিক অনুষ্ঠানৰ লগত তেখেত বিশেষভাবে জড়িত আছিল। কংগ্ৰেছৰ একনিষ্ঠ নেতা আছিল যদিও, তেখেতে আন আন ৰাজনৈতিক দলৰ কোনো কৰ্মী বা নেতাক কোনো দিনে অবজ্ঞা বা অশ্ৰদ্ধা কৰা আমি দেখা নাই। মই কটন কলেজত পঢ়ি থকা অৱস্থাৰ এটা ঘটনা—মই মোৰ বিৰুদ্ধে থকা বোমা দিয়া মোকৰ্দমাৰ এটা দিনত মই গুৱাহাটীলৈ যাব লাগে। লগত পইচা কম আছে। এন.টি. ৰোডৰ দাঁতিত থকা তেখেতৰ ফাৰ্মাচীত তেখেতক দেখা পাই সোমাই গৈ নমস্কাৰ জনালোঁ। মোক দেখা মাত্ৰেই তেখেতে "কিহা খৰ্গেশ্বৰ, কিয় আহিলা" বুলি সুধিলে। পঢ়া-শুনা আৰু মোকৰ্দমাৰ খবৰো সুধিলে। মই আচল কথাটো কোৱা মাত্ৰেই টকা দুটা তৎক্ষণাৎ উলিয়াই দিলে। মই বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ এজন সক্ৰিয় সদস্য বুলি জানিও তেখেতে মোক টকা দুটা দিবলৈ কুণ্ঠাবোধ নকৰিলে। এই মহৎ গুণ বহু ৰাজনৈতিক নেতাৰ নাই। তেখেত নলবাৰী কলেজৰ পৰিচালনা কমিটিৰ সদস্য হৈ থকা কালত মোক কিছুদিনৰ বাবে নলবাৰী কলেজ ছাত্ৰাবাসৰ অবৈতনিক চিকিৎসক হিচাপে নিয়োগ কৰা সময়তো মই এজন কমিউনিষ্ট সক্ৰিয় কৰ্মী বুলি তেখেতে ভালদৰে জানে। তেখেতৰ এনে উদাৰতা সঁচাকৈয়ে অনুকৰণীয়।

ডাঃ হৰেকৃষ্ণ গোস্বামীৰ ঘৰ আজিকালি খুদীয়া সত্ৰৰ কীৰ্ত্তন ঘৰৰ প্ৰাঙ্গণত। তেখেত আজিও "খুদীয়াৰ গোঁসাই ডাক্তৰ" হিচাপেই প্ৰখ্যাত। বৰ্তমানৰ নলবাৰীৰ

থকা ঘৰলৈ মাজে সময়ে খবৰ লবলৈ যেতিয়াই যাওঁ তেতিয়াই তেখেতে হাঁহিমুখে আশীৰ্বাদ দিয়ে। ডাক্তৰ গোঁসাই দীৰ্ঘজীৱী হওক। ❑

---

ডাঃ মেধি এগৰাকী সু-চিকিৎসক আছিল। তেখেতে ডাঃ গোস্বামী জীয়াই থকা কালতে ১৯৮৮ চনত এই প্ৰবন্ধটো লিখিছিল। দুৰ্ভাগ্যক্ৰমে তেখেতে ডাঃ গোস্বামীতকৈও আগতে এই সংসাৰৰ পৰা বিদায় লয়। প্ৰবন্ধটো যথাযথভাবেই ইয়াত সন্নিবিষ্ট কৰা হ'ল।

# জন-মানসত যিয়ে জীৱন বিলালে......

**৺ভবেন বৰুৱা**

ডাঃ হৰেকৃষ্ণ গোস্বামী। দেশৰ এজন সচেতন নাগৰিক। দেশহিতৈষী। ঐতিহ্যপূৰ্ণ নলবাৰী অঞ্চলৰ এজন গুৰুত্বপূৰ্ণ ব্যক্তি। কাব্যগন্ধী আৰু মাংগলিক সৌৰভযুক্ত ছন্দময় এটি নাম। এটি অনুষ্ঠান। এই অনুষ্ঠানৰ আধাৰশিলা স্থাপন হৈছিল ১৯ শ শতিকাৰ প্ৰথম ভাগত, সু-সাহিত্যিক কবিৰত্ন গোপাল মিশ্ৰই প্ৰতিষ্ঠা কৰ নলবাৰীৰ খুদিয়া সত্ৰৰ বিশিষ্ট সংস্কৃত পণ্ডিত, জ্যোতিষী স্বৰ্গীয় লক্ষ্মী নাথ গোস্বামী আৰু সৰস্বতী দেৱীৰ দ্বাৰা। ডাঃ গোস্বামী আজি আৰু নাই। —পিছে এইজন ব্যক্তিক মইও লগ পাইছিলোঁ। বহু বছৰ আগতে। পিছত তেখেতে মোক জানিছিল নে নাজানিছিল কব নোৱাৰোঁ। মানুহজনক যেতিয়াই মই দেখিছিলো মোৰ পুৰণি কথালৈ মনত পৰিছিল। মোৰ স্মৃতিপট ভাহি উঠিছিল শৈশৱৰ সেই মধুৰ দিনটোলৈ। বোধকৰো সেয়া ১৯৫২ চন, নহলে ৫৩ চন। তেতিয়া আমি নলবাৰী ১নং প্ৰাইমাৰী স্কুলত তৃতীয়মান শ্ৰেণীৰ ছাত্ৰ। আমাৰ প্ৰধান শিক্ষক আছিল স্বৰ্গীয় গোপাল ভট্টদেৱ। স্কুলৰ কোনো এটি বিশেষ দিনত, স্কুল বিভাগৰ কোনো এজন পৰিদৰ্শক আহিছিল আমাৰ স্কুললৈ। ভট্ট চাৰে স্কুলত এখন মিটিঙৰো আয়োজন কৰিছিল। সেই মিটিঙৰ আগে আগে স্কুল পৰিদৰ্শকক দেখুৱাবৰ বাবে ভট্টচাৰে এটি দৃশ্যৰ আয়োজন কৰাইছিল। সাতদিনমান আগৰ পৰাই আমি দৃশ্যটিৰ আখৰা দিছিলো স্কুল ছুটীৰ পিছত। দৃশ্যটি আছিল 'শৰাইঘাট'। মই আছিলো মোমাইৰ ভাওত আৰু লাচিত হৈছিল পবিন শৰ্মা। যথা সময়ত পৰিদৰ্শকৰ সন্মুখত দৃশ্যটি পৰিবেশন কৰা হ'ল। দৃশ্যৰ শেষত এজন ধুতি আৰু বগা খদ্দৰৰ চোলা পিন্ধা মানুহে আমাৰ মূৰত হাত বুলাই আশীৰ্বাদ দি আমাক কৈছিল "বৰ ভাল হৈছে।" ক্ষন্তেক পিছতে তেখেতে আমাৰ হাতত কেইটিমান চকলেট দিছিল। চকলেটকেইটা হাতত লৈ যি অপাৰ আনন্দ পাইছিলোঁ, সেই আনন্দ উপলব্ধিৰ কথা আজি ডেৰকুৰি বছৰৰ পিচতো মোৰ সুন্দৰকৈ মনত আছে। হয়তো মোৰ নাট্য জীৱনৰ পূৰ্ব্ব-ইঙ্গিত আছিল তাহানিৰ 'শৰাইঘাট' দৃশ্যৰ মোমাইৰ ভাওত অংশ লৈ পুৰস্কাৰ পোৱা সেই মিঠা

চকলেট কেইটা। তেতিয়া মানুহজন কোন মই চিনি পোৱা নাছিলোঁ। পিছত কেবাখনো মিটিঙত শ্ৰোতাদৰ্শকৰ আসনৰ পৰা দেখিছিলোঁ সেই একেজন মানুহে সাৰুৱা ভাষণ দিছিল। তেতিয়াহে জানিছিলো, সেইজনেই ডাঃ হৰেকৃষ্ণ গোস্বামী।

গোস্বামীদেৱে জীৱন জোৰা ব্যস্ততা আৰু ত্যাগৰ বাবে প্ৰয়োজনীয় জিৰণি নাপালে। এটা জীৱনত এজন মানুহে ইমানবোৰ অনুষ্ঠানত ঘনিষ্ঠ ভাবে জড়িত থকা সম্ভৱ নহয়, কিন্তু গোস্বামীদেৱে সম্ভৱ কৰি তুলিছিল। একালৰ সৰু—নলবাৰীখনক চহৰমুখী কৰাত গোস্বামীদেৱৰ অৱদানৰ কথা সৰ্বজনবিদিত। কেন্দুকুছি এম.ই. স্কুল, কটৰা হাইস্কুল আদিৰ প্ৰতিষ্ঠাপক সভাপতি আছিল গোস্বামীদেৱ। বৰভাগ মৌজাৰ অন্তৰ্গত বাগানপাৰা চিকিৎসালয়ৰ প্ৰতিষ্ঠাপক। বাগানপাৰা হাইস্কুল আৰু টুপলীয়াৰ বাপুজী হাইস্কুলৰ প্ৰতিষ্ঠাপক। নলবাৰী দেৱীৰাম পাঠশালা হাইস্কুলৰ পৰিচালনা সমিতিত স্কুল স্থাপন হোৱাৰ কালৰে পৰা এতিয়ালৈ ৩৭ বছৰ কাল জড়িত হৈ আছে গোস্বামীদেৱ। একেবাৰে ২৫ বছৰ কাল নলবাৰী গৰ্ডন স্কুলৰ পৰিচালনা সমিতিত প্ৰতিনিধি হৈ থকাৰ উপৰিও, নলবাৰী ছোৱালী হাইস্কুলৰ পৰিচালনা সমিতিৰ সম্পাদক হৈ আছিল একেৰাহে ৯ বছৰ আৰু সভাপতি হৈ আছিল একেৰাহে ১৫ বছৰ। নলবাৰী সংস্কৃত কলেজ পৰিচালনা সমিতিৰ সম্পাদক হৈ আছিল একেৰাহে ২৫ বছৰ আৰু সভাপতি আছিল একেৰাহে ২০ বছৰ। নলবাৰী কলেজ পৰিচালনা সমিতিত একেৰাহে সদস্য হৈ আছিল ৪০ বছৰ আৰু সভাপতি হৈ আছিল একেৰাহে ৬ বছৰ। নলবাৰীৰ ওচৰত পাণ্ডুলাধাম সত্ৰৰ পৰিচালনা সমিতিৰ সভাপতিও হৈ আছিল ১৫ বছৰ ধৰি।

এনেকৈ অসংখ্য অনুষ্ঠান-প্ৰতিষ্ঠানত জড়িত হৈ গোস্বামীদেৱে দেশৰ বাবে, জাতিৰ বাবে নিজক বিলাই দিছিল। তেখেত সহজ-সৰল, সহানুভূতিশীল আৰু অনুকম্পাশীল আছিল। এদিন ডাঃ খৰ্গেশ্বৰ মেধি আৰু সমাজ সেৱক শ্ৰীযুত লোহিত দাসে মোক কথা প্ৰসঙ্গতে কৈছিল—'গোস্বামীদেৱৰ আটাইতকৈ বিশেষ গুণ কি জানা? যি কোনো দুখীয়া ছালচিগাজনেও প্ৰয়োজনবোধে গোস্বামীদেৱৰ গাৰ কাষলৈ বিনাদ্বিধা, বিনাসংকোচে গৈ মনৰ কথা পাতিব পাৰে। গোস্বামীদেৱে লিখা "মোৰ জীৱনত এভুমুকি" নামৰ পুথিখন পঢ়িলে তেখেতৰ জীৱনৰ ত্যাগ সম্পৰ্কে সুন্দৰকৈ জানিব পাৰি। ডাঃ গোস্বামীয়ে সমাজ সেৱী, ত্যাগী পুৰুষৰ আদৰ্শ দেখুৱাই থৈ গ'ল। ❑

---

প্ৰয়াত বৰুৱা এগৰাকী সু-অভিনেতা আৰু নাট্যকাৰ। ভ্ৰাম্যমান মঞ্চৰ লগতো তেওঁ নিবিড়ভাৱে জড়িত। বহুতো নাটকৰ ৰচক।

# হৰেকৃষ্ণ গোস্বামীৰ সাহিত্যকৃতি

ড° ৺হৰিদত্ত শৰ্মা

নলবাৰীৰ সাহিত্য, সংস্কৃতি আৰু ৰাজনৈতিক মঞ্চত বিগত চাৰিটা দশকজুৰি যি সকল ব্যক্তিয়ে সক্ৰিয় ভূমিকা গ্ৰহণ কৰি আহিছে—তেওঁলোকৰ ভিতৰত ডাঃ হৰেকৃষ্ণ গোস্বামীও অন্যতম। এগৰাকী বক্তা, ৰাজনৈতিক নেতা, সংগঠক আৰু সমাজকৰ্মী হিচাপে ডাঃ গোস্বামীৰ যি নাম আছে সাহিত্যজগতত তেওঁ সেই সুখ্যাতিৰ অধিকাৰী হ'বলৈ সমৰ্থ নহ'ল। ইয়াৰ কাৰণ তেখেতৰ প্ৰতিভাৰ অভাৱ নহয়—প্ৰতিভাক কেন্দ্ৰীভূত কৰি সাহিত্যসৃষ্টিত প্ৰবৃত্ত হোৱাৰ যি ঐকান্তিকতা, মনন আৰু অনুশীলনৰ প্ৰয়োজন কৰ্মজগতৰ বহুধা স্ৰোতত গোস্বামীদেৱে ইবিলাকৰ ওপৰত যিমান গুৰুত্ব আৰোপ কৰিছিল, সিমান কৰিব নোৱাৰিলে। ফল স্বৰূপে সাহিত্যত যথেষ্ট ৰাপ থকা সত্বেও সাহিত্যকৃতিত তেখেতে আশানুৰূপ পদক্ষেপ দিয়াত কৃতকাৰ্য্য নহ'ল। তেখেতৰ প্ৰকাশিত একমাত্ৰ পুথি হ'ল ''মোৰ জীৱনত এভুমুকি' আৰু অপ্ৰকাশিত পুথিখন হ'ল 'খুদিয়াসত্ৰৰ ইতিবৃত্ত'। সৰু কালৰে পৰা সাহিত্যানুষ্ঠানত লাগি থকা গোস্বামী কলিকতাত পঢ়ি থকা অৱস্থাত এ.এচ.এল ক্লাৱৰ সক্ৰিয় সদস্য আছিল আৰু দীননাথ শৰ্মা সম্পাদিত 'আৱাহন'ত কেইবাটাও প্ৰবন্ধ লিখিছিল। তাৰ ভিতৰত চুইজাৰলেণ্ডৰ শ্ৰমিক আন্দোলন, যক্ষ্মা বেমাৰ, খেতিয়কৰ স্বাস্থ্য ৰক্ষাৰ উপায়, মেলেৰীয়া, কুষ্ঠৰোগ, অসমীয়া জাতিৰ সংস্কৃতি, আদি মূল্যবান প্ৰবন্ধ আগবঢ়াই সাহিত্য জীৱনৰ পাতনি মেলে। এনেদৰে লাগি থকা হ'লে গোস্বামীদেৱৰ পৰা অসমীয়া পঢ়ুৱৈ সমাজে ভালেখিনি পালেহেঁতেন কিন্তু কৰ্মজীৱনৰ ভিন্নসুৰী কাৰ্য্যক্ৰমণিকাই তেখেতক লেখকৰ কল্পিত জগতৰ পৰা ৰূঢ় বাস্তৱৰ মুখামুখি হ'বলৈ উদ্গনি দিয়ে। গোস্বামীদেৱৰ বাকভঙ্গী স্পষ্ট, পোনপটীয়া, ৰসাল আৰু বহুসময়ত হাস্যোদীপ্ত। তেখেতে তেখেতৰ লিখনী আৰু কথাত নিজৰ অনুভূতিক লুকাবৰ চেষ্টা কৰা দেখা নাযায়। আমাৰ তথাকথি বুদ্ধিজীৱীসকলৰ যি কপটতা, চাতুৰ্য্য আৰু মিথ্যাবাদ সিবিলাক গোস্বামীদেৱৰ লেখনীত নাই। শিশুসুলভ সৰলতাই তেখেতৰ গদ্যৰীতিৰ প্ৰধান উপাদান।

"মোৰ কৰ্মজীৱনৰ পঞ্চাশবছৰ অতিবাহিত হৈ গ'ল, বৰ্তমান কৰ্মজীৱনৰ

একাৱন্ন বছৰ চলি আছে। মই মোৰ নিজৰ আৰু পৰিয়ালবৰ্গৰ জীৱিকা আৰ্জিছো ঘাইকৈ চিকিৎসা ব্যৱসায় দ্বাৰা। সম্প্ৰতি মই একাশী বছৰীয়া বৃদ্ধ। আমাৰ নলবাৰী বিশেষজ্ঞ ডাক্তৰেৰে ভৰি পৰিছে "বাৰ্দ্ধক্য আৰু বিশেষকৈ শাৰীৰিক অসুস্থতাৰ কাৰণে মই এতিয়া সম্পূৰ্ণৰূপে জিৰণি লৈ আছোঁ।"

(মোৰ জীৱনত এভুমুকি—পৃঃ ২০)

অসমীয়াৰদৰে ইংৰাজী ৰচনা ৰীতিৰ ৰৈখিক গতিও সৰল, অকৃত্ৰিম আৰু স্পষ্ট—

"The region was never lagged behind in medical science, Ayurveda is the oldest type of the medical science of the world. We have already mentioned that Ayurveda was taught in the village tols of this area in the past".

(**The glory of Nalbari :** Souvenir 15th Assam state Medical Conference P. 53.)

গোস্বামীদেৱ এখন বহল হৃদয়ৰ অধিকাৰী। জীৱনক সহজভাবে ল'ব পৰা লোকসকলৰ ভিতৰত তেখেতো এজন। নলবাৰী অঞ্চলৰ বিভিন্ন সাহিত্য আৰু সংস্কৃতি সম্পৰ্কীয় অনুষ্ঠানৰ লগত তেখেত ঘনিষ্ঠভাবে জড়িত। সাহিত্যৰ সাংগঠনিক দিশতো তেখেতৰ বৰঙণি অনস্বীকাৰ্য্য। নলবাৰী সাহিত্য সমাজ, নলবাৰী লেখক সঙ্ঘ, নলবাৰী জিলা সাহিত্য পৰিষদ আদিৰ লগত থকা তেখেতৰ নিবিড় সম্পৰ্কৰ কথা সকলোৱে জানে। ১৯৬৫ চনত অসম সাহিত্য সভাৰ নলবাৰী অধিবেশনৰ অভ্যৰ্থনা সমিটিৰ তেখেত সম্পাদক আছিল আৰু উক্ত কাৰ্য্য তেখেতে অতি দায়িত্বসহকাৰে আৰু দক্ষতাৰে পালন কৰিছিল। আমাৰ আলঙ্কাৰিকসকলে মিলনৰ ভাবকে (সহিতস্য ভাবঃ) সাহিত্য বুলি অভিহিত কৰিছে আৰু ৰবীন্দ্ৰনাথেও মিলনকে সাহিত্য বুলি স্বীকাৰ কৰিছে। গোস্বামীদেৱৰ ব্যক্তিত্ব সাহিত্যিকৰ উদাৰতা আৰু জনস্ৰোতত নিজকে মিলিত কৰাৰ মনোভাৱ জীৱনৰ সকলো স্তৰতে প্ৰকাশ পাইছে। নলবাৰীৰ বাহিৰতো দুই চাৰিটা অনুষ্ঠানত তেখেতে বিভিন্ন ভূমিকা গ্ৰহণ কৰিছিল। সাহিত্যিক জ্বলটি ৰাম লহকৰ শতবাৰ্ষিকী উদ্‌যাপন সমিতিৰ তেখেত এগৰাকী উপদেষ্টা আছিল। সাহিত্যানুষ্ঠানৰ প্ৰতি থকা তেখেতৰ আগ্ৰহৰ বাবেই তেখেত উৰিষ্যা সাহিত্য সম্মিলনলৈ বিশেষ দৰ্শকৰূপে আমন্ত্ৰিত হৈছিল আৰু কটকৰ পৰা উভতি আহি

উৰিষ্যা ভ্ৰমণ শীৰ্ষক ভ্ৰমণ কাহিনী এটা লিখি সত্যব্ৰত লহকৰ সম্পাদিত ''নাম নাই''ত প্ৰকাশ কৰিছিল। অসমীয়া বিধবাৰ লাঞ্চনা' শীৰ্ষক তেখেতৰ আন এটা প্ৰবন্ধ তাহানিৰ সাদিনীয়া অসমীয়াত প্ৰকাশ হৈছিল। গোস্বামী বংশৰ আদি পুৰুষ ''খুদিয়াৰ কৱিৰত্ন গোপাল মিশ্ৰ'' আৰু ভট্টদেৱৰ ওপৰত লিখা দুটা প্ৰবন্ধ 'নাম নাই'ত প্ৰকাশিত হৈছিল। ইয়াৰ উপৰি আৰু বহুতো প্ৰবন্ধ 'নাম নাই'ত প্ৰকাশিত হৈছিল। ইয়াৰ উপৰি আৰু বহুতো প্ৰবন্ধ আছিল যিবিলাকৰ যথোপযুক্ত ৰক্ষণাবেক্ষণৰ অভাৱত আজি বিলুপ্তি ঘটিল। সমাজ জীৱনৰ বিভিন্ন দিশত আলোকপাত কৰা গোস্বামীদেৱৰ সৃষ্টিৰ বিশালতা নাথাকিলেও ঘনত্ব আছে—বাক চাতুৰ্য্য নাথাকিলেও এখন সৰস আৰু সৰল হৃদয়ৰ স্পষ্ট চাপ ইয়াৰ প্ৰতিটো পংক্তিয়ে বহন কৰিছে। সময়ে তেখেতক উভতি চাওক। এয়ে আমাৰ একান্ত আশা।

---

প্ৰয়াত শৰ্মা এগৰাকী চিন্তাশীল লেখক। নলবাৰী কলেজৰ ইংৰাজী বিষয়ৰ অধ্যাপক শৰ্মাদেৱে •এই প্ৰবন্ধটো ৰচনা কৰিছিল ডাঃ গোস্বামীৰ জীৱিত কালতে। ডাঃ গোস্বামীৰ মৃত্যুৰ আগতে ড° শৰ্মাৰ অকাল বিয়োগ হয়। প্ৰবন্ধটো যথাযথভাৱেই ইয়াত সন্নিবিষ্ট কৰা হৈছে। তেখেতে কেবাখনো মূল্যবান পুথিও ৰচনা কৰিছে।

# ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱক মই যিদৰে জানো

৺বিশ্বনাথ শৰ্মা

নলবাৰীৰ উন্নয়নৰ বাবে ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱে যিখিনি অৱদান দি থৈ গ'ল তাৰ বাবে নলবৰীয়া ৰাইজৰ মনত তেখেত স্মৰণীয় হৈ থাকিব বুলি মোৰ বিশ্বাস। অসমৰ প্ৰসিদ্ধ বৈষ্ণৱ কবি কবিৰত্ন গোপাল মিশ্ৰই প্ৰতিষ্ঠা কৰা খুদিয়া সত্ৰত জন্ম গ্ৰহণ কৰা ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱে এক সুদীৰ্ঘ ৮৭ বছৰীয়া কৰ্মময় জীৱন যাপন কৰি আদৰ্শ ৰাখি থৈ গৈছে। তেখেতক মই ছাত্ৰাৱস্থাৰ পৰাই নলবাৰী গৰ্ডন হাইস্কুলত লগ পাইছিলোঁ। তেখেত আমাৰ দাদা প্ৰাণ শৰ্মাৰ সহপাঠী বন্ধু। দাদাৰ বন্ধু হিচাপে তেখেতক মই নিজৰ দাদাৰ নিচিনা শ্ৰদ্ধা ভক্তি কৰিছিলোঁ। তেখেতে মোক সৰু ভাইৰ নিচিনা মৰম-স্নেহ কৰিছিল। এই ভাল পোৱা ভাব পিছলৈ বেচি গাঢ়হে হৈছিল। '৩০ চনৰ আইন অমান্য আন্দোলনত মই নলবাৰী গৰ্ডন হাইস্কুলৰ ১০ম মান শ্ৰেণীৰ ছাত্ৰ। গোস্বামীদেৱ কটন কলেজৰ ছাত্ৰ। আমি তেতিয়া স্কুল কলেজৰ প্ৰায় সকলো ছাত্ৰই আন্দোলনত যোগ দিছিলোঁ। গোস্বামীদেৱেও কটন কলেজৰপৰা ওলাই আন্দোলনত যোগ দিছিল। ১৯৩২ চনত তেখেত কলিকতালৈ ডাক্তৰী পঢ়িবলৈ যায়। ১৯৩৬ চনত ডাক্তৰী পাছ কৰি আহি নলবাৰীত নিজাকৈ "ফাৰ্মাচী" খুলি চিকিৎসা ব্যৱসায়ত লাগে। মই গুৱাহাটী জেইলৰ পৰা খালাচ হৈ আহি নলবাৰীৰ প্ৰিয়নাথ চৌধুৰীদেৱৰ 'শিৱদা ঔষধালয়'ত ১৯৩৫ চনত ভৰ্ত্তি হওঁ। তেতিয়াৰপৰা আকৌ ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ সান্নিধ্যত আহো আৰু একেলগে দেশসেৱাৰ কামত লাগিবলৈ সুবিধা পাওঁ।

তেখেতৰ "ফাৰ্মাচী"খন আমাৰ কৰ্মীসকলৰ এখন প্ৰধান আড্ডা আছিল। সেই সময়ত নলবাৰীত ডাঃ হৰেকৃষ্ণ গোস্বামীৰ "ফাৰ্মাচী", মহাদেৱ শৰ্মা কবিৰাজৰ "ফাৰ্মাচী" আৰু "শিৱদা ঔষধালয়" এই তিনিখন ঠাই আমাৰ কৰ্মীসকলৰ প্ৰধান ঘাটি আছিল। ১৯৪২ চনৰ আন্দোলনত, গুৱাহাটীৰ নেতাসকল..... বৰদলৈ, ডাঃ ভুবনেশ্বৰ বৰুৱা, সিদ্ধিনাথ শৰ্মা, লক্ষ্মীধৰ বৰাকে

আদি কৰি সকলো কৰ্মীৰে ডাঃ গোস্বামীৰ লগত যোগাযোগ আছিল, তেখেতসকল নলবাৰীলৈ আহিলে গোস্বামীদেৱৰ ফাৰ্মাচীতে খোৱা-লোৱা কৰে আৰু আৱশ্যকীয় পৰামৰ্শ প্ৰদান কৰে। কিন্তু এইবিলাক গোপনেহে কৰা হৈছিল। গোস্বামীদেৱ যাতে পুলিচৰ নজৰত নপৰে। তেখেত গ্ৰেপ্তাৰ হ'লে সৰ্বসাধাৰণ ৰাইজৰ চিকিৎসাত ব্যাঘাত হ'ব পাৰে। ১৯৪০ চনৰ ব্যক্তিগত সত্যাগ্ৰহত ডাঃ গোস্বামীক সত্যাগ্ৰহ কৰিবলৈ দিয়া নহ'ল গ্ৰেপ্তাৰ হ'ব পাৰে বুলি ভাবি। তেখেতে চাইকেলত ডাক্তৰী বেগটো বান্ধি লৈ গাঁৱে গাঁৱে প্ৰচাৰ কাৰ্য্য কৰি ফুৰিলেও পুলিচে সন্দেহ নকৰে। গতিকে তেখেতে অবাধে আন্দোলনৰ তদাৰকী কৰি ফুৰিব পাৰিছিল। সেই কাৰণে ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱ স্বাধীনতা আন্দোলনৰ এজন মুখ্য অপৰিহাৰ্য্য সহযোগী হিচাপে পৰিগণিত হৈছিল। দুখৰ বিষয় তেখেতে যথা সময়ত মুক্তি যুঁজাৰুৰ পেন্সন পোৱা নাছিল। মৃত্যুৰ অলপ কেইবছৰমান আগতহে ৰাজ্যিক পেন্সন ৫০০ টকাকৈ পাইছিল। ইয়াৰ কাৰণ পেন্সন মঞ্জুৰ কৰাৰ আগৰ নেতাসকল এজনো জীৱিত নাছিল। অথবা তেখেতে নিজেও আগ্ৰহ কৰা নাছিল।

১৯৪৭ চনৰ পাছত নলবাৰীৰ যিমানবিলাক উন্নয়নমূলক কাম হৈছে প্ৰায় সকলো বিলাকতে ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ বিশেষ অৱদান আছে। নলবাৰী পৌৰ সভাপতি হৈ বজাৰ উন্নয়ন, ডাক্তৰখানাৰ উন্নয়ন, বিশেষকৈ নলবাৰী কলেজ স্থাপনত তেখেতৰ অৱদান অনন্য। চিকিৎসক হিচাবেও তেখেত এজন ব্যক্তিত্ব সম্পন্ন সৰবৰহী লোক আছিল। সহজ সৰল অন্তঃকৰণ, সহানুভূতিশীল গুণেৰে বিভূষিত এই লোকজনে সকলোৰে মন জয় কৰি প্ৰকাশিত হৈছিল।

তেখেতৰ সমাজ সেৱাৰ কামহে মুখ্য আছিল। চিকিৎসা ব্যৱসায় গৌণ আছিল। সেয়েহে পৰিয়ালৰ আৰ্থিক অৱস্থা সিমান সচ্চল নাছিল। অৱশ্যে ল'ৰাকেইজনে যথাযোগ্য ভাবে শিক্ষা-দীক্ষা লৈ ভালদৰে সংসাৰ চলাই আছে।

ব্যক্তিগত হিচাপে হৰেকৃষ্ণ গোস্বামীদেৱ মোৰ আজীৱন সহযোগী বন্ধু। বাঁহজানী আশ্ৰম স্থাপন কৰা সময়ত মোৰ (১৯৪৭ চন) পত্নীৰ দুৰাৰোগ্য ৰোগত ডাঃদেৱে ভুৱনেশ্বৰ বৰুৱাৰে পৰামৰ্শক্ৰমে চিকিৎসা কৰি আৰোগ্য কৰে। সেই সময়ত মই পথৰ ভিখাৰী আছিলোঁ। ডাঃ ভুৱনেশ্বৰ বৰুৱা আৰু ডাঃ হৰেকৃষ্ণ গোস্বামীৰ দয়াতহে মই নিষ্কৃতি পাওঁ। গোস্বামীদেৱে ঔষধবিলাক তেখেতৰ ফাৰ্মাচীৰপৰা দিছিল। তাৰ মূল্য বহু বছৰৰ পিছতহে মই পৰিশোধ কৰিবলৈ সক্ষম হৈছিলোঁ। তেখেতে কিন্তু মূল্যৰ আশা কৰা নাছিল। চিৰনমস্য এই ব্যক্তিজনৰ বিদেহী আত্মালৈ পুনঃ শ্ৰদ্ধাঞ্জলি নিবেদন কৰিলোঁ। ❑

---

প্ৰয়াত শৰ্মা এগৰাকী স্বাধীনতা আন্দোলনৰ বিশিষ্ট নেতা। মুক্তি যুঁজাৰু আৰু সুবক্তা।

# ভাৰতীয় জাতীয় কংগ্ৰেছ

ভাৰতীয় জাতীয় কংগ্ৰেছৰ এশ বছৰ পূৰ হ'ল। ১৮৮৫ চনতে কংগ্ৰেছ সংগঠিত হৈছিল এজন ইংৰাজ বিষয়া এন্দ্ৰু হিউমৰ প্ৰচেষ্টাত। তেতিয়াৰ কংগ্ৰেছৰ লক্ষ্য আছিল আবেদন নিবেদনেৰে শিক্ষিত ভাৰতীয়সকলৰ কাৰণে সাম্ৰাজ্যবাদী ইংৰাজ চৰকাৰৰ পৰা কিছু কিছু সুযোগ সুবিধা আদায় কৰা। বগা ছালৰ ইংৰাজৰ সমানে সমানে কলা ছালৰ ভাৰতীয়সকলেও সামাজিক মানমৰ্যাদা লাভ কৰা। ক'বলৈ গ'লে ১৯২০/২১ চনত মহাত্মাগান্ধীৰ নেতৃত্বত যি অসহযোগ আন্দোলন গঢ়লৈ উঠিছিল, তেতিয়ালৈকে জাতীয় কংগ্ৰেছ আছিল ভাৰতৰ ইংৰাজ প্ৰশাসনৰ অতিৰিক্ত সহায়ক স্বৰূপ। অৱশ্যে মহাৰাষ্ট্ৰ-কেশৰী বাল গঙ্গাধৰ তিলকে কংগ্ৰেছত যোগদান কৰাৰ পিছৰে পৰা কংগ্ৰেছত ক্ৰমে ইংৰাজ বিৰোধিতা তীব্ৰ হ'ব ধৰে। কিন্তু গোপালকৃষ্ণ গোখলে প্ৰভৃতি নৰমপন্থীসকলে ভাবস্তিৰে ইংৰাজ শাসনৰ গুণানুকীৰ্ত্তন কৰিয়ে চলি আছিল। অথচ এইজন গোখলে আছিল মহাত্মাগান্ধীৰ ৰাজনৈতিক গুৰু। অৱশ্যে আদিতে মহাত্মাগান্ধীৰো ইংৰাজ-প্ৰীতিৰ তুলনা নাছিল। ১ম মহাসমৰৰ সময়ত ইংলণ্ডলৈ গৈ ইংৰাজৰ যুদ্ধ প্ৰচেষ্টাত সহায় কৰি "কিল্‌ৰী হিন্দী" পদক লাভ কৰিবলৈও তেওঁ এৰা নাছিল। স্বৰাজ, স্বাধীনতা আদি ১৯২০ চনলৈ কংগ্ৰেছৰ আদৰ্শভুক্ত হোৱাই নাছিল। তিলকে 'স্বৰাজ মানুহৰ জন্ম স্বত্ব' ধ্বনিৰে ভাৰতীয় জনগণক উদ্বুদ্ধ কৰিবলৈ যত্নপৰ হৈছিল যদিও কংগ্ৰেছ সংগঠনে বহুদিনলৈ তাৰ বিৰোধিতা কৰিয়ে আছিল।

সাম্ৰাজ্যবাদী বিদেশী ইংৰাজে ভাৰতৰ কি অনিষ্ট কৰিছে তাক বৰ্ণাব গ'লে এখন মহাভাৰত। ইংৰাজে প্ৰকৃততে ভাৰতক লুটপাট কৰিয়ে ক্ষান্ত থকা নাছিল, ভাৰতীয়ক এটা মগনিয়াৰ জাতিত পৰিণত কৰিছিল। ইংৰাজে ভাৰতীয়ৰ ঐক্য-সংহতিও বিলোপ কৰিছিল। ইংৰাজৰ বিৰুদ্ধে ভাৰতীয়ৰ প্ৰথম স্বাধীনতা সংগ্ৰাম হৈছিল ১৮৫৭ চনত। তেতিয়ালৈকে হিন্দু-মুছলমান, শিখ সকলো মিলি এক আৰু অভিন্ন। ঐক্যবদ্ধ ভাৰতত যে শোষণ বহুকাললৈ নিটিকিব তাক কুটবুদ্ধিৰ ভঁৰাল ইংৰাজে জানিছিল আৰু সেইকাৰণে ধৰ্ম আৰু সম্প্ৰদায়ৰ বিভিন্নতাৰ নামত ভাৰতক বিভক্ত কৰিবলৈ ইংৰাজ উঠিপৰি লাগিল। সংখ্যালঘু সম্প্ৰদায়ৰ মুছলমান নেতৃত্বৰ কাণত মন্ত্ৰণা দি ১৯৬০ চনত 'ভাৰতীয় মুছলিম লীগ' প্ৰতিষ্ঠা

কৰালে। তেনেকৈ একাংশ হিন্দু নেতৃত্বৰ দ্বাৰা সংগঠন কৰালে 'হিন্দু মহাসভা'। শিখ বিলাকৰ মাজতো ইংৰাজেই বিভেদৰ বীজ সিঁচি দিলে। সিমানেই নহয়, জন-জাতীয়, অ-জনজাতীয়, পৰ্বত-ভৈয়াম আদিৰ মাজতো বিভেদ বিচ্ছিন্নতাৰ সৃষ্টি কৰিলে ইংৰাজেই। মহাত্মাগান্ধীৰ নেতৃত্বত গঢ়লৈ উঠা অসহযোগ আন্দোলনে কম বেচি পৰিমাণে ইংৰাজে বিচ্ছিন্ন কৰা ভাৰতক ঐক্যবদ্ধ ভাবে ইংৰাজৰ বিৰুদ্ধেই থিয় কৰালে, ঐক্য আৰু সংহতিৰ শক্তি কিমান বিৰাট, কিমান অপৰিসীম তাক ভাৰতীয় জনগণে উপলব্ধি কৰিবলৈ সমৰ্থ হ'ল।

জৱহৰলাল নেহৰুৰ নেতৃত্বই কংগ্ৰেছক বহু পৰিমাণে বিদ্ৰোহী বিপ্লৱী কৰিও তুলিছিল। তেওঁ ১৯২৭ চনতে ছোভিয়েট ৰুচিয়া ভ্ৰমণ কৰিবলৈ গৈছিল। ১৯১৭ চনত ছোভিয়েট ৰুচিয়াত সমাজতান্ত্ৰিক বিপ্লৱ সফল হৈছিল। বিপ্লৱৰ দহ বছৰ পিছৰ ৰুচিয়াৰ পৰিবৰ্তন দেখি তেওঁ বিস্ময়ত বিমুগ্ধ হৈছিল। তাৰপৰা ঘূৰি আহি সভা-সমিতিত বক্তৃতাৰে, কাগজে-পত্ৰই, আলোচনা-বিলোচনাৰে সমাজতান্ত্ৰিক ছোভিয়েট বৈপ্লৱিক আদৰ্শ আৰু সামাজিক ৰূপান্তৰৰ কথা তেওঁ ব্যাপকভাৱে প্ৰচাৰ কৰিব ধৰিলে। ১৯২৯ চনত অবিভক্ত ভাৰতৰ লাহোৰত অনুষ্ঠিত কংগ্ৰেছৰ অধিবেশনত সভাপতিত্ব কৰি তেওঁ পূৰ্ণ স্বাধীনতাৰ দাবী উত্থাপন কৰিলে আৰু কংগ্ৰেছৰ ভিতৰতে নবীণ-প্ৰবীণ এদলক বিপ্লৱী ৰূপে গঢ়ি তুলিবলৈ প্ৰযত্নবান হ'ল। প্ৰকৃততে তেতিয়াৰে পৰা ১৯৪৫ চন মানলৈ কংগ্ৰেছ ভাৰতীয় ভিন ভিন দলমতৰ ৰাজনৈতিক সংগঠনৰ এটা মৰ্চাৰ দৰে হৈ পৰিছিল। বিশিষ্ট কমিউনিষ্ট আৰু চোচিয়েলিষ্ট নেতাসকল কংগ্ৰেছৰ ভিতৰত থাকিয়ে সংগ্ৰামৰত হৈছিল। ২য় মহাসমৰৰ পিছতহে প্ৰথমে কমিউনিষ্ট আৰু পিছত চোচিয়েলিষ্টসকল কংগ্ৰেছৰ পৰা ওলাই গৈ নিজা নিজা সংগঠন সুকীয়াকৈ গঠন কৰে। এই ফালৰ পৰা বিচাৰ কৰিলে দেশ স্বাধীন নোহোৱালৈকে কংগ্ৰেছ সমগ্ৰ ভাৰতৰে ৰাজনৈতিক সংগঠন আছিল বুলি ক'ব পাৰি।

উল্লেখ কৰি আহিছোঁ যে ভাৰতীয়ৰ কাৰণে সুযোগ সুবিধা আদায় কৰাই আছিল আদিতে কংগ্ৰেছৰ লক্ষ্য। ১৯২০ চন মানৰপৰা ৰাজনৈতিক অধিকাৰ আদায়ৰ দাবী সংযুক্ত হ'ল। ১৯২৯ চনৰ পৰা পূৰ্ণ স্বাধীনতাৰ দাবীও সংযোগ হ'ল। তাক শক্তিশালী কৰি তুলিছিল মহাত্মাগান্ধীৰ দাণ্ডিযাত্ৰা আৰু ঐতিহাসিক লোণ আইন ভঙ্গই। এই সকলোবোৰ মিলি ভাৰতৰ শাসন ব্যৱস্থাৰ বিষয়ে বিবেচনা কৰিবলৈ ইংৰাজ প্ৰশাসনক বাধ্য কৰিছিল আৰু ১৯৩৭ চনত প্ৰাদেশিক বিধান পৰিষদৰ নিৰ্বাচনত ভাৰতৰ নখন প্ৰদেশত (বৰ্ত্তমান ৰাজ্য) কংগ্ৰেছে সংখ্যা-গৰিষ্ঠতা লাভ কৰি চৰকাৰ গঠন কৰিবলৈ সমৰ্থ হৈছিল। অসমত সংখ্যা গৰিষ্ঠতা লাভ নকৰিলেও তেতিয়াৰ কংগ্ৰেছৰ সভাপতি সুভাষ

চন্দ্ৰ বসুৰ ৰাজনৈতিক কুশলতাৰ ফলত কংগ্ৰেছৰ নেতৃত্বত সংযুক্ত চৰকাৰ গঠন কৰিবলৈ সমৰ্থ হৈছিল। কিন্তু ১৯৩৯ চনত ২য় মহাসমৰ আৰম্ভ হোৱাত মন্ত্ৰীসভা বা ভাৰতীয় লোকৰ বিনা অনুমতিত ভাৰত যুদ্ধত লিপ্ত বুলি ঘোষণা দিয়াত কংগ্ৰেছ চৰকাৰসমূহে পদত্যাগ কৰে আৰু যুদ্ধৰ বিৰোধিতা কৰি সত্যাগ্ৰহ আন্দোলন কৰে।

২য় মহাসমৰত ইংৰাজৰ কাৰণে ভাৰতৰ সহযোগিতা বিশেষ আৱশ্যক আছিল। সেই কাৰণে আলোচনা-বিলোচনাৰ জৰিয়তে সমৰ্থন আদায়ৰ চেষ্টা কৰিছিল; আনকি যুদ্ধৰ অন্তত ভাৰতৰ স্বাধীনতাৰ বিষয়ে বিবেচনা কৰিব বুলি প্ৰলুব্ধ কৰিও সমৰ্থন আদায়ৰ চেষ্টা কৰিছিল। কিন্তু কোনো নিশ্চিত আশ্বাস নিদিয়া কাৰণে কংগ্ৰেছে ইংৰাজক সমৰ্থন কৰিবলৈ ইচ্ছা কৰা নাছিল। শেষত ১৯৪২ চনৰ ৯ আগষ্টৰ দিনা কংগ্ৰেছে ইংৰাজৰ ভাৰত ত্যাগ প্ৰস্তাৱ গ্ৰহণ কৰে। লগে লগে মহাত্মাগান্ধী প্ৰমুখ্যে নেতৃবৰ্গক গ্ৰেপ্তাৰ কৰে আৰু সমগ্ৰ ভাৰতযুৰি 'কৰিম বা মৰিম' মন্ত্ৰেৰে দীক্ষিত হৈ ভাৰতীয় জনগণ মুক্তিযুদ্ধত জঁপিয়াই পৰিলে। চোভিয়েট ৰুচিয়াৰ হাতত নাজী জাৰ্মানীৰ চূড়ান্ত পৰাজিত আৰু মিত্ৰ বাহিনীয়ে এটোম বোমা নিক্ষেপেৰে হিৰোচিমা নাগাচাকি ধ্বংসেৰে জাপানক পৰাজয় কৰি ২য় মহাসমৰৰ সমাপ্তি ঘটালে।

২য় মহাসমৰে ইংৰাজক অতি দুৰ্ব্বল কৰি পেলালে। তেতিয়া ভাৰত জাগ্ৰত। ইংৰাজে ধৰ্ম আৰু সম্প্ৰদায়ৰ নামত ভাৰতীয় জনগণৰ মাজত বিভেদৰ বীজ সিঁচি দিছিল। সম্প্ৰদায়িক সংঘৰ্যই শেষত এনে কুশ্চচ ৰূপ ধাৰণ কৰিলে যে সমগ্ৰ বিশ্বই ইংৰাজক লাজ দিব ধৰিলে। ২য় মহাসমৰৰ সময়ত একাংশ ভাৰতীয় সৈন্য ফাটি গৈ সুভাষ চন্দ্ৰ বসুৰ নেতৃত্বত 'আজাদ হিন্দ ফৌজ' গঢ়ি তুলিছিল। ২য় মহাসমৰৰ পিছত ১৯৪৬ চনৰ ফেব্ৰুৱাৰীত বোম্বাইত নৌ বাহিনীয়েও প্ৰত্যক্ষভাৱে বিপ্লৱ কৰিলে। ভাৰতীয় শ্ৰমিক শ্ৰেণীয়েও বিপুল ৰূপত ধৰ্মঘট আদি কৰিব ধৰিলে। শেষত নিৰুপায়ত পৰি ইংৰাজে ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা ভাৰতক স্বাধীন বুলি ঘোষণা কৰিবলৈ বাধ্য হ'ল। অৱশ্যে সাম্ৰাজ্যবাদী ষড়যন্ত্ৰ 'বিভাজন' আৰু শাসন নীতি প্ৰয়োগ কৰি অখণ্ড ভাৰতক দ্বিখণ্ড কৰি চিৰ অশান্তিত মজিবলৈ ব্যৱস্থা কৰি থৈহে গ'ল। দেশ স্বাধীন হোৱাৰ পিছত দেশ শাসনৰ অধিকাৰ কংগ্ৰেছৰ হাতলৈয়ে আহে। মাজতে দুবছৰমান কালহে জনতা দলে দেশ শাসনৰ অধিকাৰ পাইছিল। প্ৰায় দুকুৰি বছৰীয়া শাসন কালত আন্তৰ্জাতিক ক্ষেত্ৰত কংগ্ৰেছে নিষ্ঠা আৰু নিপুণতাৰ পৰিচয় দিব পৰাটো পৰম গৌৰৱৰ কথা। কিন্তু আভ্যন্তৰীন ক্ষেত্ৰত অশান্তি, অসূয়া, বিভেদ, বিচ্ছিন্নতা বাঢ়ি থকাটো জাতিৰ কাৰণে দুখৰ কথা। আনকি ক্ষমতাৰ টনা-

আজোবাত কংগ্রেছ দলেই বিভাজনৰ সন্মুখীন হ'ল দুবাৰ। ই কোনোৰো কাৰণে শুভ হ'ব নোৱাৰে।

কংগ্রেছৰ শতবাৰ্ষিকী উৎসৱৰ সময়ত আমি অতীতৰ বিশিষ্ট সকললৈ শ্রদ্ধা নিবেদন কৰিছোঁ। জ্ঞাত-অজ্ঞাত শ্বহীদসকলৰ স্মৃতিৰ প্ৰতি মূৰ দোৱাইছোঁ আৰু বৰ্তমানৰ কংগ্রেছ নেতৃত্বক ভাৰতৰ জাতীয় জীৱনৰ বেদ স্বৰূপ সংবিধান অনুসৰি জাতিক নেতৃত্ব দিবলৈ অনুৰোধ জনাইছোঁ। আজিৰ প্ৰগতিশীল বিশ্বৰ লগত খোজ মিলাব লাগিলে ভাৰতীয় জনগণক দাৰিদ্ৰমুক্ত আৰু শিক্ষা-দীক্ষাৰে সংস্কৃতি সম্পন্ন ৰূপে গঢ়ি তুলিব নোৱাৰিলে আমি বিশ্বৰ বুকুত সুসভ্য বুলিয়ে বা পৰিচয় দিম কেনেকৈ? ❑

---

* ১৯৮৯ চনৰ জানুৱাৰী-ফেব্ৰুৱাৰী সংখ্যা 'নাম নাই' আলোচনীত প্ৰকাশিত।

—সম্পাদক

# 'খুদিয়াৰ কবিৰত্ন গোপালমিশ্ৰ'

নলবাৰী চহৰৰ এক মাইল উত্তৰে অৱস্থিত 'খুদিয়া' এখন দামোদৰীয়া ধৰ্মৰ প্ৰধান সত্ৰ। (১৪৩৬-১৫০০ শকত) বৈষ্ণৱ কবি গোপাল মিশ্ৰই এইখন সত্ৰ স্থাপন কৰিছিল। গুৰু দামোদৰদেৱৰ এওঁ অন্যতম প্ৰধান শিষ্য আছিল। এওঁ 'ঘোষাৰত্ন' ভাগৱত, শঙ্খচূড় বধ, মধুকৈটভ আৰু মহিষাসুৰ বধ আদি অতি মূল্যবান পুথি ৰচনা কৰিছিল। এই পুথিসমূহে অসমীয়া সাহিত্যৰ ভৰাল টনকিয়াল কৰাই নহয় ই ভাষা সাহিত্যৰ মানদণ্ডও উন্নত কৰিছিল।

বৈষ্ণৱগুৰু শ্ৰীশ্ৰীদামোদৰদেৱৰ অন্যতম্ প্ৰধান শিষ্য পাটবাউসী সত্ৰৰ সত্ৰাধিকাৰ বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্য্য আৰু খুদিয়াৰ কবিৰত্ন গোপাল মিশ্ৰ একে বয়সৰ সমসাময়িক আছিল। ৺ৰামদাস বিৰচিত সন্তচৰিত পুথিত লিখিছে—

খুদিয়াৰ কবি ৰত্ন সমন্বিতে<br>
সখি হৈল দুহান্তৰ।<br>
দুয়ো দামোদৰ দেৱৰ তনয়<br>
যেন এক কলেবৰ।।৯০৭।।

কবিৰত্ন গোপাল মিশ্ৰ সংস্কৃত ভাষাৰ বিদগ্ধ পণ্ডিত আছিল। সেই সময়ত খুদিয়া সংস্কৃত ভাষা-শিক্ষা চৰ্চাৰ প্ৰধান কেন্দ্ৰ আছিল। বিভিন্ন প্ৰান্তৰ পণ্ডিত ব্ৰাহ্মণ সজ্জনৰ ওপৰিও শিষ্য-প্ৰশিষ্য, ভকত আদিৰ সমাবেশ ঘটিছিল। খুদিয়াত অনুষ্ঠিত হোৱা ধৰ্ম সভাবোৰত পাটবাউসী সত্ৰাধিকাৰ ভাগৱত ভট্টাচাৰ্যও উপস্থিত থাকি 'ভাগৱত' পাঠ কৰি পণ্ডিত মণ্ডলীক মুগ্ধ কৰিছিল। এনেকুৱা এখন ধৰ্ম্ম সভাতে খুদিয়াৰ গোপালদেৱে বৈকুণ্ঠনাথ ভট্টাচাৰ্য্যক "ভাগৱত ভট্টাচাৰ্য্য" উপাধিৰে বিভূষিত কৰিছিল আৰু বৈকুণ্ঠনাথ ভট্টাচাৰ্য্যদেৱেও গোপালদেৱক "মিশ্ৰ কবিৰত্ন" উপাধিৰে সন্মানিত কৰে। তেতিয়াৰ পৰা গোপালদেৱক "খুদিয়াৰ কবিৰত্ন" গোপাল মিশ্ৰ নামে জনাজাত হয়। বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্য্যও পিছত ভট্টদেৱ নামে জনসমাজত সুপৰিচিত হয়।

খুদিয়াত অনুষ্ঠিত ধৰ্মসভাবোৰত গোপালমিশ্ৰই সংস্কৃত ভাষাৰ উপৰিও ধৰ্ম সম্পৰ্কীয় বিভিন্ন বিষয়সমূহত আলোচনা আগবঢ়াই শ্ৰোতামণ্ডলীক আনন্দ দান কৰিছিল। গোপাল মিশ্ৰৰ পাণ্ডিত্যপূৰ্ণ শাস্ত্ৰীয় আলোচনাই নিজৰ জ্ঞানৰ

পৰিসৰ যে ব্যাপক আছিল ই অনস্বীকাৰ্য্য। চৌদিশে জ্ঞানৰ প্ৰসাৰতা বিয়পি পৰাত বহুতো লোকে তেওঁৰ ওচৰত শৰণ লৈ শিষ্যত্ব গ্ৰহণ কৰে। তেতিয়াৰ পৰাই দামোদৰীয়া শিষ্য-প্ৰশিষ্য, ভকত আজিও অসমৰ বিভিন্ন ঠাইত বসবাস কৰি আছে। বিশেষকৈ ভৈয়ামত বাস কৰা কচাৰী সম্প্ৰদায়ৰ বেছিভাগ লোকে খুদিয়াৰ গোঁসাইৰ শিষ্য বুলি জনাজাত। ৺নীলকণ্ঠ দাসে এইদৰে লিখিছে—

শ্ৰীগোপাল মিশ্ৰদেৱে পূৰ দিশে গৈলা।
খুদিয়াস্থানত নামধৰ্ম্ম পালি ৰৈলা।।

গোপাল মিশ্ৰই প্ৰথমতে উলুবাৰী সত্ৰ পাতি তেওঁৰ সৰু ভায়েক অনন্ত মিশ্ৰক সত্ৰাধিকাৰ পাতি নিজে গৈ খুদিয়াত সত্ৰ স্থাপন কৰিছিল। এই খুদিয়াসত্ৰৰে গোপালপুৰ, ননৰা, কৰৰা আদি শাখা সত্ৰসমূহ এতিয়াও বিদ্যমান। এই দামোদৰীয়া সত্ৰসমূহত বৈষ্ণৱ গুৰুসকলৰ তিথি, শ্ৰাদ্ধাদি এতিয়াও চলি আছে।

৺লক্ষ্মীপতি চৰিত পুথিত এইদৰে উল্লেখ কৰিছে—

উলুবাৰী সত্ৰত আছিলা কতো কাল।
খুদিয়াত সত্ৰ পাচে পাতিলা গোপাল।।৮৩।।
গোপালৰ কনিষ্ঠ অনন্ত মিশ্ৰ নাম।
উলুবাৰী সত্ৰে তাঙ্ক থাপিলা গোপাল।।

গোপাল মিশ্ৰৰ উপৰি পুৰুষসকল উৰিষ্যাৰ পৰা অহা। এতিয়াৰপৰা গোপাল মিশ্ৰৰ সময়লৈ বাৰটা পুৰুষ অতিক্ৰম কৰিছে। "মিশ্ৰ' উপাধিটো প্ৰথমতে ব্যক্তিগত আছিল আৰু পিছলৈ জাতি বা বংশগত লৈ ঢাল খালে। 'মিশ্ৰ' বংশধৰসকলৰ কোনো কোনোৱে গোঁসাই, গোস্বামী আদি উপাধি গ্ৰহণ কৰে।

গোপাল মিশ্ৰ কবিৰত্ন বিৰচিত পুথিসমূহৰ ভিতৰত "ঘোষাৰত্ন" অসমীয়া সাহিত্যৰ এখনি অমূল্য শাস্ত্ৰ পুথি। 'ঘোষাৰত্ন' পুথিত কবিৰত্ন গোপাল মিশ্ৰই বৈষ্ণৱ গুৰু দামোদৰ দেৱক 'ঈশ্বৰ গুৰু' বুলি উল্লেখ কৰিছে আৰু নিজকে তেওঁৰ 'দাস' বা ভৃত্য বুলি উনুকিয়াইছে।

জয় জয় কৃষ্ণ দামোদৰ তুমি কল্পতৰু ভকতৰ
শৰণ পশিলো তজু পাদ পদ্মে আমি।
হৃদয় কমলে পদ থৰা মোক দাস বুলি লিখি লৰ,
সত্যে সত্যে তজু দাস ভৈলোঁ আমি স্বামী।।

খুদিয়াসত্ৰত প্ৰাচীন সাচিপতীয়া পুথিসমূহৰ ভঁৰাল এতিয়াও সংৰক্ষণ কৰি

ৰখা আছে। উচিত সময়ত পণ্ডিত-সাহিত্যিকসকলে এই প্ৰাচীন সাচিপতীয়া পুথিৰ ভাৱগধূৰ তত্ত্বসমূহ লোক-সমাজত প্ৰচাৰ কৰিব পাৰিলে অসমীয়া ভাষা-সাহিত্যৰ যথেষ্ট উন্নতি হ'ব আৰু লগতে গুৰুজনাৰ বিস্তৃত জ্ঞানৰ ভাণ্ডাৰ প্ৰচাৰ কৰি জাতীয় চেতনা জগাই তোলাত সহায়ক হ'ব।

গোপাল মিশ্ৰ কবিৰত্ন অকল যে সংস্কৃতৰেই নাম জ্বলা পণ্ডিত আছিল এনে নহয় অসমীয়া সাহিত্যৰো এজন প্ৰথম শ্ৰেণীৰ কবিও আছিল। এওঁ উদাৰতা বাপন্ন, নিৰহঙ্কাৰী প্ৰকৃত বৈষ্ণৱ কবি আছিল। 'ঘোষাৰত্ন' পুথিখন সকলো লোকে বুজিব পৰাকৈ সহজ-সৰল পদ্য আকাৰতে লিখা। ই কোনো পূৰ্বৰ সংস্কৃত শাস্ত্ৰৰ ভাঙনি নহয়। ইয়াৰ ৰচনা-ৰীতিৰ লালিত্য আৰু ভাৱৰ গভীৰতা বিবেচনা কৰি ইয়াক এখন উচ্চমান বিশিষ্ট পুথি বুলি ক'ব পাৰি। বৈষ্ণৱ ধৰ্ম্মৰ তত্ত্বসমূহৰো বাখ্যাত সুন্দৰ আৰু স্পষ্টভাৱে বৰ্ণনা কৰা আছে। ইয়াত বাৎসল্য, সম্য, শান্ত কান্ত আৰু মধুৰ এই পাঁচোটা ৰসৰ সমাবেশ দেখা যায়। নৱবিধ শৰণ, ভজন, ভক্তি ইত্যাদি বুজোৱা সকলোখিনি কথাকে সম্পূৰ্ণ ৰূপে দেখুৱাইছে।

কবি গোপালমিশ্ৰই "ঘোষাৰত্ন"ৰ সামৰণি মাৰিছে তলৰ শ্লোকটিৰ উদ্ধৃতিৰে—

"দামোদৰং প্ৰপদ্যেহহং কৰুণানন্দসাগৰং।
নিৰ্ম্মিতা কবিৰত্নেন ঘোষাৰত্ন প্ৰৱৰ্ত্তিকা।।
ওঁ শান্তি, ওঁ শান্তি, ওঁ শান্তি। * ❑

---

* মেজৰ সত্যব্ৰত লহকৰ সম্পাদিত "নাম নাই" মাহেকীয়া আলোচনীত প্ৰকাশিত হৈছে।

—সম্পাদক

# উৰিষ্যা ভ্ৰমণ

১৯৬৫ চনত মাঘ মাহত অসম সাহিত্য সভাৰ অধিবেশন নলবাৰীত বহিছিল। স্বৰ্গীয় ত্ৰৈলোক্য নাথ গোস্বামী অসম সাহিত্য সভাৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল আৰু মই (ডাঃ হৰেকৃষ্ণ গোস্বামী) অভ্যৰ্থনা সমিতিৰ সম্পাদক আছিলোঁ। আমাৰ সাহিত্য সভাৰ দৰ্শকৰূপে লক্ষ লক্ষ লোকৰ সমাগম হৈছিল। অসমৰ চাৰিও ফালৰপৰা প্ৰতিনিধি আহিছিল। অসমৰ বাহিৰৰ অৰুণাচল, নাগালেণ্ড, মণিপুৰ আৰু মেঘালয় আদি ঠাইৰ পৰাও আহিছিল। তেওঁবিলাকৰ উপস্থিতিয়ে সভাৰ সৌন্দৰ্য্য বঢ়াইছিল। এইখন সাহিত্য সভাৰ সভাপতি আছিল স্বৰ্গীয় ডিম্বেশ্বৰ নেওগ। আমাৰ সাহিত্য সভাৰ মুখ্য অতিথি আছিল ডাঃ হৰেকৃষ্ণ মহতাব, উৰিষ্যাৰ প্ৰাক্তন মুখ্যমন্ত্ৰী। তেওঁক বৰঝাৰ বিমান কোঁঠত আদৰণি জনাবলৈ মই আৰু অধ্যাপক কৰুণাকান্ত শৰ্মা গৈছিলোঁ। তাৰ পৰা আমি তেওঁক মটৰেৰে আনি নলবাৰী ডাক বঙলাত ৰখাৰ ব্যৱস্থা কৰিছিলোঁ। নলবাৰী সাহিত্য সভাৰ দৰ্শকৰ সমাগম দেখি তেওঁ আচৰিত আৰু মুগ্ধ হৈছিল। মুখ্য অতিথি হিচাবে তেওঁ সাহিত্য সভাৰ অধিবেশনত উৰিয়া ভাষাতে অতি সুন্দৰকৈ বক্তৃতা দিছিল। তেওঁৰ গুণ মুগ্ধ বক্তৃতা শুনি সকলো আপ্যায়িত হৈছিল। সঁচাকৈ মহতাব এজন প্ৰধান সাহিত্যিক আৰু বিচক্ষণ বক্তা আছিল।

সেই বছৰৰ চৈত মাহত বহাগৰ সংক্ৰান্তিত উৰিয়া বিষুৱৰ সাহিত্য সন্মিলনলৈ কটকত উপস্থিত হ'বলৈ ত্ৰৈলোক্য নাথ গোস্বামীদেৱক আৰু লগতে মোক নিমন্ত্ৰণ দিছিল। আগতীয়াকৈ ৰেলেৰে প্ৰথম শ্ৰেণীত যাবলৈ ভাড়া আদি দি পঠাইছিল। নিৰ্দ্ধাৰিত সময় মতে আমি দুয়ো গুৱাহাটীৰ পৰা ৰেলেৰে প্ৰথম শ্ৰেণীত গৈছিলোঁ। কলিকতা হাওৰা ষ্টেচনৰ পৰা পিছদিনা গৈ তাৰ পিছদিনা ৰাতি পুৱাৰ লগে লগে কটক ৰেল ষ্টেচন পালোঁ। তাত ৰেল ষ্টেচনত অভ্যৰ্থনা জনাবলৈ লগ হোৱা লোকসকলে আমাক দুয়োকো মালা পিন্ধাই জয়ধ্বনি দি মটৰেৰে কটক চাৰকুইট হাউচত নি ৰাখিছিল। কটকত উৰিয়া সাহিত্য সভা কেইবাদিনো বহিছিল। আমাক সদায় চাৰকুইট হাউচৰ পৰা মটৰেৰে সভাৰ স্থলীলৈ অনা-নিয়া কৰিছিল। সভাত আমাক দুয়োকে মঞ্চত নি বহুৱাইছিল। ডঃ হৰেকৃষ্ণ মহতাবে ত্ৰৈলোক্য নাথ গোস্বামীক আৰু মোক দৰ্শকৰ মাজত পৰিচয় কৰি দিছিল। অধ্যক্ষ ত্ৰৈলোক্য গোস্বামী চচিয়েলিষ্ট পাৰ্টিৰ লোক আৰু ডাঃ হৰেকৃষ্ণ গোস্বামী কংগ্ৰেছ দলৰ মুক্তি যুজাৰু লোক। দুয়ো একেলগে অসম

সাহিত্যৰ উন্নতিৰ হকে কাম কৰি গৈছিল। সভাত প্ৰবীণ সাহিত্যিক অধ্যক্ষ ত্ৰৈলোক্য গোস্বামী মুখ্য অতিথি হিচাবে অসমীয়া ভাষাতে বক্তৃতা দিছিল। সভাপতিৰ অনুৰোধক্ৰমে ময়ো অসমীয়া ভাষাতে বক্তৃতা দিছিলোঁ। তাত উৰিয়া বাতৰি কাকতত ফটো সহ আমালোকৰ নাম প্ৰচাৰিত হৈছিল। আমালোকৰ বক্তৃতা সকলোৰে মনোগ্ৰাহী হোৱা বুলি ভূয়সী প্ৰশংসা কৰিছিল। উৰিষ্যাৰ কটক, ভুৱনেশ্বৰ, কৰ্ণাৰক, পুৰি আদি তীৰ্থস্থান চোৱাৰ সুবিধা কৰি দিছিল। সমুদ্ৰৰ পাৰত ফুৰোতে সুন্দৰ ৰকমে হোৱা বতাহ উপভোগ কৰিছিলোঁ। বন্ধু গোস্বামী সহ সমুদ্ৰৰ ঢৌত দুয়ো হাতত ধৰাধৰিকৈ স্নান কৰিছিলোঁ। উৰিষ্যাত আমালোকে বিশ পচিশ দিনমান থাকি ৰেলেৰে আৰু মটৰেৰে ফুৰিছিলোঁ। উৰিষ্যাত আমালোকে বিশ পঁচিশ দিনমান থাকি ৰেলেৰে আৰু মটৰেৰে ফুৰিছিলোঁ। আমালোকে পুৰীত গেষ্টহাউচত আৰু ধৰমশালাত থাকি সমুদ্ৰত স্নান কৰিছিলোঁ। দিনে দুবাৰকৈ মহাপ্ৰভু জগন্নাথৰ মন্দিৰ দৰ্শন হৈছিলোঁ। মন্দিৰত হাজাৰ হাজাৰ তীৰ্থ যাত্ৰীৰ সমাগম। গোটেই ভাৰতবৰ্ষৰ আৰু নেপালৰ হিন্দু ৰাইজ দৰ্শক হিচাবে আহি মন্দিৰ দৰ্শন কৰে। ৭৫২ জন ব্ৰাহ্মণে দিনে ৭ বাৰকৈ ভোগ পাক কৰি বিতৰণ কৰে। পুৰী চহৰৰ হাজাৰ চহৰবাসী লোকসকলে ভোগ কিনি খায়। তাত মহাপ্ৰভুৰ মন্দিৰত আনন্দ বাজাৰ আছে। তাত নানা ধৰণৰ ভোগ তীৰ্থযাত্ৰীসকলে ইচ্ছানুসৰি কিনি খায় আৰু মনৰ তৃপ্তি সাধন কৰে। সমুদ্ৰৰ হাৱা-পানী অতি মনোমোহা সুন্দৰ। সমুদ্ৰৰ পাৰে পাৰে ফুৰিলে ভ্ৰমণকাৰীৰ সৰ্দ্দি-কাহ আদিৰে অসুস্থ শৰীৰ সুস্থ হয়। সমুদ্ৰৰ ঢৌ দূৰৰ পৰা পৰ্বতৰ নিচিনা ওপৰলৈ উঠি প্ৰত্যেক মিনিটে পাৰলৈ আহি থাকে। সমুদ্ৰত চলা নৌকাবোৰ হলং নৌকা। নাৱৰীয়াসকলে সমুদ্ৰত চলাই যায় বৈথাৰে। বৈথা সহ চলাই যাওঁতে নাৱৰীয়াসকল সমুদ্ৰৰ ঢৌত অদৃশ্য হয়। ঢৌ পাৰ হৈ গ'লে নাৱৰীয়া সহ নৌকা দেখা হয়। গোঁসাইৰ সৈতে উৰিষ্যাত বিশ পচিশ দিন মান ঘূৰি পকি চাই উপভোগ কৰিছিলোঁ। তাত উৰিষ্যাৰ কটক, ভুবনেশ্বৰ, পুৰী আদি চহৰৰ বিশিষ্ট লোক আৰু সাংবাদিকসকলে আমাক মাজে সময়ে মাতি নি অসম সম্বন্ধে, অসমীয়া ভাষা সম্বন্ধে আৰু দেশৰ পৰিস্থিতি সম্বন্ধে আলোচনা কৰিছিল আৰু আমাক চাহ-জলপান খুৱাই বাতৰি কাকতত প্ৰচাৰ কৰিছিল। আমাৰ অসমীয়া জাতিৰ সাধুতা সম্পৰ্কে আৰু অসম সম্পৰ্কে খুব প্ৰশংসা কৰিছিল। অসমীয়া ভাষা আৰু উৰিষ্যা ভাষাৰ মিল আছে, পুৰী এক্সপ্ৰেইচ ট্ৰেইনত উঠি কলিকতা হাৱৰালৈ আহি তাৰ পৰা নলবাৰীলৈ উভতি আহিছিলোঁ। উৰিষ্যা ভ্ৰমণ আমাৰ বৰ আনন্দদায়ক আছিল। ❑

* **বিঃদ্ৰঃ—** 'নাম নাই' আলোচনীত ১৯৮৮ ইং চনত শাৰদীয় বিশেষ সংখ্যাত (অক্টোবৰ) প্ৰকাশ হৈছে।

—সম্পাদক

# The Glory of Nalbari

The town of Nalbari is the head quarter of the present Nalbari Sub-division. It extends the present Nalbari sub-division. It extends from the mighty river Brahmaputra to the lofty hill Bhutan comprising an area of 880.5 square miles in the north Kamrup area of the Kamrup district of Assam. There are 810 villages in the sub-division and according to the 1961 census, the total population is 5,21,806. The density of population in some parts of the sub-division, such as Barbhag area, is the highest amongst the rural areas of the world. But owing to poverty specially made by the ravage flood of the rivers namely Pagaladia, Barlia, Nona and the mighty Brahmaputra, the number of literate person is not upto the mark.

But we can claim that from time immemorial our people were highly cultured. The various temples, Namghars and Mosques abundantly created in the villages and towns in the past days and still carefully preserved. There are the spectacular signs of the art and culture of the people. All the vaisnabas saints of Assam, namely Sankardev. Madhabdev, Damodardev and Haridev took shelter in this north Kamrup region in the middle and preached vaisnabism establishing the valuable satras, Gobinda Misra and Gopal Misra, the famous vaisnab poets and preachers were respectively believed to be the founders of the Jagra and the Khudia satras of Nalbari area. Besides, hundreds of vaisnab satras, famous Siva and Sakta temple such as the temple

of Balilecha, the temple of Bileswar, temple of Jaipal, temple of Bagheswari and many others are still the worshiping centre of the devotes of various sects of religion. Religious harmony among in mass people of this area is noticeable to all. Mandirs and Mosques are erected side by side but no communal troubles are seen. The temple of Hayagriba Madhab, Kedar and Powa Macca was specially be mentioned here as to be the brightest communal harmony of this north Kamrup region.

This area may be aptly regarded as the cultural gateway of Assam. The people of this area have been maintaining the cultural harmony with the rest of India. Though the people are poverty strike. They have been interest for education and culture, The Gurukol type of lots were the centre of education upto the beginning of this century and students from far and wide came for learning here, Nalbari is known as the Navadwipa of Assam, for being famous in Sanskrit Education. Even to day almost all the Sanskrit teachers of the secondary schools of Assam are either hailing from this area of taught at Nalbari, Astrology and Astronomy were specially, researched by the thinkers of the village of Gandhia. The famous Astrological book, "Khanda Saddhya"" was written by some of the scholar of Gandhia in the past. Grammer, Mathematics, Veda, Darsan, Smriti (Hindu law), Ayurveda and Astrology were specially taught in the Village lots of the region.

But no degree was conferred upon the students. They were taught for pure knowledge and scholasticity. Even today some scholars without degree are found in the rural areas of Nalbari Mahamahopadhya Dhireswaracharyya who passed away in 1929 who was a versatile scholar and was known all over the British Empire of his life time. He was an inhabitant of this Nalbari

area. He was a famous Grammaria, vedantist, and a prosodist. His "Brittamanjuri" is an unique prosody of Sanskrit Poetries.

In the middle age, Sanskrit dramas were written and staged in this area. Mention may be made of great Dramatist Dharmadev Goswami of Kaihati Satra. Who wrote the drama "Dharmodai" in the 18th century being patronised by the Ahom King Lakshmi Singha. The poet and Dramatist Ramakanta Chowdhury was amongst the pioneers of the Modern Assamese literature of the 19th century. The great educationist and fictionist Sarat Chandra Goswami was the founder secretary of the Assam Sahitya Sabha, the premire cultural institution of the entire state of Assam. Today hundreds of writers including Trailokyanath Goswami, the Sahitya Academy Prize winner are devoting their lines for upliftment of Assamese language and literature. The contributions of Late Pandit Pratap Chandra Goswami, Late Raishabeb Pratap Chandra Choudhury and Late Maniram Das for the development of Nalbari town and the whole area educationally, culturally and economically were enormous.

The people of this region area always found to be patriotic. In the middle ages, they fought fierce battles time to time with invaders from the west and maintained Independence. Even they fought against the Ahom rulers in the 18th century under the leadership of Hardutta and Birdutta. Equally they fought against the British imperialism while rest of Assam was seemed to be peaceful under the British yoke. The peasants of the north Kamrup region revolted against the Tyrany of the imperial British rulers of Assam by the end of the 19th century. The revolted peasants met them at Rajkadamtol of the village Paikarkuchi at the east of the river Pagaldia by the

side of the National Highway. The People in hundreds coverted imprisonment in the national freedom movement under the leadership of Mahatma Gandhi. Mukunda Kakati, the illustrious son of a rural peasant of the village Sonkani under Nalbari circle, was one of the Martyrs of the freedom struggle.

This region was never lagged behind in medical science. Ayurbeda is the oldest type of the medical science of the world. We have already mentioned that Ayurbeda was taught in the village tols of this area in the past. The educated people practised Ayurved and they were known as kabirajas, Kabiraj Baikuntha Chowdhury of village-Elengidal, Padma Chandra Goswami of village kulbil were famous Ayurbedic physicians of the 1st part of this century, And they were known and respected by all in every part of Assam. The valuable books like 'Draibyaguna' of Jogeswar Sarma and 'Baidya Amar' of Gangaram Tahasildar, were the products of the Ayurvedic Physicians of Nalbari area. Even operations were made according to the science of surjery of great sage sushruta. To-day in the days of the wake of Medical science our rural people mostly depend on Allopathathic science and very few an Ayurvedic. Hundreds of Medical Graduates are flourishing at present in our Nalbari area too. Some of them already earned good reputation in treating patients. Many of them with foreign degrees are holding jobs in the Assam Medical College and Gauhati Medical College and rendering science service and mastering the science.

Infact Nalbari is the confluence of the past and present, east and west we are glorious of our Nalbari. ❑

---

Published in the Souvnir, 15th Assam State Medical Conference. — Editor.

# মোৰ জীৱনত এভুমুকি

মোৰ শৈশৱৰ দুই এটা কথা ৰিণিকি ৰিণিকি এতিয়াও মনত পৰে। আমাৰ সৌভাগ্য যে আমি অসম প্ৰসিদ্ধ বৈষ্ণৱ কবি সু-সাহিত্যিক কবিৰত্ন গোপাল মিশ্ৰই প্ৰতিষ্ঠা কৰা খুদীয়া সত্ৰত জন্ম লাভ কৰিবলৈ পাইছোঁ। মহাপুৰুষ দামোদৰদেৱৰ প্ৰিয় শিষ্য আৰু অসমীয়া গদ্য-সাহিত্যৰ পিতা বৈকুণ্ঠ নাথ ভাগৱত ভট্টাচাৰ্য্যৰ প্ৰাণৰ সখা গোপাল মিশ্ৰ সাধাৰণতে ঘোষা ৰত্নৰ কবি ৰূপেই বিখ্যাত। তেওঁ ৰচনা কৰা ভাগৱতৰ ৩য়, ৭ম, ৮ম, স্কন্ধ; শঙ্খচূড় বধ, মহিমাসুৰ বধ আৰু মধু কৈটভ আদি গ্ৰন্থ অসমীয়া সাহিত্যৰ আপুৰুগীয়া সম্পদ। আমি এইজনা পৰম বৈষ্ণৱৰ বংশধৰ।

চেতনা লাভৰে পৰা আমি গোপাল মিশ্ৰৰ নাম শুনিছোঁ, ঘোষা-ৰত্ন পদৰ সুৰীয়া আবৃত্তি শুনিছোঁ। ৰাতিপুৱাৰে পৰা মাজ নিশালৈ খুদীয়া সত্ৰৰ কীৰ্ত্তনঘৰত ভকত বৈষ্ণৱসকলে গীত-পদ গোৱা, নাম প্ৰসঙ্গ কৰা শুনিছোঁ। অসমৰ ভিন ভিন ঠাইৰ পৰা অহা শিষ্য-প্ৰশিষ্যসকলৰ সমাবেশে চেতনা লাভৰে পৰা আমাক এক উদাৰ আৰু মুক্ত পৰিবেশৰ সম্ভেদ দি আহিছে। মহাপুৰুষসকলৰ জন্ম-মৃত্যু উপলক্ষে আয়োজিত উৎসৱ অনুষ্ঠান আদিয়েও আমাক অপাৰ আনন্দৰ সম্ভেদ দি আহিব পাৰিছে।

এনে এটা সুন্দৰ আৰু স্বাস্থ্যকৰ পৰিবেশত ১৯০৭ চনত মই জন্ম গ্ৰহণ কৰোঁ। গোপাল মিশ্ৰৰ দশম অধঃস্তন বংশধৰ মোৰ পিতা ৺লক্ষ্মীনাথ গোস্বামী আছিল এগৰাকী বিশিষ্ট সংস্কৃত পণ্ডিত আৰু জ্যোতিষী। মাই সৰস্বতী দেবীও আছিল বিদুষী, ধৰ্মিষ্ঠা, সমাজ সেৱীকা সৰবৰহী। মোৰ অগ্ৰজদ্বয় ৺জগত কৃষ্ণ গোস্বামী আৰু শ্ৰীগোবিন্দ কৃষ্ণ গোস্বামীও সুপণ্ডিত। মোৰ ভনী শ্ৰীমতী হৈমৱতী গোস্বামীও এনেকুৱা সত্ৰৰ পৰিবেশত জন্ম গ্ৰহণ কৰি গৃহ শিক্ষাৰ দ্বাৰাই ঘৰুৱা কাম-কাজত আদৰ্শনীয়া আৰু পটুতা লাভ কৰিছিল। এওঁ পকোৱা বনগাঁও নিবাসী কৃতি প্ৰধান শিক্ষক ৺পুষ্প নাথ গোস্বামী বি, এৰ সহধৰ্মিনী হৈ ধৰ্মীয় পৰিবেশৰ মাজত ঘৰখনৰ আটাইকে আকৰ্ষণ কৰিব পাৰিছে। ❑

# স্বামী ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ প্ৰতি মোৰ শ্ৰদ্ধাঞ্জলি

**বাসন্তী গোস্বামী**

মোৰ পিতা মহেশ্বৰ গোস্বামীয়ে তেজপুৰত কবিৰাজী কাম কৰি জীৱিকা নিৰ্বাহ কৰিছিল। আমাৰ পুৰণা ঘৰ আছিল পল্লাত। মোৰ ইং ১৯১৯ চনত জন্ম হৈছিল তেজপুৰ চহৰতে। ১৯৩০ চনত খুদিয়া সত্ৰৰ ৺লক্ষ্মী গোস্বামীৰ কনিষ্ঠ পুত্ৰ ডাক্তৰ হৰেকৃষ্ণ গোস্বামীৰ সৈতে মোৰ বিয়া সম্পন্ন হয়। সেই সময়ত তেখেতে কটন কলেজৰ পৰা আই.এ. পাছ কৰিছিল। বিয়াৰ পিছতহে তেখেতে ডাক্তৰী পঢ়িবলৈ কলিকতালৈ গৈছিল। ডাক্তৰী পাছ কৰি আহি তেখেতে চৰকাৰী চাকৰি পাইছিল যদিও মাক আৰু দাদাকইঁতৰ বাধাৰ কাৰণে চাকৰি নকৰি নিজাকৈ ফাৰ্মাচী খুলিছিল। ডাক্তৰ হিচাপে তেখেতে যথেষ্ট সুনাম অৰ্জন কৰিছিল। দুখীয়া শ্ৰেণীৰ মানুহক তেখেতে বিনা পইচাই চিকিৎসা কৰিছিল। তেখেতৰ অন্তঃকৰণ খুব সহজ-সৰল আছিল। মোৰ দাদা স্বৰ্গীয় ৰুদ্ৰেশ্বৰ গোস্বামীৰ বন্ধু স্বৰ্গীয় বিষ্ণু ৰাভা আৰু ৺কামাখ্যা ত্ৰিপাঠী আমাৰ ঘৰলৈ প্ৰায়ে আহিছিল। তেতিয়া মই নিচেই সৰু আছিলো। তেখেতসকলে মোক ভণ্টি বুলি মাতিছিল। ময়ো তেখেতসকলক দাদা বুলি মাতিছিলো। বিয়াৰ পিছতো তেখেতসকল আমাৰ নলবাৰীৰ ঘৰলৈ আহি ভাত-পানী খাইছিল। তেখেতসকলে মোৰ স্বামীক 'কুৰ্মা' বুলি মাতিছিল। আজীৱন তেখেত কংগ্ৰেছী আছিল। মৃত্যুৰ সময়লৈকে তেখেতে খদ্দৰৰ কাপোৰহে পৰিধান কৰি গৈছে। ঘৰুৱা কথাত তেখেতৰ মন-কাণ একেবাৰে নাছিল। মেল-মিটিং, ৰাজহুৱা কাম-কাজ কৰিহে আনন্দ লাভ কৰিছিল। টকা-পইচা, ধন-সম্পত্তিৰ প্ৰতি একেবাৰে আগ্ৰহ নাছিল। ইচ্ছা কৰিলে ডাক্তৰ হিচাপে তেখেতে বহুতো ধন-সম্পত্তি কৰিব পাৰিলেহেঁতেন। মৃত্যুৰ সময়ত তেখেতৰ 'পাচ বুক'ত মাত্ৰ ১০.০০ টকাহে আছিল। গতিকে মই ভাবোঁ বৰ্তমান সমাজত এনেকুৱা উদাৰ মনৰ ব্যক্তি নোলাব। আজি তেখেতৰ মৃত্যু হ'বৰ ১৫ বছৰেই হ'ল। তেখেতৰ বিদেহী আত্মাই যাতে শান্তি লাভ কৰে তাৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ। পূৰ্বজন্মত যাতে মই তেখেতৰ লগতেই লগ লাগিব পাৰোঁ, এয়েই পৰম পিতা পৰমেশ্বৰৰ ওচৰত মোৰ কৰুণ প্ৰাৰ্থনা। ❑

---

শ্ৰীযুতা গোস্বামী প্ৰয়াত হৰেকৃষ্ণ গোস্বামীদেৱৰ সহধৰ্মিনী আৰু এগৰাকী আদৰ্শ গৃহিণী।

# জেঠা—আমাৰ আপোনজন

ড° দীনেশ চন্দ্ৰ গোস্বামী

অত্যন্ত ভালকৈ নজনাকৈও, মাত্ৰ এবাৰ-দুবাৰ লগ পায়ো একো-একোটা ব্যক্তিত্বৰ প্ৰতি মানুহ বৰকৈ আকৰ্ষিত, বৰকৈ শ্ৰদ্ধাৱনত হ'ব পাৰে। মোৰ বাবে হৰেকৃষ্ণ জেঠা তেনে মানুহ, তেনে ব্যক্তিত্ব আছিল। তেখেতক মই তিনি-চাৰিবাৰতকৈ বেছি লগ পোৱা নাই, যেতিয়া লগ পাইছোঁ তেতিয়াও বৰ বেছি সময়ৰ বাবে পোৱা নাই। কিন্তু, আমাৰ নলবাৰীৰ কলেজ ৰোডৰ ঘৰত, কেইবাবাৰো, কোনোবা এটা কোঠাত, কোনোবা এখন বাৰাণ্ডাত হাত-থকা কাঠৰ চকীখনতে অত্যন্ত আৰামদায়ক 'চোফা' এখনত বহি থকা, দেখিলেই শ্ৰদ্ধা অহা সেই ব্যক্তিত্বক দেখিছিলোঁ আৰু প্ৰতি বাৰতে ক'ব নোৱাৰাকৈয়ে প্ৰাণৰ টান, প্ৰাণৰ সম্পৰ্ক এটা অনুভৱ কৰিছিলোঁ।

কাৰণ, হৰেকৃষ্ণ জেঠাই মোক বৰ মৰম কৰিছিল।

পিতা (প্ৰয়াত অনন্ত নাথ গোস্বামী) আৰু মাকো (শ্ৰীমতী গিৰিবালা গোস্বামী) তেখেতে বৰ মৰম কৰি, বৰ আপোনভাৱে কথা কৈছিল।

হৰেকৃষ্ণ জেঠা আমাৰ ভাগী। তেখেত নলবাৰীৰ ওচৰৰ খুদিয়া নামৰ সত্ৰখনৰ বাসিন্দা। সত্ৰৰ জন্মবৃত্তান্ত মই লিখিব খুজিলে বৰ ডাঙৰ সাহস কৰা হ'ব। কিন্তু শুনিবলৈ পাইছিলোঁ কবিৰত্ন গোপাল মিশ্ৰই উলুবাৰীত সত্ৰ পাতি উঠি পাছত খুদিয়াত সত্ৰ স্থাপন কৰে। শ্ৰীভুবন চন্দ্ৰ গোস্বামী ৰচিত "ঐতিহ্যমণ্ডিত খুদিয়া সত্ৰ" নামৰ সৰু পুথিখনত আছে ঃ

"উলুবাৰী সত্ৰত আছিলা কতো কাল।
খুদিয়াত সত্ৰ পাছে পাতিলা গোপাল।।
গোপালৰ কনিষ্ঠ অনন্ত মিশ্ৰ নাম।
উলুবাৰী সত্ৰে তাঙ্ক থাপিলা গোপাল।।"

"কবি জয়নাৰায়ণ দাসে 'লক্ষীপতি চৰিত' পুথিত লিখিছে যে গোপালমিশ্ৰই প্ৰথমতে উলুবাৰী সত্ৰ স্থাপন কৰি তাৰ পাছত তেওঁৰ ভায়েক অনন্ত মিশ্ৰক সত্ৰাধিকাৰ পাতি পূবদিশে খুদিয়াত সত্ৰ স্থাপন কৰে।

মোৰ বয়স দুকুৰি পাৰ হৈ নোযোৱালৈকে মই খুদিয়া সত্ৰ দেখা নাছিলোঁ। কিন্তু, চামতা আৰু সৰ্থেবাৰীৰ মাজৰ ঠাই, কৈহাটী সত্ৰৰপৰা মাত্ৰ ডেৰ-দুই কিল'মিটাৰ দূৰৰ উলুবাৰী সত্ৰত জন্মা আৰু শিশুকাল পাৰ কৰা মই, সৰুতেই আতা-পিতা-খুৰাহঁতৰ মুখত এইবোৰ কথা শুনিছিলোঁ। আনকি সৰুতে গাঁৱৰ গোসাঁইঘৰত সাজৰ 'পৰসং'বোৰত (প্ৰসংগবোৰত) প্ৰসাদৰ আশাত বৈ থাকোঁতে আয়তীসকলৰ মুখত বংশাৱলীৰ পূৰ্বজসকলৰ প্ৰতি শ্ৰদ্ধা-তৰ্পণ শুনিছিলোঁ ঃ

"গোপাল, অনন্ত, ভগৱান, লক্ষীপতি..."

এইবোৰ কথা-কাহিনী মনত শৃংখলাবদ্ধ হৈ ৰূপ লোৱাৰ সময়তে খুদিয়াৰ আমাৰ ভাগী, পিতাৰ দাদাক, আন সম্পৰ্কেৰে মাৰ ভিনিহীয়েক, ডাঃ হৰেকৃষ্ণ গোস্বামীৰ কথাও শুনি আহিছিলোঁ।

ডাঙৰ হৈ শুনিছিলোঁ—তেখেত আপোনভোলা মানুহ, ভাল ডাক্তৰ, ৰোগীৰ দুখীয়া অৱস্থাৰ কথা জানিলে আনকি দৰব কিনিবলৈও পইচা দিয়ে, আৰু তেখেত সমাজৰ নানা কামত দেহে-কেহে খটা নলবাৰী অঞ্চলৰ এজন 'ডাঙৰ মানুহ'।

তেখেত যে নিজা চিকিৎসাসেৱাৰ বাহিৰেও নলবাৰী কলেজ স্থাপনৰ কামতো আত্মনিয়োগ কৰা এগৰাকী সমাজসেৱক আছিল, সংস্কৃত কলেজ স্থাপন আৰু পৰিচালনাৰ কামত আগত আছিল, সাহিত্য-সংস্কৃতি-সত্ৰ স্থাপন (নমাটি সত্ৰ), নানা শিক্ষানুষ্ঠানৰ লগত জড়িত আছিল, এইবোৰ কথা তেতিয়া সিমানকৈ জনা নাছিলোঁ। উলুবাৰী-নলবাৰীৰপৰা আঁতৰি থাকিব লগা হোৱাত তেখেতৰ সান্নিধ্যৰপৰা বা তেখেতৰ বিষয়ে বিশদভাৱে জনাৰপৰা বঞ্চিত হৈছিলোঁ। কিন্তু, এনে এক বিশাল, ত্যাগী ব্যক্তিৰ বিষয়ে বেছিদিন নজনাকৈ থাকিব নোৱাৰি। নলবাৰীৰ আমাৰ ঘৰলৈ উৎসৱ-পাৰ্বণ বা শ্ৰাদ্ধ-তৰ্পণ আদিলৈ যাওঁতে লগ পোৱা মানুহবোৰৰ ভিতৰত ডাঃ হৰেকৃষ্ণ গোস্বামীও আছিল। আৰু তেখেতৰ বিষয়ে যিয়েই কৈছিল সিয়েই অতি শ্ৰদ্ধা-সহকাৰে তেখেতৰ ব্যক্তিত্ব, সমাজ-জীৱন আৰু ত্যাগৰ বিষয়ে কৈছিল। অথচ মানুহজনক দেখাত অত্যন্ত সহজ-সৰল, হোজা সাধাৰণ মানুহ এজন যেনেই লাগি আছিল। অৱশ্যে, সেই সৰলতা, সেই আপোনভোলা চৰিত্ৰৰ মাজতে তেখেতৰ ব্যক্তিত্বৰ আভা, তেখেতৰ উচ্চতাৰ আভাসে মানুহক চুই গৈছিল।

হৰেকৃষ্ণ জেঠা আমাৰ ভাগী। পিতা বা মই গোপাল মিশ্ৰৰ যি বংশানুক্ৰমৰপৰা আহিছোঁ, তেখেতো তাৰে আন এটা ঠালৰপৰা আহিছে।

আনহাতে আমাৰ মাৰ নিজৰ বায়েক আমাৰ খুদিয়াৰ জেঠীৰ তেখেত দেৱৰেক। গতিকে কিমান আপোন! বংশৰ তেজ, বংশৰ গৌৰৱ ৰক্ষা কৰোৱাত-কৰাত তেখেত কিমান কাঢ়া হ'ব লাগে!

কিন্তু, তেখেতলৈ চাওঁক!

পিতাৰ (জন্ম ১৯১৪, মৃত্যু ৩০ আগষ্ট ১৯৮৬) শ্ৰাদ্ধৰ সময়ত তেখেত আহি আমাৰ নলবাৰীৰ ঘৰৰ মাজৰ কোঠাটোৰ কাঠৰ চকীত বহিছে। কথা পাতিছে, খা-খবৰ লৈছে। তাৰ মাজতে মোক এবাৰ ডাঙৰকৈ মাতিছে ঃ

"দীনেশ!"

"কওঁক জেঠা," ওচৰ চাপি আহি কাষত থিয় হ'লোঁ।

তেওঁ মোক গালে-মুখে হাত-ফুৰাই মৰম কৰিলে। ক'লে, "তই দেখোন ওচৰত বহাই নাই। তই মোক লাজ কৰিছ নেকি? লাজ কিহৰ, বাবা? তইতো ভাল কামহে কৰিছ। তই কলিতাৰ ছোৱালী বিয়া কৰাইছ। ভালহে। উপযুক্ত ঘৰত উপযুক্ত বোৱাৰী আহিছে। সেয়া গৌৰৱৰহে কথা।—তোৰ সকলো খবৰ মই ৰাখিছোঁ—তহঁতৰ চাকৰি-বাকৰি, লেখা-মেলাৰ খবৰ, বিয়াৰ খবৰ, বোৱাৰীৰ খবৰ—" এইবুলি তেওঁ শব্দ কৰি জিভাখনেৰে ওপৰ ওঁঠ তিয়ালে। তাৰ পাছত ক'লে, "তোৰ এই সকলো কথাকে লৈ আমি গৌৰৱ কৰোঁ। তই বংশৰ নাম ৰাখিছ।—যা, বোৱাৰীক মাত—"

মোৰ পৰিবাৰ ৰূপশ্ৰীক মাতিলোঁ। তেওঁ জেঠাক সেৱা কৰিলে। জেঠাই মূৰত হাত থৈ আশীৰ্বাদ দিলে।

আমাৰ ল'ৰা, তেতিয়া ন বছৰীয়া, পিংকুকো (শ্ৰীপ্ৰাঞ্জল গোস্বামী) সেৱা কৰিবলৈ ক'লো। আমাৰ ছোৱালী চাৰি বছৰীয়া পংখীকো (শ্ৰীমতী প্ৰণালী গোস্বামী)। জেঠাই পিংকু-পংখীক মৰম কৰি ক'লে যে বাটৰ পানীডোঙাত জোতা খুলি হাতত লৈ আহিব খোজোঁতে এই ল'ৰাটোৱে (পিংকু) পাই জেঠাৰ জোতাযোৰ দাঙি আনি দিলে।

কেইটামান মুহূৰ্ততে জেঠা সঁচা অৰ্থত আমাৰ নিজৰ মানুহ, আমাৰ আপোনজন হৈ পৰিল। জেঠা সদায় আমাৰ আপোনজন হৈ থাকিব।

মই জেঠালৈ সেৱা জনালোঁ।

---

**বিজ্ঞান লেখক ড° দীনেশ চন্দ্ৰ গোস্বামী বৰ্তমান যোৰহাটৰ আঞ্চলিক গৱেষণাগাৰৰ সঞ্চালক-পৰ্য্যায়ৰ বিজ্ঞানী আৰু অসম বিজ্ঞান সমিতিৰ সভাপতি (২০০৫-০৭)।**

# ডাঃ হৰেকৃষ্ণ গোস্বামীৰ বৈশিষ্ট্যপূৰ্ণ জীৱন

**নগেন্দ্ৰ শৰ্মা**

আধুনিক নলবাৰী পৌৰসভা আৰু জিলা গঠনত যিসকল সমাজসেৱক, ৰাজনৈতিক বা যশস্বী ব্যক্তিয়ে আগভাগ লৈছিল আৰু অৰিহণা যোগাইছিল সেইসকলৰ ভিতৰত প্ৰয়াত ডাঃ হৰেকৃষ্ণ গোস্বামী এক অবিস্মৰণীয় ব্যক্তি।

ছাত্ৰ অৱস্থাত কটন কলেজত পঢ়ি থকা কালৰ পৰাই তেখেতে ভাৰতৰ স্বাধীনতা আন্দোলনৰ বিভিন্ন কাৰ্যসূচীত অংশগ্ৰহণ কৰিবলৈ সুযোগ পাইছিল। তাৰ পিছত কলিকতাত প্ৰেছিডেন্সী মেডিকেল স্কুলত পঢ়ি থকা কালত কলিকতাৰ স্কুল-কলেজৰ ছাত্ৰসকলৰ বাসস্থান আছিল সাম্ৰাজ্যবাদী বিদেশী চৰকাৰৰ পুলিচৰ আক্ৰমণৰ স্থল। গোস্বামীদেৱো সেই আক্ৰমণৰ চিকাৰ হ'বলগাত পৰিছিল। তাৰ লগতে তেখেতে ভাৰতৰ আগশাৰীৰ সাহিত্য-সংস্কৃতি আৰু ৰাজনৈতিক নেতাসকলৰ জীৱনৰ বিভিন্ন দিশৰ বিষয়েও অৱগত হ'ব পাৰিছিল আৰু দেশৰ স্বাধীনতা আন্দোলনৰ লগত জড়িত হ'বলৈ আকৃষ্ট আৰু অনুপ্ৰাণিত হৈছিল।

প্ৰেছিডেন্সী মেডিকেল স্কুলৰ শিক্ষা সম্পূৰ্ণ কৰি ১৯৩৬ চনত তেখেত পঞ্জীভূত ডাক্তৰৰূপে নলবাৰীলৈ ঘূৰি আহি ৰাইজৰ সেৱা কৰাৰ মনোবৃত্তিৰে নলবাৰীত এ.টি. ৰোডৰ ফাৰ্মাচী খুলি চিকিৎসা আৰম্ভ কৰিছিল। নলবাৰীত থাকিবলৈ লোৱাৰ পৰা নলবাৰী আৰু ইয়াৰ পাৰ্শ্ববৰ্তী অঞ্চলৰ উন্নয়নৰ কামত আত্মনিয়োগ কৰিবলৈ লয়। এই ক্ষেত্ৰত তেখেতৰ প্ৰথম পদক্ষেপ আছিল বতাহগিলা ৰায়ত সভাৰ প্ৰতিষ্ঠাতা-সম্পাদকৰ দায়িত্ব লৈ সংগঠনৰ কামত ব্ৰতী হোৱা।

এই যে ৰাজহুৱা জীৱনৰ আৰম্ভ হ'ল তাৰ পৰা তেখেতৰ কৰ্মক্ষেত্ৰ সমগ্ৰ নলবাৰী পৌৰ এলেকা আৰু তাৰ চাৰিওফালে থকা গাঁওবোৰলৈ সম্প্ৰসাৰিত হ'ল আৰু সেইবোৰ অঞ্চলৰ ৰাস্তা-ঘাট, শিক্ষানুষ্ঠান, ধৰ্মীয় অনুষ্ঠান আদি স্থাপন আৰু সিবিলাকৰ উন্নয়নৰ কাৰণে ৰাইজক সংগঠিত কৰি বিভিন্ন সম্প্ৰদায়ৰ মাজত মিলা-প্ৰীতি আৰু ভাতৃত্ববোধ জগাই তুলি উন্নয়ন ত্বৰান্বিত কৰাত আগবাঢ়িছিল। গোস্বামীয়ে ভাৰতীয় জাতীয় কংগ্ৰেছৰ সক্ৰিয় সদস্য হৈ কংগ্ৰেছত

যোগদান দি তেখেত গান্ধীজীৰ জীৱন আদৰ্শৰ প্ৰতি আকৃষ্ট হৈছিল আৰু পাৰ্যমানে অহিংস আন্দোলনত ভাগ লৈছিল আৰু সত্য আৰু অহিংসাৰ জীৱন-যাপন কৰিবলৈ চেষ্টা কৰিছিল। দেশ স্বাধীন হোৱাৰ পিছত ভাৰত চৰকাৰে স্বীকৃতি হিচাপে মুক্তি সংগ্ৰামত নিৰ্যাতিত ব্যক্তিৰ 'পেনচন' তেখেতলৈ আগবঢ়াইছিল।

ভাৰত স্বাধীন হোৱাৰ পিছত দেশ পুনৰ্গঠনৰ কামত কংগ্ৰেছ দলৰ চৰকাৰে আত্মনিয়োগ কৰিছিল। গোস্বামীদেৱে এই সুযোগ গ্ৰহণ কৰি তেখেতৰ সহকৰ্মীসকলৰ সহযোগত এটা এটাকৈ নলবাৰীৰ উন্নয়নৰ কামত আগবাঢ়িছিল। নলবাৰী কলেজ, নলবাৰী সংস্কৃত কলেজ, নলবাৰী কৰ্মাচ কলেজ, নলবাৰী নাট্য মন্দিৰ, হৰি মন্দিৰ, নলবাৰী বৰ মছজিদ আদিতো তেখেতৰ সেৱা অনস্বীকাৰ্য।

ডাঃ গোস্বামীৰ সাহিত্য-প্ৰীতিও উল্লেখযোগ্য। কলিকতাত পঢ়ি থকা সময়ৰ পৰাই সাহিত্য-সংস্কৃতিৰ লগত জড়িত হৈছিল। তেখেতে এ.এছ.এল. ক্লাবত যোগ দিছিল। এ.এছ.এল. ক্লাবে কলিকতাৰ অসমীয়া সাহিত্যৰ পৰিবেশ গঢ়ি তুলিছিল। তেতিয়াৰ অসমীয়া আলোচনী 'আৱাহন'ৰ সম্পাদক আছিল সুসাহিত্যিক ৺দীননাথ শৰ্মা। শৰ্মাই গোস্বামীদেৱৰ কেইবাটাও প্ৰবন্ধ আৱাহনত প্ৰকাশ কৰিছিল।

নলবাৰীৰ আগৰ পৰাই সাহিত্য-সংস্কৃতিৰ কেন্দ্ৰ হিচাপে খ্যাতি আছে। 'সংস্কৃত সঞ্জীৱনী সভা'ৰ পৰা আৰম্ভ কৰি নলবাৰী সাহিত্য সমাজ গঢ় লৈ উঠালৈকে এটা পৰিৱেশ আগৰপৰাই আছে। নলবাৰী কলেজ প্ৰতিষ্ঠা হোৱাৰ পিছত অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামীৰ সভাপতিত্বত নলবাৰী 'সাহিত্য সমাজ' প্ৰতিষ্ঠা হৈছিল আৰু সম্পাদক আছিল অধ্যাপক ভবানন্দ দত্ত। ইয়াৰ পিছতে ১৯৬৫ চনত অসম সাহিত্য সভাৰ বাৰ্ষিক সন্মিলন নলবাৰীলৈ আমন্ত্ৰণ কৰা হৈছিল আৰু ডাঃ গোস্বামী আৰু ডাঃ নৃপেন্দ্ৰমল্ল বৰুৱা অভ্যৰ্থনা সমিতিৰ সম্পাদক আছিল। অধ্যাপক শশী শৰ্মাক আহ্বায়ক হিচাপে লৈ গঢ়ি উঠা নলবাৰী লেখক সংঘৰো উদ্যোক্তাসকলৰ ভিতৰত ডাঃ গোস্বামী একাণপতীয়াকৈ লাগি আছিল। তেখেতৰ বন্ধু আৰু সমাজসেৱক, ৰাজনৈতিক নেতা হৰিচৰণ পাঠক, অধ্যাপক ৰমণী বৰ্মন আৰু অধ্যাপক শশী শৰ্মাৰ নিচিনা নিঃস্বাৰ্থ সংস্কৃতিপ্ৰেমীৰ সহযোগত নলবাৰীত পূৰ্বভাৰতী নামেৰে সাংস্কৃতিক প্ৰতিষ্ঠান আৰু পুৰণি পুথিৰ পুথিভঁৰালো স্থাপন হৈছিল।

ডাঃ গোস্বামীৰ আৰু এটা বৈশিষ্ট্য আছিল এই যে যিকোনো ৰাজনৈতিক দলৰ নেতা বা কৰ্মীৰ লগত ৰাজহুৱা কামত সহযোগ কৰি বিশ্বাসত লৈ

একেলগে কাম কৰিব পৰা মনোবৃত্তি। নলবাৰীত বিভিন্ন সময়ত বিভিন্ন মতানুলম্বী বা ৰাজনৈতিক দলৰ মন্ত্ৰী, বিধায়ক নিৰ্বাচিত হৈছিল আৰু তেওঁলোকৰ প্ৰত্যেকৰে সহযোগ তেখেতে লাভ কৰিছিল। এইখিনি কৰোঁতে তেখেতে কিন্তু নিজৰ দল কংগ্ৰেছৰ নীতি আৰু আদৰ্শৰ পৰা কেতিয়াও ফালৰি কাটি যোৱা নাছিল। জনহিতকৰ গঠনমূলক কাৰ্যসূচীত সমাজবাদী আৰু প্ৰগতিশীল সাম্যবাদী ৰাজনৈতিক দলৰ লগতো সৌহাৰ্দ্যমূলক সম্বন্ধ ৰাখিছিল আৰু সেইকাৰণে তেখেতৰ শত্ৰু নাছিল।

ডাঃ গোস্বামী এজন পৰোপকাৰী, সহানুভূতিশীল ব্যক্তি আছিল। দুখীয়া-নিচলা বেমাৰীক বিনা পইচাই চিকিৎসা কৰা আৰু ঔষধ দিয়া বহু উদাহৰণ আছে। আনৰ দুখত দুখী হোৱা, আনৰ সুখত তৃপ্তি লাভ কৰা এই মানৱ-দৰদী ব্যক্তিজনক কেৱল গোস্বামী পৰিয়ালত জন্মগ্ৰহণ কৰা কাৰণতেই 'প্ৰভু' 'প্ৰভু' বুলি সৰু-বৰ সকলোৱে সম্বোধন কৰা নাছিল, তেওঁ আছিল প্ৰকৃততে নিঃস্বাৰ্থভাৱে জনসেৱা কৰা এজন সন্মানীয় আৰু শ্ৰদ্ধেয় পুৰুষ।

বিনোৱাজীৰ ভূমিদান যজ্ঞতো নিজৰ মাটি দান কৰিছিল। নিজ মাতৃ প্ৰয়াত সৰস্বতী গোস্বামীৰ নামত নিজ পৰিয়ালৰ মাটিত প্ৰতিষ্ঠা কৰি দিয়া নিম্নপ্ৰাইমাৰী স্কুল এতিয়াও চলি আছে।

দেশসেৱা আৰু জনহিতকৰ কামত অনবৰতে লাগি থাকিলেও ডাঃ গোস্বামীয়ে নিজৰ ঘৰখনৰ দায়িত্বও পাহৰি যোৱা নাছিল। খুদিয়া সত্ৰৰ সত্ৰাধিকাৰ হিচাপে তেখেতসকলৰ উত্তৰ কামৰূপৰ বহু গাঁৱত শিষ্যসকল আছিল। গুৰু হিচাপে সিবিলাকৰ দীক্ষা দিয়াৰ উপৰি, সেই অঞ্চলৰ সৰ্বসাধাৰণ ৰাইজৰ সৰ্বতোপ্ৰকাৰ কল্যাণৰ কাৰণে সদায় চেষ্টা কৰিছিল।

খুদিয়া সত্ৰৰ ডাঙৰ গোসাঁইৰ ঘৰৰ ডাঃ গোস্বামী তিনি ভাই-ককাইৰ মাজত কনিষ্ঠ আছিল। দেউতাক লক্ষীনাথ গোস্বামী, মাক সৰস্বতী গোস্বামী আৰু ককায়েক দুজন ক্ৰমে জগৎকৃষ্ণ গোস্বামী আৰু গোবিন্দকৃষ্ণ গোস্বামীৰ মৰম-আদৰৰ 'চানাবাপা' আৰু অন্যান্যসকলৰ আদৰৰ 'চানা গোসাঁই' আছিল। ডাঙৰ ককায়েকৰ কথা আখৰে আখৰে পালন কৰি পাৰিবাৰিক শৃঙ্খলা ৰখাত সদায়ে চেষ্টা কৰিছিল। তিনিও ভায়েকৰ ভিতৰত আধুনিক শিক্ষাৰে শিক্ষিত হোৱা কাৰণে ডাঃ গোস্বামীৰ ঘৰৰ ১৩জনী জীয়ৰী আৰু ১১ জন পুত্ৰসহ ডাঙৰ যৌথ পৰিয়ালটোৰ পঢ়া-শুনা আৰু জীৱনত সংস্থান দিয়াৰ ক্ষেত্ৰত প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে তেখেতেই দায়িত্ব পালন কৰিছিল। সেইকাৰণে ল'ৰা-ছোৱালীবিলাকেও তেখেতৰ কথা মানি পৰস্পৰে পৰস্পৰক সহায় কৰি তেখেত

জীয়াই থকালৈকে পাৰিবাৰিক শৃঙ্খলা ৰক্ষা কৰি সুখে-সন্তোষে থাকি খুদিয়া সত্ৰখন সজীৱ কৰি ৰাখিছিল।

আজিকালি ডাঃ গোস্বামীৰ কালৰ সলনি হ'ল। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ অভাৱনীয় প্ৰগতিয়ে মানৱ সমাজলৈ বহুত নতুন সুযোগ-সুবিধা কঢ়িয়াই আনিলে, মানুহে বিলাসী জীৱন-যাপন কৰিবলৈ প্ৰলোভিত হ'ল। সৎ আৰু অহিংসাৰ পথৰ পৰা আঁতৰি আহি স্বাৰ্থপৰ হ'ল, ব্যক্তিকেন্দ্ৰিক হ'ল, ৰাজহুৱা স্বাৰ্থই ব্যক্তিগত স্বাৰ্থৰ লগত হাৰ মানিলে, ফলস্বৰূপে সমাজত অন্যায়-অত্যাচাৰ, শোষণ-লুণ্ঠনৰ জৰিয়তে ধন ঘটাৰ কাৰণে ক্ষমতাশালী বহু ব্যক্তি আকৰ্ষিত হ'ল আৰু অনৈতিক প্ৰতিযোগিতাত নামিল আৰু সমাজত শান্তি-শৃংখলাৰ অভাৱ পৰিলক্ষিত হ'ল। এই কলুষিত বাতাবৰণৰ পৰা পৰিত্ৰাণ পাবলৈ ডাঃ গোস্বামীৰ নিচিনা সমাজ সচেতন, চৰিত্ৰবান লোকৰ আদৰ্শ অনুসৰণ কৰাৰ বাহিৰে বিকল্প নাই। আজি শতবাৰ্ষিকীৰ এই শুভক্ষণত ডাঃ গোস্বামীলৈ মোৰ আৰু মোৰ পৰিয়ালৰ সকলোৰে হৈ শ্ৰদ্ধাঞ্জলি জনালোঁ। ❑

---

শ্ৰীশৰ্মা ডাক্তৰ গোস্বামীৰ জোঁৱাই। তেখেত অসম মাধ্যমিক শিক্ষাৰ ভূতপূৰ্ব সঞ্চালক। শিক্ষা আৰু সাহিত্যানুৰাগী বিশিষ্ট ব্যক্তি।

# পিতৃদেৱৰ বিষয়ে আষাৰচেৰেক

**ভুবন চন্দ্ৰ গোস্বামী**

মোৰ পৰম আৰাধ্য পিতৃদেৱৰ বিষয়ে লিখিবলৈ লওঁতেই এফাঁকি শ্লোক মনলৈ আহিছে ঃ

"পিতাস্বৰ্গ পিতা ধৰ্ম পিতাহি পৰমং তপঃ।
পিতৰি প্ৰীতিমাপন্নে প্ৰিয়ন্তে সৰ্বদেৱতা।।"

পিতা আৰু পুত্ৰৰ সম্পৰ্কৰ কথা দুনাই ব্যাখ্যা কৰাৰ প্ৰয়োজন নাই। সমাজত প্ৰতিজন পিতৃয়ে বিচাৰে—তেওঁৰ গুণকৰ্ম্মৰাজি পুত্ৰৰ মাজত প্ৰকাশিত হওক আৰু এই গুণকৰ্ম্মৰাজিকে ভেটি কৰি পৰিদৃশ্যমান ব্যৱহাৰিক পৃথিৱীখনৰ পৰা নানা জ্ঞান আহৰণ কৰি পুত্ৰ পিতৃতকৈ অধিক উজ্বলতৰ হৈ উঠক। পুত্ৰৰ কৃতিত্বই পিতৃৰ গৌৰৱ। প্ৰতিজন পিতৃমুগ্ধ পুত্ৰই পিতৃৰ আশা-আকাংক্ষা বাস্তৱত পৰিণত কৰিবলৈ চেষ্টা কৰা দেখা যায়, অৱশ্যে সফলতা আৰু বিফলতা বহু সময়ত নিৰ্ভৰ কৰে পুত্ৰৰ প্ৰচেষ্টা, মেধা আৰু পাৰিপাৰ্শিক বাতাৱৰণৰ ওপৰত।

পিতা মোৰ মানত সকলোতকৈ শ্ৰেষ্ঠ শ্ৰদ্ধাৰ পাত্ৰ। ব্যক্তিগত, সামাজিক বা ৰাজহুৱা সকলো ক্ষেত্ৰতে মই পিতাৰ লগত আলোচনা কৰিহে সিদ্ধান্ত কৰিছিলোঁ। আমি পিতা-পুত্ৰ একেবাৰে ওচৰ চাপিছিলোঁ—নিঃসংকোচভাবে। আমাৰ মাজত সদায় এটা গভীৰ আত্মবিশ্বাস আছিল। আমাৰ যৌথ পৰিয়ালৰ মাজত কেতিয়াবা উদ্ভৱ হোৱা সাময়িক ঘূৰ্ণীবতাহেও আমাৰ বিশ্বাস আৰু মৰমৰ এনাজৰী বিচ্ছিন্ন কৰি. পৰা নাছিল। পিতাৰ আপোনভোলা স্বভাৱৰ কাৰণে পৰিয়ালৰ প্ৰতিজন লোকেই যিকোনো সমস্যাৰ কথা মুকলিমূৰীয়াকৈ আলোচনা কৰিব পাৰিছিল। সৰু ল'ৰা-ছোৱালীবোৰেও পিতাৰ লগত নিঃসংস্কোচে মিলি যাব পাৰিছিল।

পিতাৰ হৃদয় কোমল আৰু উদাৰ, মন সদায় উচ্চভাবাপন্ন আৰু ক্ষমাশীল আছিল। কোনো দিনে কোনো লোকক টান কথা কৈ বা দুটা মাতি কাৰোবাৰ অন্তৰত আঘাত দিয়া আমাৰ মনত নপৰে। সামাজিক বা ৰাজহুৱা কামত তেখেতৰ নিন্দা বা সমালোচনাৰ প্ৰতি বৰ ভয়। সেইবাবে ৰাজহুৱা কামত প্ৰবৃত্ত হওঁতে সদায় সতৰ্ক হৈ চলিছিল যাতে কাৰোপৰা বিৰূপ সমালোচনাৰ পাত্ৰ হ'বলগীয়াত নপৰে। ৰাজহুৱা কামকাজত সহকৰ্মীসকলৰ ত্ৰুটিবিচ্যুতি দেখা পালে লগে লগে সতৰ্ক কৰি দিছিল। ব্যক্তি সমালোচনা বা পৰচৰ্চা কেতিয়াও নকৰিছিল। অইনৰ

গুণগান কৰি পিতাই পৰম তৃপ্তি লাভ কৰিছিল।

আমাৰ পুৰণি ঘৰ খুদিয়াৰ পৰিয়ালটো আছিল যৌথ পৰিয়াল। সেই ঘৰখনৰ সৰু ল'ৰা-ছোৱালীৰ পৰা চাকৰ-বাকৰ সকলোৰে বাবে পিতা আছিল আপোনজন। প্ৰতিজন লোকে নিঃসঙ্কোচভাৱে পিতাৰ লগত মুকলি আলোচনা কৰিছিল। খুদিয়াৰ ঘৰখনত এসময়ত মন্ত্ৰী, বিধায়ক, কংগ্ৰেছ কৰ্মী, নেতা পালিনেতাৰ প্ৰায় সমাবেশ হৈছিল। ইমানবোৰ ডাঙৰ মানুহৰ সমাবেশত পৰিয়ালৰ আৰু ওচৰ চুবুৰীয়াৰ প্ৰত্যেকেই পিতাক "ডাঙৰ মানুহ" বুলি গণ্য কৰিছিল। সময়ে সময়ে নানা সমস্যাৰ সমাধান বিচাৰি দিহা-পৰামৰ্শ ল'বলৈ নানাজন নানা ঠাইৰপৰা আহিছিল। ঘৰৰ পাৰিবাৰিক দায়িত্বৰ প্ৰতি পিতা সদায় উদাসীন আছিল। মাটিবাৰী, চাকৰ-বাকৰ, খেতি-শালাৰ সা-সম্পত্তিৰ বিষয়ে পিতাই একো নাজানিছিল বুলি ক'লেও অত্যুক্তি কৰা নহয়। নিজ ভাতৃসকলৰ ওপৰত গভীৰ বিশ্বাস আছিল। তেখেতসকলৰ ওচৰতে সকলো দায়িত্বভাৰ দি একান্তমনে সামাজিক, ৰাজনৈতিক আৰু চিকিৎসাত মনোনিৱেশ কৰিছিল। নিজৰ ভৱিষ্যত, ল'ৰা-ছোৱালীৰ লিখা-পঢ়া আদিৰ বিষয়েও পিতা আছিল উদাসীন। আমি পৰিয়ালৰ ভাই-ককাই আটাইকেইজনে গতানুগতিকভাবেই লিখা-পঢ়া শিকিছিলোঁ। পঢ়া বিষয়ত আমাৰ প্ৰতি বিশেষ তত্ত্বাৱধান লোৱা ব্যক্তি পৰিয়ালত নাছিল। জেঠাদেউহঁত খেতি-বাতি, হাতী চিকাৰ, শিষ্য-প্ৰশিষ্য আদিৰ লগতে জড়িত হৈ আছিল। পিতাদেউৰ এই আপোনভোলা স্বভাৱৰ বাবে আমি বহু সময়ত ঠগ খাইছিলোঁ। পাৰিবাৰিক সম্পত্তি বিভাজনৰ সময়তো আমি নায্যপ্ৰাপ্তিৰ পৰা বঞ্চিত হ'বলগীয়া হৈছিল।

কেতিয়াবা পিতাক পৈত্ৰিক সম্পত্তিৰ কথা সোঁৱৰাই দিলে পিতাই উত্তৰত কয়, "ত্যাগেই মানুহৰ সুখ শান্তি। দুৰ্যোগৰ সময়ত পিতাই সদায় "শ্যামৰায়ৰ" নাম স্মৰণ কৰি সন্তুষ্ট লাভ কৰিছিল। সা-সম্পত্তিৰ প্ৰতি মোহ থকা হ'লে পিতাই কেতিয়াবাই চিকিৎসা ব্যৱসায়ৰ জৰিয়তে ঘৰ মাটিবাৰী কৰি বেঙ্কত শকত পুঁজি জমা কৰি ৰাখিব পাৰিলেহেঁতেন। পিতা আছিল সত্যনিষ্ঠ আৰু প্ৰকৃত গান্ধীবাদী আদৰ্শেৰে অনুপ্ৰাণিত। সেয়েহে মানুহে পিতাক "বমভোলা", "ভোলানাথ" "চাধা চিধা মানুহ" "ডাঃ গোঁসাই" আদি আখ্যা দিছিল।

পিতাৰ ৰাজনৈতিক জীৱনটো মন কৰিবলগীয়া। পিতা সদায় গান্ধীবাদী আদৰ্শেৰে অনুপ্ৰাণিত। আজীৱন কংগ্ৰেছ কৰ্মী হিচাপে সমাজৰ সেৱা কৰাই তেখেতৰ জীৱনৰ ব্ৰত আছিল। পিতা কংগ্ৰেছী আছিল কিন্তু পাৰ্টিৰ নামত "গোড়ামি" মনোভাব দেখুৱা নাছিল। কংগ্ৰেছী হ'লেও বিৰোধীদলসমূহকো সমানে শ্ৰদ্ধা কৰিছিল। তেখেতে ব্যক্তিত্বক সদায় এক স্বীকৃতি দিছিল। প্ৰত্যেকদলৰ গণতান্ত্ৰিক অধিকাৰ সাব্যস্ত কৰাৰ সপক্ষে পিতাই সদায় মতদান কৰি

আহিছিল। কংগ্ৰেছী হৈয়ো সমাজবাদী জয় প্ৰকাশ নাৰায়ণ আদি কংগ্ৰেছ বিৰোধীসকলৰ সভা-সমিতি পতাত সহায় কৰিছিল। সেয়েহে ছচিয়েলিষ্ট নেতা ৺ত্ৰৈলোক্য নাথ গোস্বামী ৺বিশ্ব গোস্বামী, ৺উমাকান্ত শৰ্মা, চি.পি. আইৰ শ্ৰীযুত লোহিত দাস, ডাঃ খগেশ্বৰ মেধি, মাৰ্ক্সবাদী নেতা শ্ৰীযুত নৰেন দত্ত আদি লোক পিতাৰ পৰম সুহৃদ স্বৰূপ আছিল। ৰাজনৈতিক বিৰোধ থকা সত্বেও পিতাই ৺ত্ৰৈলোক্য নাথ গোস্বামী, ৺প্ৰভাত চন্দ্ৰ গোস্বামী, ডাঃ নৃপেন্দ্ৰ মল্ল বুজৰবৰুৱা আৰু ৺হৰিচৰণ পাঠক আদি সদাশয় ব্যক্তিসকলৰ লগত নলবাৰীৰ কলেজ আৰু বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠাৰ বাবে অসমৰ চহৰে-নগৰে দান-বৰঙণি আদি সংগ্ৰহ কৰি ফুৰিছিল। ৰাজনৈতিক মতাদৰ্শ ব্যক্তিগত বিৰোধত পৰিণত হোৱা কাৰ্য্যক পিতাই সদায় ঘিণ কৰিছিল। সেয়েহে সমাজৰ সকলো শ্ৰেণীৰ মানুহ পিতাৰ অতি আপোন হৈ পৰিছিল। ১৯৯৮ ইং চনৰ ১৫ আগষ্টত মৰণোত্তৰ ভাবে ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ মুক্তিযুঁজাৰু হিচাপে "তাম্ৰপত্ৰ" অসম চৰকাৰে প্ৰদান কৰিছিল।

পিতাৰ সামাজিক গুণ-মন কৰিবলগীয়া। পিতা আছিল খুদিয়া সত্ৰৰ সত্ৰাধিকাৰ "গোঁসাই ঘৰৰ ল'ৰা; কিন্তু তেখেত গোঁসাইৰ ল'ৰা হৈ নাথাকিল। সমাজৰ সকলো শ্ৰেণীৰ লোকৰ লগত মিলি গ'ল। জাতি, ধৰ্ম, সম্প্ৰদায়ৰ বাচ-বিচাৰ নকৰি উচ্চ-নীচ, ঠেলাৱালা, এটা যেন হৈ মিলি গৈছিল। এই মহানুভৱতা হয়তো লাভ কৰিছিল গান্ধীবাদী আদৰ্শ আৰু মহান চিকিৎসা সেৱা ব্ৰতৰ পৰা।

ব'মভোলা পিতৃদেৱে নিজৰ আৰু পৰিয়ালৰ কথা কেতিয়াও চিন্তা কৰা নাছিল। কেতিয়াবা আৰ্থিক অভাৱ হ'লে পিতাই কৈছিল—জীৱনত বহুতকে চাকৰি-বাকৰিৰ ব্যৱস্থা কৰি দি ঘৰ সংস্থান আদি কৰি দিলোঁ কিন্তু নিজৰ বাবে একো কৰা নহ'ল। "নানা অভাৱ-অভিযোগৰ সময়ত "এইবোৰ ভগৱানৰে কৃপাদৃষ্টিৰ ফল" বুলি তেখেতে আত্মতুষ্টি লাভ কৰিছিল।

পিতাৰ ৰাতিপুৱা সোনকালে উঠা অভ্যাস। নিজে দুৱাৰ-খিৰিকী খুলি ঘৰৰ আটাইকে চিঞৰি চিঞৰি জগাই দিছিল। কোনোবাজনৰ উঠাত পলম হ'লে কিবা অসুখ-বিসুখ হৈছে নেকি বুলি প্ৰশ্ন কৰিবলৈ ধৰিছিল। অতি সাধাৰণ কথাটো পিতা বৰ উদ্বিগ্ন হৈ পৰিছিল। ল'ৰা-ছোৱালীহঁতৰ কোনোৱাই চোতালত পিচল খালে নাইবা আঙুলি এটা জখম হ'লেও পিতা চিন্তান্বিত হৈ পৰা আমি দেখিছিলোঁ। সৰু ল'ৰাৰ দৰে ঠেহ পাতি মাক কোৱা "আজি মই ভাত নাখাওঁ আদি বাক্যও আমি শুনিছিলোঁ। এনেবোৰ কাৰ্য্যৰ দ্বাৰা পিতাৰ অন্তৰত লুকাই থকা শিশুসুলভ সৰলতাৰ উমান পোৱা গৈছিল। আমি কোনোদিনে নিৰানন্দ হৈ থকা তেখেতে নিবিচাৰিছিল। প্ৰকৃততে ঘৰখনত এটা সজীৱ পৰিবেশ তেখেতে সদায় বাঞ্ছা কৰিছিল।

ঘৰখনৰ প্ৰত্যেকজন মানুহেই কৰবালৈ যাবলৈ হ'লে পিতাৰ আগত কৈ

যাব লাগিছিল। কলৈ যাব, কিয় যাব, কেতিয়া ঘূৰিব ইত্যাদি খবৰ দিহে বাহিৰলৈ ওলোৱাটো পিতাই বিচাৰিছিল। কোনোবাজনে কৈ যোৱা সময়মতে ঘূৰি নাহিলে পিতাই হাহাকাৰ লগাই দিছিল। কিবা অঘটন ঘটিল বুলি নিজেই খবৰ কৰিবলৈ আগবাঢ়ি যাবলৈ ওলাইছিল। ঘৰখনৰ যিকোনো লোকেই নিশা ৮ বজাৰ আগেয়ে ঘৰলৈ ঘূৰি অহাটো তেখেতে বিচাৰিছিল। সময়মতে ঘৰ নোপোৱাত নিজেই আগবাঢ়ি গৈছিল, আনকি আৰক্ষী চকীলৈ গৈ খবৰ দি কোনোদিনা হুলস্থুলো লগাইছিল।

বিদেশী বহিষ্কাৰ আন্দোলনৰ সময়ত মই নলবাৰী আঞ্চলিক কৰ্মচাৰী পৰিষদৰ সম্পাদক আছিলোঁ। এদিন টিহুলৈ গৈ যাতায়তৰ অসুবিধাৰবাবে ঘৰলৈ ঘূৰিব পৰা নাছিলোঁ। ইপিনে ঘৰত হাহাকাৰ লাগিছিল। পিতাই থানালৈ গৈ জনাইছিল। পিচদিনা পুৱা ঘৰলৈ ঘূৰি আহি পিতাৰ কাৰ্য দেখি অবাক হৈছিলোঁ। আমাৰ প্ৰতি তেখেতৰ স্নেহ দেখি অভিভূত হৈ পৰিছিলোঁ।

পোছাক-পৰিচ্ছদত পিতা সদায় পৰিপাতি। আমি দেখাৰপৰা পিতাৰ পোছাক ডাঠ খদ্দৰৰ ধুতি আৰু কামিজচোলা। প্ৰত্যেক দিনে-ৰাতিপুৱা গা ধুই গোঁসাই সেৱা কৰি উঠি এজোৰ নতুনকৈ ধোৱা ধুতি-চোলা পিন্ধি বাহিৰৰ বাৰান্দাত বহি গীতা-ভাগৱত পঢ়াতো নিত্যকৰ্ম আছিল। তেখেতে প্ৰৱন্ধপাতি লিখি ঘৰৰ মানুহক পঢ়ি শুনাই আনন্দ লাভ কৰিছিল। বাতৰি কাকত, আলোচনী আদিত লিখাবোৰ প্ৰকাশ পোৱাৰ পাছত তেখেত পৰম উৎফুল্লিত হৈ উঠিছিল। পিতাৰ মনোবল সদায় অটুট আছিল। ৮৫ বছৰ বয়সতো বজাৰলৈ গৈ আঙ্গুৰ, আপেল আদি নিজে কিনি আনি ঘৰত নাতি-নাতিনীৰ মাজত বিতৰণ কৰি পৰম তৃপ্তি লাভ কৰিছিল। মা, মোৰ পৰিবাৰ, দুজন ভাই (প্ৰণৱ, অনিল), দুজনী ভাইবোৱাৰী আৰু আমাৰ ছয়টি নাতি-নাতিনীৰে গঠিত পৰিয়ালটোৰ প্ৰতিজন লোকেই পিতাৰ মৰমৰ বাউসীৰ তলত শান্তিৰে সৌসিদিনালৈ আছিলোঁ।

মোৰ দৃষ্টিত পিতা বহু গুণৰ অধিকাৰী। পুত্ৰই পিতৃৰ গুণ কীৰ্ত্তন কৰি কেতিয়াও পিতৃঋণ পৰিশোধ কৰিব নোৱাৰে। পিতা মোৰ মানত "পৰম পুৰুষ"। আমি যেন তেখেতৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ নিজ নিজ কৰ্মক্ষেত্ৰত অগ্ৰসৰ হ'ব পাৰোঁ। তেখেতৰ উদাৰতা, বদান্যতা আৰু মহানুভৱতা মোৰ কৰ্মভূমিৰ জীৱন যাত্ৰাপথৰ প্ৰগতিৰ পাথেয় হৈ ৰওঁক—এই কামনাৰে পিতৃদেৱৰ জন্ম-শতবাৰ্ষিকীৰ সন্ধিক্ষণত তেখেতৰ আত্মাই চিৰশান্তি লাভ কৰক, এয়ে ভগৱানৰ ওচৰত প্ৰাৰ্থনা।❑

---

**শ্ৰীভুবন চন্দ্ৰ গোস্বামী ডাঃ গোস্বামীদেৱৰ জ্যেষ্ঠ পুত্ৰ। গোস্বামী দেৱীৰাম উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেখেত নলবাৰী মাধ্যমিক শিক্ষক আৰু কৰ্মচাৰী পৰিষদৰ প্ৰাক্তন সভাপতি। তেখেত নলবাৰীৰ বিভিন্ন ৰাজহুৱা অনুষ্ঠানৰ লগত ওতঃপ্ৰোতভাৱে জড়িত।**

# শহুৰ-পিতাৰ সোঁৱৰণত

ইন্দিৰা গোস্বামী

মোৰ শহুৰ-পিতা ডাঃ হৰেকৃষ্ণ গোস্বামী। বিধিৰ নিষ্ঠুৰ স্পৰ্শত আমাৰ পূজনীয় পিতা ১৯৯২ চনৰ ৭ মাৰ্চ শনিবাৰে স্বৰ্গগামী হৈছিল। পিতা আছিল এজন প্ৰবীণ ৰাজনৈতিক নেতা, গান্ধীবাদী আদৰ্শৰ সেৱক। পিতা এজন কঠোৰ নিয়মানুবৰ্ত্তিতা মানি চলা মানুহ আছিল। মেল-মিটিং আদিত সদায় নিৰ্দিষ্ট সময়ৰ আগতে উপস্থিত হৈছিল। পিতাই কোনোদিনে গাড়ী-মটৰ 'ফেল' কৰা নাছিল। অকল নিজৰ ক্ষেত্ৰতে নহয়, ঘৰৰ কোনোবা কৰবালৈ যাব লগা থাকিলেও তেৱেঁই আগত হুলস্থূল লগাই যোৱাজনৰ তৎপৰতা বৃদ্ধি কৰিছিল।

পিতাৰ হৃদয় কোমল আৰু উদাৰ, মন সদায় উচ্চ ভাবাপন্ন আৰু ক্ষমাশীল আছিল। কোনোদিনে কোনো লোকক টান কথা কৈ বা দুটা মাতি কাৰোবাৰ অন্তৰত আঘাত দিয়া আমাৰ মনত নপৰে। তেখেতে ব্যক্তি সমালোচনা বা পৰচৰ্চা কেতিয়াও নকৰিছিল। অইনৰ গুণ-গান কৰি পিতাই পৰম তৃপ্তি লাভ কৰিছিল।

পিতাই সদায় ৰাতিপুৱা সোনকালে উঠিছিল। নিজে দুৱাৰ-খিৰিকী খুলি ঘৰৰ আটাইকে চিঞৰি চিঞৰি জগাই দিছিল। কোনোবাজনৰ উঠাত পলম হ'লে কিবা অসুখ-বিসুখ হৈছে নেকি বুলি খবৰ লৈছিল। অতি সাধাৰণ কথাতো পিতা বৰ উদ্বিগ্ন হৈ পৰিছিল। ল'ৰা-ছোৱালীহঁতৰ কোনোবাই চোতালত পিচল খালে নাইবা আঙুলি এটাত জখম হ'লেও পিতা চিন্তান্বিত হৈ পৰা আমি দেখিছিলোঁ। ঘৰৰ প্ৰত্যেকজন মানুহেই ক'ৰবালৈ যাবলৈ হ'লে পিতাৰ আগত কৈ যাব লাগিছিল। কলৈ যাব, কিয় যাব, কেতিয়া ঘূৰিব ইত্যাদি খবৰ দিহে বাহিৰলৈ ওলোৱাটো পিতাই বিচাৰিছিল। কোনোবাজনে কৈ যোৱা মতে ঘূৰি নাহিলে হাহাকাৰ লগাই দিছিল। কিবা অঘটন ঘটিল বুলি নিজেই খবৰ কৰিবলৈ আগবাঢ়ি ওলাই গৈছিল।

মই দেখাৰপৰা পিতাক খদ্দৰৰ ধুতি-কামিজ পিন্ধা দেখা পাইছিলোঁ। প্ৰত্যেক দিনে ৰাতিপুৱাই সেৱা কৰি উঠি এযোৰ নতুনকৈ ধোৱা ধুতি-চোলা পিন্ধি বাহিৰৰ বাৰান্দাত বহি পিতাই ভাগৱত পঢ়াটো নিত্যকৰ্ম আছিল। গধূলি সময়ত ল'ৰা-

ছোৱালীবিলাক পঢ়িছেনে নাই পিতাই ক্ৰমে ক্ৰমে গৈ মনে মনে চাই আহিছিল। সিহঁতে ভালদৰে পঢ়ি থাকিলে "বেচ্ বেচ্", বুলি কৈ ক্ৰমৰ পৰা ওলাই আহিছিল। পৰীক্ষাৰ সময়ত সিহঁতে পৰীক্ষা দিবলৈ যাওঁতে সদায় পিতাক সেৱা কৰি গৈছিল। পিতাই সিহঁতক পইচা দিছিল আৰু জয়যুক্ত হ'ব বুলি আশীৰ্বাদ দি শ্যামৰায়ক মাতিছিল।

পিতাৰ কথা যেতিয়া ভাবোঁ, তেতিয়াই পিতাৰ আমাৰ প্ৰতি যি মৰম আছিল, সেই মৰমৰ কথাবোৰ মোৰ মনলৈ বৰকৈ আহিবলৈ ধৰে। মাজে মাজে এনেকুৱা ভাব হয়, পিতা যেন এতিয়াও আমাৰ মাজত আছে; অথচ আমি তেখেতক দেখা নাই। কিন্তু তেখেতে যেন আমালৈ চাই চাই আগৰদৰে যি ধৰণে আমাৰ মাজত উৎসাহ দি আহিছিল, এতিয়াও সেইদৰে যেন তেখেতে উৎসাহ দি আছে। তেখেতৰ পৰা কিমানখিনি মৰম পাইছিলোঁ, সেই মৰম আৰু স্নেহৰ কথা মই কোনো দিনে পাহৰিব নোৱাৰিম। এনেহেন উদাৰ, সহজ-সৰল মৰমিয়াল ব্যক্তি এজনক শহুৰ হিচাপে পোৱাটো সৌভাগ্য বুলি মই ভাবোঁ। তেখেতৰ বিদেহী আত্মাই যাতে চিৰ শান্তি লাভ কৰে, এয়ে ভগৱানৰ ওচৰত মোৰ সৰল প্ৰাৰ্থনা। ❑

---

শ্ৰীমতী গোস্বামী প্ৰয়াত ডাঃ হৰেকৃষ্ণ গোস্বামীৰ জ্যেষ্ঠা বোৱাৰী। এগৰাকী সু-গৃহিণী আৰু সাহিত্যানুৰাগী।

# পিতৃদেৱৰ স্মৃতি ৰোমন্থন

**অনিল গোস্বামী**

মা-পিতাৰ আঠটি সন্তানৰ ভিতৰত মই কনিষ্ঠ। সেইহেতুকে মই মোৰ পিতাৰ পৰা যথেষ্ট মৰম পাইছিলোঁ। এনে এজন সৰ্বগুণ সম্পন্ন ব্যক্তিৰ সন্তান হিচাপে মই গৌৰৱ অনুভৱ কৰোঁ। মোৰ মানত পিতা সৰ্বশ্ৰেষ্ঠ শ্ৰদ্ধাৰ পাত্ৰ। নলবাৰী অঞ্চলৰ বিভিন্ন স্থানত ডাঃ হৰেকৃষ্ণ গোস্বামীৰ ল'ৰা বুলি পৰিচয় দি মই বিশেষ আত্মগৌৰৱ লাভ কৰোঁ। আধুনিক নলবাৰী চহৰ গঠনত পিতাৰ অৱদান যথেষ্ট। নলবাৰী অঞ্চলৰ পুৰোধা ব্যক্তিসকলৰ ভিতৰত আমাৰ পিতাও আছিল অন্যতম।

নলবাৰী চহৰৰ প্ৰতিটো শিক্ষানুষ্ঠান, ধৰ্মীয় তথা সাংস্কৃতিক অনুষ্ঠানৰ সৈতে ওতঃপ্ৰোতভাৱে জড়িত আছিল আমাৰ পিতা। ক'ৰবাত হয়তো সভাপতি, ক'ৰবাত সম্পাদক, আকৌ ক'ৰবাত সদস্য হিচাপে কাৰ্য্যনিৰ্বাহ কৰিছিল। মুঠতে এনে এটা অনুষ্ঠান নাই য'ত ডাঃ হৰেকৃষ্ণ গোস্বামীৰ অৱদান নাছিল। নলবাৰী চহৰৰ উপৰিও, ইয়াৰ ওচৰ-পাজৰৰ অঞ্চলসমূহৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানত পিতাৰ অৱদান দেখিবলৈ পোৱা গৈছিল।

পিতাৰ পেচা আছিল চিকিৎসা সেৱা; কিন্তু তাতোকৈ বেছি নিচা আছিল সমাজ সেৱাত। নলবাৰীৰ এ.টি. ৰোডত তেখেতৰ ফাৰ্মাচী থকা সময়ত নলবাৰীৰ ৰাজস্থানী ব্যৱসায়ীসকলৰ গৃহ চিকিৎসক হিচাপে সেৱা কৰাৰ উপৰিও নলবাৰীৰ আশে-পাশে থকা গাঁও অঞ্চলৰ দুখীয়া পৰিয়ালবোৰক বিনামূলীয়া চিকিৎসা সেৱা আগবঢ়াইছিল। অগ্ৰণী সমাজসেৱক হিচাপে পিতাই নলবাৰী পৌৰসমিতিক পৌৰসভালৈ ৰূপান্তৰিত কৰাত আগভাগ লৈছিল। নলবাৰী কলেজৰ কাৰণে ৰাজস্থানী সম্প্ৰদায়ৰ ব্যৱসায়ী ঈশ্বৰ দাস বাজাজৰ পৰা—"কেদাৰমল বাজাজ হ'ল" আৰু বিলাসৰায় ভাৰতীয়াৰ পৰা "বিলাসৰায় ছাত্ৰাবাস" আদায় কৰাত পিতাৰ মুখ্য ভূমিকা আছিল। আনকি নলবাৰী বাণিজ্য মহাবিদ্যালয়ৰ কাৰণে নলবাৰীৰ স্থানীয় ব্যৱসায়িক প্ৰতিষ্ঠান "ৰাৱা ব্ৰাদাৰ্ছ"ৰ পৰা এটা ঘৰ আদায় কৰাত আমাৰ পিতা সফল হৈছিল।

এইদৰে সমাজ সেৱাৰ বিভিন্ন কামত নিমগ্ন হৈও পিতাই নিয়মীয়াকৈ

ফাৰ্মাচীত আৰু মানুহৰ ঘৰে ঘৰে গৈ ৰোগী চাই ফুৰিবলৈ এৰা নাছিল। নলবাৰী কলেজ প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত প্ৰতিষ্ঠাপক অধ্যক্ষ প্ৰখ্যাত সাহিত্যিক ✓ত্ৰৈলোক্য নাথ গোস্বামীৰ সৈতে চাইকেলেৰে ঘূৰি মানুহৰ ঘৰে ঘৰে আৰু হাতত টিনৰ চুঙা লৈ ৰেলে-মটৰে দান-বৰঙণি সংগ্ৰহ কৰাৰ কথা পিতাৰ মুখৰ পৰা শুনিছিলোঁ।

পিতা আছিল এজন গান্ধীবাদত বিশ্বাসী লোক। মই জনা হোৱাৰে পৰা পিতাক খদ্দৰ কাপোৰ পৰিধান কৰা দেখা পাইছিলোঁ। এই পৰিধানে তেখেতক এজন নিভাঁজ গান্ধীবাদী কংগ্ৰেছী লোক বুলি প্ৰতিফলিত কৰিছিল আৰু জীৱনৰ সুদীৰ্ঘ কালছোৱাত এই মতাদৰ্শৰ পৰা বিচ্যুত হোৱা নাছিল। যদিও পিতা এজন গান্ধীবাদী কংগ্ৰেছী লোক আছিল, তেখেতে অন্য ৰাজনৈতিক দলৰ ব্যক্তিক হিংসা নকৰি বন্ধুত্ব সুলভ দৃষ্টিভংগীৰে চাইছিল। ইয়াৰ উৎকৃষ্ট নিদৰ্শন হ'ল আত্মগোপন কৰি থকা সময়ত কমিউনিষ্ট মতাদৰ্শী ✓বিষ্ণুপ্ৰসাদ ৰাভাদেৱে আমাৰ খুদিয়াৰ ঘৰত মাজ নিশা আশ্ৰয় বিচাৰি আহোতে তেখেতক খুৱাই-ধুৱাই বিদায় দিছিল। এইবোৰ কথা আমি পিতাৰ মুখৰ পৰাই শুনিছিলোঁ।

আমাৰ পিতা আছিল এজন সময়ানুবৰ্তী ব্যক্তি। যি কোনো সভা-সমিতিত সময়তকৈ পাঁচ মিনিট আগতে উপস্থিত হোৱাটো আছিল তেখেতৰ অভ্যাস। আমি কেতিয়াবা কৰবালৈ যাব লগা থাকিলে পিতাই আমাক দোকমোকালিতে শোৱাপাটিৰ পৰা জগাই দি সাজু হ'বলৈ তাগিদা দিছিল। পিতাৰ পৰাই আমি সময়ৰ মূল্য কি জানিব পাৰিছিলোঁ। আমি পঢ়া-শুনা কৰি থকা সময়ত পিতাই আমাক ৰাতিপুৱাই টোপনিৰ পৰা জগাই দি কোঠালিৰ দুৱাৰ-খিৰিকীবোৰ খুলি দিছিল আৰু ঘৰৰ বাৰান্দাত বহি আমি বিচনাৰ পৰা উঠি অহা দেখা নাপাই "উঠৰে বাপু উঠ........."এই বৰগীতটো গাইছিল। এইদৰে তেখেতে আমাক বিচনাৰ পৰা উঠাইহে এৰিছিল।

স্মৃতিৰ মানসপটত ভাহি উঠে—আমি যেতিয়া পৰীক্ষা দিবলৈ ওলাওঁ, ঘৰৰ বাৰান্দাত বহি থকা পিতাক প্ৰণাম কৰোতে, তেখেতে চোলাৰ পকেটত লৈ থকা পইচা আশীৰ্বাদ স্বৰূপে আমাৰ হাতত অৰ্পণ কৰি আমাক কৈছিল, "জয়যুক্ত হবি, পৰীক্ষা ভাল হ'ব।" পিতাৰ এই আশীৰ্বাদে পৰীক্ষাৰ দেওনাবোৰ পাৰ কৰোঁতে যথেষ্ট অনুপ্ৰেৰণা যোগাইছিল। আনকি যেতিয়া মই স্নাতক মহলাত উৰ্ত্তীণ হোৱা খবৰটো উধাতু খাই ঘৰলৈ আহি পিতাক দিছিলোঁ, তেখেতে মোৰ মূৰত অতি স্নেহেৰে হাত বুলাই আনন্দ প্ৰকাশ কৰিছিল।

পিতাক কেতিয়াও খং-ৰাগৰ দৰে ৰিপুৱে বশীভূত কৰিব পৰা নাছিল। মানসিকভাৱে তেখেত আছিল ধীৰ-স্থিৰ, গহীন-গম্ভীৰ। আমি কেতিয়াবা কোনো

ভুল কৰিলেও তেখেতে আমাৰ ওপৰত খং নকৰি আমি যাতে তেনে ভুল পুনৰাই নকৰোঁ তাকেহে স্নেহভৰা উপদেশেৰে বুজাইছিল।

এজন অভিভাৱকৰ দায়িত্ব আমাৰ পিতাই নিয়াৰিকৈ পালন কৰিছিল। আমাৰ সুবিধা-অসুবিধা, বিচাৰ-বিবেচনা আদিৰ বিষয়ে পিতাই নজৰ ৰাখিছিল। আনকি তেখেতৰ মানত আমি প্ৰাপ্তবয়স্ক হোৱাৰ পিছতো সৰু হৈয়ে আছিলোঁ। আমি তিনিজন ভাই-ককাই কেতিয়াবা সান্ধ্য ভ্ৰমণৰ পৰা উভতি আহোঁতে অকণমান পলম হ'লে পিতাই পদূলি মুখলৈকে তাঁত-বাটি কাঢ়ি আমালৈ বাট চাই আছিল আৰু আমি আহি পোৱাৰ পাছত হাঁহি মুখেৰে আমাক পলম হোৱাৰ কাৰণ সুধিছিল।

পিতা এজন কোমল হৃদয়ৰ গৰাকী আছিল। কেতিয়াবা কোনোবা আপোনজনৰ দুখৰ বাৰ্তা শুনিলে হুক-হুকাই কান্দি উঠিছিল। মোৰ স্মৃতিত অনুৰণন হয়, যেতিয়া ভাৰতৰ প্ৰথম প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহেৰুদেৱে ইহলীলা সম্বৰণ কৰে তেতিয়া আমাৰ পিতাই এই দুঃখ সহ্য কৰিব নোৱাৰি কান্দি পেলাইছিল। পৰিয়ালৰ কোনোৱে কিবা বেমাৰ-আজাৰত ভুগিলে যদিও তেখেত নিজেই আছিল এজন সুচিকিৎসক, তথাপি বিচলিত হৈ পৰিছিল।

মুঠতে আমাৰ পিতা আমাৰ বহুগুণ সম্পন্ন ব্যক্তি। পুত্ৰ হিচাপে আমি পিতৃঋণ কেতিয়াও পৰিশোধ কৰিব নোৱাৰোঁ। এনেহেন উদাৰ, সহজ-সৰল, মৰমিয়াল হৃদয়ৰ ব্যক্তি এজনক আমাৰ পিতৃ হিচাপে পোৱাটো পূৰ্ব জনমৰ ভাগ্যৰ ফল বুলিয়েই মই ভাবোঁ। আগন্তুক দিনবোৰত পিতাৰ আদৰ্শ তথা দৃষ্টিভংগীবোৰ সাৰোগত কৰিয়েই যেন অতিবাহিত কৰিব পাৰোঁ তাৰেই কামনাৰে। পিতাৰ বিদেহী আত্মাই চিৰশান্তি লাভ কৰক। ❑

---

শ্ৰীগোস্বামী প্ৰয়াত হৰেকৃষ্ণ গোস্বামীদেৱৰ কনিষ্ঠ পুত্ৰ। তেওঁ ধুবুৰী চৰকাৰী বালিকা উঃমাঃ বিদ্যালয়ৰ শিক্ষক হিচাপে কাৰ্যনিৰ্বাহ কৰি আছে।

# পূজনীয় পিতৃৰ প্ৰতি শ্ৰদ্ধাৰ্ঘ

**নন্দিতা শৰ্মা**

জীৱন কঁচুপাতৰ পানীৰ দৰে। জীৱনবন্তিৰ কেতিয়া অৱসান ঘটে তাৰ বিষয়ে কোনেও ক'ব নোৱাৰে। জীৱনে দিয়ে মনৰ আনন্দ আৰু মৃত্যুৱে দিয়ে দুঃখ। কবিৰ ভাষাত—

"হাঁহি আৰু চকুলোৰ মধুৰ মিলন
এয়ে হায় মানৱ জীৱন!"

মৃত্যুক আৱশ্যম্ভাৱী বুলি জানিও আমাৰ মনে প্ৰবোধ মানিব নোখোজে; যেন আমি তাক অস্বীকাৰ কৰি থাকিব পাৰিলেই শান্তি। কিন্তু ই জানো সম্ভৱ?

"আহিছে মানুহ গৈছে মানুহ
মানুহ ময়াপী জীৱ।"—

বিধিৰ এই নিষ্ঠুৰ নিয়মৰ বান্ধ অনুসৰিয়েই মোৰ দেউতাইয়ো ইহজগতৰ পৰা পৰজগতলৈ যোৱাৰ বাট আকোঁৱালি ল'ব লগা হৈছিল। প্ৰত্যেকে কিছু স্মৃতিৰ টোপোলা এই মৰতত এৰি যায়। এই স্মৃতি দলিচাৰ ওপৰতে মোৰ হাতৰ কলমটোৰে আঁক দিব বিচাৰিছোঁ।

যাৰ প্ৰতি অন্তৰৰ অশেষ কৃতজ্ঞতা আৰু শ্ৰদ্ধাভক্তিৰ শেষ নাই, তেওঁৰ বিষয়ে নিৰপেক্ষভাৱে লিখিবলৈ যোৱাটো অতিকে টান কাম; যাৰ বাবে ভাৰতীয় জীৱনী সাহিত্যত নিখুঁত জীৱনীৰ সংখ্যা বৰ কম। ভাল পোৱাই মানুহক অন্ধ কৰে। আপোনজনৰ দোষ-ত্ৰুটি থাকিলেও কেতিয়াবা চকুত নপৰে, গুণাৱলী অতিৰঞ্জিত হয়। মোৰ আৰাধ্য পিতৃ ডাঃ হৰেকৃষ্ণ গোস্বামীৰ সোঁৱৰণ লিখিবলৈ লওঁতেও এইবোৰ কথাৰ প্ৰতি সচেতন হৈ এক নিৰপেক্ষ বিহংগৰ দৃষ্টিৰে দুষাৰিমান চমুকৈ ক'বলৈ যত্ন কৰিছোঁ।

এক কথাত ক'বলৈ হ'লে তেওঁ আছিল এগৰাকী ধৈৰ্য্যশীল, কৰ্তব্যনিষ্ঠ সুচিকিৎসক, সমাজবাদী, গান্ধীবাদী আদৰ্শেৰে অনুপ্ৰাণিত, সদালাপী, মৰমিয়াল আৰু মধুৰ আচৰণ-সম্পন্ন এজন বক্তি। আমাৰ যৌথ পৰিয়ালৰ প্ৰতিজন সদস্যৰ বাবে পিতা আছিল অতিকৈ আপোনজন তেওঁৰ অন্তৰ আছিল কোমল তথা এক বিশাল দৃষ্টিভংগীসম্পন্ন। কোনো লোককে কোনোদিনে এষাৰি টান বাক্যও কৈ

নোপোৱা পিতা সামাজিক ক্ষেত্ৰৰ পৰা চিকিৎসা, ৰাজনৈতিক আদি প্ৰতিটি স্তৰতে এক আদৰ্শপৰায়ণ পুৰুষৰূপে নিজকে সুপ্ৰতিষ্ঠিত কৰিবলৈ সমৰ্থ হৈছিল। আমি ল'ৰা-ছোৱালী মুঠতে আঠজন। পিতাই প্ৰতিটি পদক্ষেপতে আমাক সৎ অনুপ্ৰেৰণাৰ লগতে সাহস আৰু জ্ঞানৰ কথা কৈছিল। পিতা মোৰ বাবে আছিল Friend, philosopher আৰু guide আমাক কেতিয়াও পিতাই নিৰাশাগ্ৰস্ত হ'বলৈ নিদিছিল। এতিয়াও মনত পৰে কেতিয়াবা কিবা খোৱা বস্তু তৈয়াৰ কৰিলে পিতাই সেয়া খাই বেয়া পালেও বা তৈয়াৰ কৰাত বেয়া হ'লেও কোনো দিনে আমাক বেয়া হৈছে বুলি কৈ নাপালে; বৰং ভাল হৈছে', "খুব ভাল হৈছে অ'মাই" বুলি আমাক উৎসাহিত কৰিছিল। তেওঁ নিজে এজন সুচিকিৎসক হোৱা সত্ত্বেও ঘৰত কাৰোবাৰ কিবা বেমাৰ হ'লে এটা সাধাৰণ বেজী দিবলৈও তেনেকুৱা পৰিস্থিতিৰ বাবেই মাতি আনিব লগা হৈছিল আন কোনোবা চিকিৎসকক। কিছুমান কথা মানুহৰ স্মৃতিৰ মনিকোঠাত সদায় জীৱিত হৈ থাকে। সেইবোৰৰ সহায়ত যেন আমি হেৰাই যোৱা অতীতক বৰ্তমানত বিচাৰি পাওঁ। তেখেতৰ পৰা পোৱা মৰম আৰু স্নেহৰ কথা কেতিয়াও পাহৰিব নোৱাৰিম।

দেউতাৰ গুণৰ কথা কৈ অন্ত কৰিব নোৱাৰি। আমাক সকলোকে এৰি থৈ দেউতাই শেষ নিশ্বাস ত্যাগ কৰে 1992 চনৰ 7 মাৰ্চৰ মাজ নিশা। দেউতা আজি আমাৰ মাজত নাই সঁচা, কিন্তু তেওঁৰ স্মৃতিবোৰে যেন আজিও মোৰ মনত এক প্ৰবল জোৱাৰৰ সৃষ্টি কৰে। ভগৱানক একান্তমনে প্ৰাৰ্থনা জনাওঁ, যেন জন্ম-জন্মান্তৰে তেওঁৱেঁই মোৰ পৰম আৰাধ্য পিতৃদেৱ বুলি জনম লৈ জীৱন সাৰ্থক কৰে। শেষত তেওঁৰ বিদেহী আত্মাই চিৰশান্তি লাভ কৰক আৰু নেদেখা লোকৰপৰা আমাক আগুৱাই যাবলৈ আশীষ দিয়ক, এয়ে মোৰ ভগৱানৰ ওচৰত প্ৰাৰ্থনা।

ওম্ শান্তি, ওম্ শান্তি, ওম্ শান্তি।। ❑

---

শ্ৰীশৰ্মা প্ৰয়াত গোস্বামীদেৱৰ জীয়াৰী।

# অনুভৱৰ এপলক ঃ স্মৃতিৰে আতাৰ

যোগেন গোস্বামী

তেতিয়া ঘৰখনৰ স'তে মোৰ আনুষ্ঠানিক সম্পৰ্ক স্থাপন হোৱা নাছিল। সেয়া আছিল '৯০ চনৰ কথা। পাঠশালাৰ আগশাৰীৰ সামাজিক-সাংস্কৃতিক অনুষ্ঠান 'পাঠশালা সমন্বয়'ৰ এজন সদস্য হিচাপে বিভিন্ন ঠাইলৈ একাংকিকা নাট প্ৰতিযোগিতাত অংশ ল'বৰ বাবে গৈছিলোঁ। দিনটো মনত নাই। আমাৰ নাট আছিল নলবাৰীত। প্ৰসন্ন নাৰায়ণ চৌধুৰী সোঁৱৰণী একাংকিকা নাট প্ৰতিযোগিতাত 'ত্ৰিশ মিনিট' নাটখন লৈ আমি গৈছিলোঁ প্ৰতিযোগী দল হিচাপে। নাটকত ব্যৱহাৰ কৰিব লগা সামগ্ৰীৰ সন্ধানত মণ্টুদা (মুকুল গোস্বামী), মই আৰু এজন সমনীয়া বন্ধুৰ সৈতে উপস্থিত হৈছিলোঁ ডাঃ হৰেকৃষ্ণ গোস্বামীৰ বাসভৱনত। মুহূৰ্তৰ ভিতৰতে চিনাকি হৈ উঠা গোস্বামীদেৱে আমাৰ লগত আন্তৰিকতা বিনিময় কৰি চকী-মেজকে ধৰি নাটকৰ ছেটিংচ্‌ৰ সামগ্ৰী অনাত আমাক সহায় কৰিছিল। তেতিয়াই মই আপ্লুত হৈছিলোঁ সেই মানুহজনৰ প্ৰতি। সেই দিনটোৱেই আছিল মোৰ বাবে মানুহজনক প্ৰথম আৰু শেষ দেখা।

এই প্ৰসঙ্গটো এইবাবে উত্থাপন কৰিলোঁ যে এদিন তেওঁৰ পৰিয়ালৰ জোঁৱাই হিচাপে মোৰ সম্পৰ্ক স্থাপন হ'ল। দুৰ্ভাগ্যৰ বিষয় যে জনসেৱক, স্বাধীনতা সংগ্ৰামী, নলবাৰীৰ ৰাইজৰ প্ৰিয়ভাজন ব্যক্তিজনক বিবাহৰ পাছত মই লগ নাপালোঁ। ঘৰখনৰ লগত ঘনিষ্ঠ হৈ তেখেতৰ কৰ্মৰাজি, সামাজিক জীৱন তথা অতীত জীৱনৰ বিষয়ে যিখিনি জানিব পাৰিলোঁ, সেয়ে মোক সোঁৱৰাই দিয়ে লগ পোৱা দিনটোৰ কথা।

হয়তো লগ পোৱা হ'লে ক'ব পাৰিলোঁহেঁতেন এদিন নাটকৰ ছেটিঙছৰ সামগ্ৰী বিচাৰি অহা ল'ৰাজনেই আহিছোঁ আপোনাৰ নাতিনীৰ জীৱন সঙ্গী হৈ। তেখেতৰ আত্মাৰ শান্তি কামনাৰে— ❑

শ্ৰীগোস্বামী প্ৰয়াত গোস্বামীদেৱৰ নাতি জোঁৱাই, প্ৰতিষ্ঠিত ব্যক্তি।

# নামেই যাৰ চিনাকি

**কমল শৰ্মা**

'চিনাকি' বা 'পৰিচয়' শব্দটোৰ অৰ্থ অতি গুৰুত্বপূৰ্ণ। মানুহৰ জীৱনত পৰিচয় শব্দটো ওতঃপ্ৰোতভাৱে জড়িত; নিজৰ পৰিচয়েই হওক বা থকা ঠাইৰ পৰিচয়েই হওক কিম্বা বংশ-পৰিয়ালৰ পৰিচয়েই হওক। গতিকে প্ৰয়াত ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ নামটোৰ লগত মোৰ পৰিচয় কেনেকৈ হ'ল (মই তেখতক জীৱিত কালত নাপালোঁ) আৰু পৰিচয় হৈ তেখেতৰ বিষয়ে কি জানিব পাৰিলোঁ তাকেই ক'ব বিচাৰিছোঁ। মই ইং ২০০৩ চনৰ ২৭ নৱেম্বৰত ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ নাতিনীয়েক শ্ৰীচন্দনা গোস্বামীৰ লগত বিয়া পাতো। বিয়াৰ আগত যেতিয়া ছোৱালীৰ খবৰ আহিছিল তেতিয়া প্ৰথমে ছোৱালীৰ ককাক হিচাপে তেখেতৰ নামটো কৈছিল; আৰু কৈছিল গোস্বামীদেৱ অকল এজন চিকিৎসকেই নাছিল, তেখেত এজন নিঃস্বাৰ্থ সমাজসেৱক, শিক্ষাসেৱক আছিল। বিয়া হৈ গ'ল। লগে লগে জানিব পাৰিলোঁ ডাঃ গোস্বামীদেৱ মানুহজনৰ জীৱনবৃত্তান্ত।

গোস্বামীদেৱৰ বিষয়ে লিখা বিভিন্নজনৰ লিখনিবোৰ মই পঢ়িছোঁ। সঁচাকৈয়ে ডাঃ গোস্বামীদেৱ এজন কৰ্মযোগী পুৰুষ আছিল। সমাজকৰ্মৰ মাজতেই তেখেতে বিচাৰি পাইছিল জীৱনৰ সাৰ্থকতা। সমাজ তথা শিক্ষা ক্ষেত্ৰলৈ তেখেতে নলবাৰী অঞ্চলৰ বাবে যিমানবোৰ কাম কৰি থৈ গৈছে, সেইবোৰ তেখেতে নিজৰ নাম জাহিৰ কৰিবলৈ কৰা নাছিল, নাছিল তেখেতৰ কোনো ব্যক্তিগত স্বাৰ্থ।

ডাঃ গোস্বামীদেৱৰ পঢ়া জীৱনৰ বিভিন্ন টোকা বহী, ব্যৱহাৰিক বহীবোৰ মই তেখেতৰ ঘৰত চাইছিলো (যিবোৰ সযতনেৰে ঘৰতেই সংৰক্ষিত কৰি ৰখা হৈছে)। সেইবোৰৰ পৰা অনুমান কৰিব পাৰি যে ডাঃ গোস্বামীদেৱ এজন শৃংখলাপূৰ্ণ লোক আছিল। তেখেতৰ হাতৰ আখৰ অতি সুন্দৰ আছিল। এদিন মই খুদিয়া সত্ৰলৈ গৈছিলোঁ। তালৈ যাওঁতে মই ডাঃ গোস্বামীদেৱৰ মাতৃৰ নামেৰে সজা "সৰস্বতী প্ৰাথমিক বিদ্যালয়"খন দেখিছিলো। ইয়ে তেখেতৰ ঘৰুৱা সৎসংস্কাৰৰ পৰিচয় দিয়ে। তেনেদৰে মই এদিন নলবাৰীৰ পূৰ্বভাৰতী

সংগ্ৰাহলয়লৈ যোৱাত ডাঃ গোস্বামীদেৱৰ 'বৰ কাপোৰ' আৰু 'ঘড়ীটো' চোৱাৰ সৌভাগ্য ঘটিছিল।

মোৰ শহুৰ দেউতা তথা ডাঃ গোস্বামীদেৱৰ ডাঙৰ ল'ৰা শ্ৰীযুত ভুবন চন্দ্ৰ গোস্বামীদেৱৰ পৰা জানিব পাৰিছিলো যে প্ৰয়াত ডাঃ গোস্বামীদেৱ নলবাৰী মিউনিচিপালিটিৰ পৌৰপতি হৈয়ে পোনপ্ৰথমবাৰৰ বাবে কেৰাচিনৰ লেম্প পোষ্টৰে Street light ৰ ব্যৱস্থা কৰিছিল। কেৰাচিনৰ লেম্পপোষ্ট ব্যৱহাৰ কৰাৰ মূলতে আছিল তেতিয়া বিজুলী চাকিৰ ব্যৱস্থা হোৱা নাছিল। সেয়া লেম্প পোষ্টৰ নিদৰ্শন আজিও নলবাৰী কলেজৰ চৌহদত দেখা যায়। ডাঃ গোস্বামীদেৱ নলবাৰী নাট্য মন্দিৰ পৰিচালনাৰ লগত জড়িত আছিল। প্ৰথমে নাট্য সমিতিৰ সম্পাদক আৰু পৰবৰ্ত্তী পৰ্য্যায়ত সভাপতি হৈছিল। নলবাৰী অঞ্চলৰ প্ৰায়বোৰ শিক্ষানুষ্ঠানৰ প্ৰতিষ্ঠাৰ লগত তেখেত প্ৰত্যক্ষভাৱে জড়িত হৈ আছিল। তেনেবোৰ অনুষ্ঠান হ'ল—নলবাৰী কলেজ, নলবাৰী সংস্কৃত কলেজ, গৰ্ডন স্কুল, দেবীৰাম পাঠশালা হাইস্কুল। ইত্যাদি।

ডাঃ গোস্বামীদেৱ যেন আধুনিক নলবাৰীৰ এজন বিশিষ্ট খনিকৰ আছিল। ডাঃ গোস্বামীদেৱৰ মনটোত সদায় লাগি আছিল নলবাৰীখন কেনেকৈ সৰ্বাংগসুন্দৰ কৰি তোলে আৰু তাৰে সাক্ষী হৈ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানবোৰ আজিও থিয় হৈ আছে। ডাঃ গোস্বামীদেৱ যে টকা-পইচাৰ প্ৰতি উদাসীন আছিল সেইটো তেখেতৰ সাধাৰণ "অসম আৰ্হি"ৰ ঘৰটো চাইয়ে বুজিব পাৰি। বৰ্তমানৰ "ড্ৰইং ৰুম"টো আছিল তেখেতৰ ঘৰত ৰোগী চোৱা "চেম্বাৰ"। ৰুমটোৰ ভিতৰত ৰোগীবোৰ বহিবলৈ সজাই থোৱা পকী বেঞ্চ সদৃশ চিৰিবোৰে আজিও তেখেতৰ স্মৃতি ধৰি ৰাখিছে।

মোৰ শাহু আইতা তথা ডাঃ গোস্বামীদেৱৰ সহধৰ্মিনী শ্ৰীযুতা বাসন্তী গোস্বামীক মই সুধিছিলো আৰু আইতাই সহজ-সৰল ভাবে কৈছিল—

| | উত্তৰ |
|---|---|
| ১) ককাৰ প্ৰিয় খাদ্য কি আছিল? | - বেঙেনা পোৰা। |
| ২) প্ৰিয় পোছাক? | - বগা খদ্দৰৰ ধুতি-পিৰণ। |
| ৩) ককাক কেতিয়া চিন্তান্বিত দেখা গৈছিল? | - পৰিয়ালৰ কোনোবাৰ অসুখ হ'লে। |
| ৪) ককাই অতি গুৰুত্বপূৰ্ণ কথাবোৰ কাৰ লগত আলোচনা কৰিছিল? | - ডাঙৰ বাবাৰ লগত (ডাঙৰ বাবা মানে তেখেতৰ জ্যেষ্ঠ পুত্ৰ শ্ৰীযুত ভুবন চন্দ্ৰ গোস্বামী) |

৫) ককা চিকিৎসা বিজ্ঞানৰ মানুহ হিচাপে ভগৱানৰ ওপৰত কেনেকুৱা বিশ্বাস আছিল? - গভীৰ বিশ্বাস আছিল।

৬) ককাৰ প্ৰিয় খেলা কি? - 'ৰেষ্টলিং'।

৭) ককাৰ প্ৰধান বিশেষত্ব কি আছিল? - কাকো বেয়া পাব নাজানিছিল।

৮) ককাই কেতিয়াবা অভিনয় কৰিছিলনে? - অ', কলিকতাত মেডিকেল পঢ়ি থকাৰ সময়ত বহু কেইখন নাটকত অভিনয় কৰিছিল।

৯) শিক্ষা জীৱনৰ কোনটো পৰ্য্যায়ত ককাৰ উল্লেখযোগ্য ফলাফল আছিল? - মেডিকেলৰ চূড়ান্ত পৰীক্ষাৰ।

১০) ককাৰ বিষয়ে আৰু কিবা ক'ব নেকি? - আইতাৰ চকুলো ওলাইছিল।

মই সিমানতে আইতাৰ লগত এই বিষয়ৰ কথা সামৰিছিলোঁ। হয়, আজি তেখেতৰ মৃত্যুৰ ১৫ বছৰৰ পাছতো তেখেতৰ ঘৰলৈ গ'লে এনেকুৱা অনুভৱ হয়, তেখেত যেন আজি কিছুদিন আগতেহে আমাৰ মাজৰ পৰা বিদায় লৈছে। এনে এজন ব্যক্তিৰ নাতি জোঁৱায়েক হিচাপে পৰিচয় তথা চিনাকি দিবলৈ পাই মই সঁচাকৈয়ে গৌৰৱ অনুভৱ কৰোঁ। ককাৰ স্বৰ্গগত আত্মাই চিৰশান্তি লাভ কৰক, এয়ে প্ৰাৰ্থনা। ❑

---

শ্ৰীশৰ্মা প্ৰয়াত ডাঃ গোস্বামীৰ নাতি-জোঁৱাই। তেখেত অসম জলসম্পদ বিভাগৰ অভিযন্তা।

# আতা ডাঃ হৰেকৃষ্ণ গোস্বামী

**প্ৰদীপ কুমাৰ শৰ্মা**

ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱক মই লগ পাইছিলোঁ ইং ১৯৮৮ চনৰ কোনোবা এটা দিনত। মই তেখেতৰ নাতিনী প্ৰণীতা শৰ্মাৰ সৈতে বিবাহৰ সূত্ৰে তেখেতৰ নাতি জোঁৱাই হওঁ। মোৰ পৰিবাৰে সম্বোধন কৰাৰ দৰে ময়ো গোস্বামীদেৱক 'আতা' সম্বোধনেৰে প্ৰথম সাক্ষাতৰ পৰা মাতিবলৈ লওঁ। মোৰ দেউতাৰ দেউতাক বা মাৰ দেউতাক কোনো এজনকে মই দেখা পোৱাৰ সৌভাগ্য হোৱা নাছিল। সেয়েহে 'আতা' সম্বোধনেৰে তেখেতক মাতি মই নিজেই খুউব আনন্দ পাইছিলোঁ। প্ৰথম লগ পাওঁতেই তেখেতৰ পৰা পোৱা স্নেহাশীষে মোক অজানিতে তেখেতৰ নিচেই ওচৰ চপাই নিছিল।

'আতা'ৰ বিষয়ে মোৰ শহুৰদেউতা শ্ৰীনগেন শৰ্মাৰ পৰা বহু কথা জনাৰ সুযোগ পাইছিলোঁ। তেখেতে ১৯৩৬ চনতেই কলিকতাৰ প্ৰেচিডেন্সি মেডিকেল স্কুলৰ পৰা ডাক্তৰী পৰীক্ষা পাচ কৰি আহি নিজাববীয়াকৈ নলবাৰীত চিকিৎসা কৰাৰ সিদ্ধান্ত লৈছিল। কিন্তু কলিকতাত থাকোতেই তেখেতৰ অন্তৰত স্বাধীনতা আন্দোলনৰ বীজ শিপাইছিল। সেয়েহে চিকিৎসা কৰাৰ লগে লগে কংগ্ৰেছৰ ভাৱাদৰ্শও জনসাধাৰণৰ মাজত প্ৰচাৰত ব্ৰতী হৈ পৰিছিল। কিন্তু তেখেত কেতিয়াও ক্ষমতা লোভী নাছিল। স্বাধীনোত্তৰ কালত মন্ত্ৰী, নেতা হোৱাৰ হাবিয়াস তেখেতে নকৰিলে। জাতি-ধৰ্ম্মৰ ভেদভাৱ নাৰাখি উদাৰমনৰ পৰিচয় দিয়া ব্যক্তিসকলৰ এজন আছিল স্বৰ্গীয় গোস্বামীদেৱ। তেখেত নলবাৰী চহৰখনক আন আন আগশাৰীৰ চহৰৰ সমতুল্যকৈ গঢ়াৰ সপোন দেখিছিল। চিকিৎসা কৰাৰ সময়তো ধনী-দুখীয়া ভেদভাৱ কাহানিও কৰা নাছিল। এজন চিকিৎসকৰ গুৰুদায়িত্ব লবলৈ গৈ তেখেতে এন্ধাৰ ৰাতি বতাহ-বৰষুণক নেউচিও ৰোগীৰ কাষত উপস্থিত হৈছিল। ধন অৰ্জনকেই তেওঁ কেতিয়াও মূল লক্ষ্য হিচাপে লোৱা নাছিল।

ইমানবোৰ মহৎ চৰিত্ৰৰ অধিকাৰী 'আতা'ক যেতিয়া নিচেই কাষৰপৰা লগ পাইছিলোঁ, তেতিয়া তেওঁৰ প্ৰতি শ্ৰদ্ধাত মোৰ শিৰ নত হৈ পৰিছিল। মই তেখেতৰ ঘৰত উপস্থিত হোৱাৰ সময়ত লক্ষ্য কৰিছিলো যে আমাৰ আপ্যায়নৰ কিনো

ব্যৱস্থা কৰা হৈছে ইত্যাদিৰ তেখেতে নিজেই খা-খবৰ লৈছিলহি। আমাক একেবাৰে পদূলি মূৰলৈকে আগবঢ়াই দি গাত হাতফুৰাই স্নেহাশীষ যাঁচিছিল।

'আতা'ই আমাক আটাইকে এৰি ইহসংসাৰ ত্যাগ কৰা দিনটো আছিল ইংৰাজী ১৯৯২ চনৰ ৭ মাৰ্চ। মই তেখেতৰ বিয়োগৰ বতৰা পাইছিলো মোৰ শহুৰৰ ঘৰৰপৰা। তেতিয়া মই কৰ্মসূত্ৰে আছিলো চালাকটিৰ তাপ বিদ্যুৎ প্ৰকল্পত। বাৰে বাৰে 'আতা'ক লগ পোৱা দিনবোৰ মনলৈ অবিৰতভাৱে আহি আছিল আৰু কেতিয়াও পাহৰিব নোৱৰা সেই মধুৰ ক্ষণবোৰে এতিয়াও আমনি কৰে, মাজে মাজে মনত দোলা দি যায়। আজি 'আতা'ৰ জন্ম শতবৰ্ষত তেখেতৰ সৰলতা, উদাৰতা আৰু বদান্যতাক পুনঃ পুনঃ সুঁৱৰি তেখেতলৈ মোৰ অকৃত্ৰিম শ্ৰদ্ধাৰ অশ্ৰু-অঞ্জলি যাচিলোঁ। ❑

---

শ্ৰীশৰ্মা প্ৰয়াত গোস্বামীদেৱৰ নাতি জোঁৱাই; অ.ৰা বি.প.-ৰ কাৰ্যবাহী অভিযন্তা।

# আতাৰ পাহৰিব নোৱাৰা স্মৃতিবোৰ

**ৰঞ্জিতা গোস্বামী**

আতাৰ কথা স্মৰণ কৰিলে সেই সৰু কালৰ বহুতো কথা মোৰ মনলৈ আহে। আমাৰ পৰিয়ালৰ ময়েই তেখেতৰ প্ৰথম নাতিনী আছিলো। সেই হেতুকে আতা আৰু মোৰ মাজত সম্পৰ্কটো অতি মধুৰ আছিল। আজিও আতাৰ লগত চোতালত বহি কোৱা কথাবোৰ মনত পৰিলে মনত বৰ বেজাৰ লাগে। আতাৰ পৰা আমি নাতিসকলে যি মৰম পাইছিলো তাক কেতিয়াও পাহৰিব নোৱাৰিম। অকল আমি নিজৰ নাতিসকলেই নহয়, ওচৰ-চুবুৰীয়া নাতি-নাতিনীয়েকসকলেও তেখেতৰ পৰা যথেষ্ট মৰম পাইছিল। আতাই কথা ক'বলৈ খুব ভাল পাইছিল। সেয়েহে আমাৰ ঘৰলৈ কোনোবা আহিলে তেওঁক যাবলৈ দিয়া নাছিল। পিতা বাহিৰৰ পৰা আহিলে আতাই বিছনাৰ পৰা উঠি আহি পিতাক ক'ত কি হ'ল এইবুলি সকলোবোৰ কথাৰ আতিগুৰি লৈছিল। এইদৰে সোধাটো এটা যেন নিত্য কৰ্মহে আছিল। পৰীক্ষাৰ সময়ত আমি ঘৰৰ আটাইবোৰক মাত লগাই গৈছিলো। আতাই সদায় পইচা লৈ আমি তেখেতৰ ওচৰলৈ যোৱালৈ বাট চাই আছিল। আমি আতাক যাওঁ বুলি ক'লেই তেখেতে আমাক কৈছিল, "জয়যুক্ত হ'বি, পৰীক্ষাত সুনাম হ'ব।" আতাই ৰাতিপুৱাই গা-পা ধুই বাহিৰৰ বাৰান্দাত বহি গীতা-ভাগৱত পঢ়িছিল। পোছাক-পৰিচ্ছদত আতা সদায় পৰিপাটি আছিল। আমি দেখাৰ পৰা আতাক ডাঠ খদ্দৰৰ ধুতি আৰু কামিজ চোলা পিন্ধা দেখিছিলো। খোৱা-লোৱা, পিন্ধন-উৰণত আপত্তি দৰ্শোৱা মনত নপৰে। সেয়েহে বহুতো লোকে 'ভোলানাথ' বুলি কৈছিল। এনেহেন ব্যক্তি এজনক হেৰুৱাই আমি বৰ দুখ পাইছোঁ। আজি আমাৰ মাজত আতা নাই, কিন্তু আতাৰ আদৰ্শৰ স্মৃতিবোৰ আজিও মোৰ মানস-পটত ভাহি আছে। আতাৰ বিদেহী আত্মাই যাতে চিৰশান্তি পায়, এয়ে ভগৱানৰ ওচৰত কামনা। ❑

---

শ্ৰীগোস্বামী প্ৰয়াত হৰেকৃষ্ণ গোস্বামীৰ প্ৰথমগৰাকী নাতিনী।

# ককাৰ অবিস্মৰণীয় স্মৃতি

**চন্দনা গোস্বামী শৰ্মা**

জন্ম-মৃত্যুৰ মাজত এটা নিবিড় সম্পৰ্ক আছে যিটো আমি কোনেও নুই কৰিব নোৱাৰোঁ। এই সম্পৰ্কৰ মাজেৰে আমাৰ শ্ৰদ্ধেয় পৰম পূজনীয় ককা ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱ ১৯৯২ চনৰ ৭ মাৰ্চৰ ৰাতি আমাক অকলে এৰি থৈ অনন্তধামলৈ গতি কৰিছিল। কিন্তু মোৰ অনুভৱ হয়, তেখেত আমাৰ মাজত আজিও বিৰাজমান। ককা মোৰ বাবে আছিল ভগৱান সদৃশ।

মৃত্যুৰ ১৫ বছৰ পিছতো সমাজৰ বিভিন্ন ব্যক্তিৰ মুখত তেখেতৰ গুণৰাজি শুনিবলৈ পাই মন উৎফুল্লিত হৈ উঠে আৰু নিজকে তেখেতৰ নাতিনী বুলি কৈ গৌৰৱ অনুভৱ কৰোঁ।

মোৰ মনত পৰাৰ পৰা দেখি আহিছিলোঁ ককাই সদায় ৰাতিপুৱা শুই উঠি ঘৰৰ দুৱাৰ-খিৰিকীবোৰ খুলি দি নিজৰ বিচনা পাৰি ঘৰৰ আটাইবোৰ মানুহক টোপনিৰ পৰা জগাই দিছিল। তাৰ পাছত মুখ-হাত ধুই একাপ চাহ খাই "দৈনিক অসম" বাতৰি কাকতখন পঢ়িছিল। ঘৰলৈ প্ৰায়ে অহা বিহাৰী নাপিতজনে ককাৰ দাড়ি, চুলি, নখ কাটিছিল আৰু ইয়াৰ লগে লগে ঠাণ্ডা পানীৰে স্নান কৰি আহি গোঁসাইঘৰ, তুলসীতলত আৰু সূৰ্য্যক সেৱা জনাই গীতা পাঠ কৰিছিল। পঞ্চমুখী ৰুদ্ৰাক্ষৰৰ মালা সদায় এবাৰ পিন্ধি সেৱা জনাই থৈ দিছিল। ইয়াৰ পাছত ককাই চাহ-জলপান খাই ঘৰতে ৰোগীবোৰক চাইছিল। ককাৰ এটা বিশেষত্ব আছিল যে তেখেতে কোনো ৰোগীৰ পৰা টকা-পইচা বিচৰা নাছিল। পাৰিলে দৰৱপাতি দি সহায় কৰিছিল। কোনোবাই স্বইচ্ছাই যি পইচা দিছিল তাক গ্ৰহণ কৰিছিল। দুপৰীয়া ভাত-পানী খাই খুব বেছি আধা ঘণ্টামান জিৰণি লৈ গৰমৰ দিনত নেমুৰ চৰবত আৰু ঠাণ্ডাৰ দিনত কমলা খাই প্ৰায়ে মিটিঙলৈ নাইবা বজাৰলৈ গৈছিল। গধূলি চাহ খাই আমাক পঢ়াশুনা অকণমান দেখুৱাই দিছিল। ৰাতি টি.ভি.ৰ বাতৰি চাই ভাত-পানী খাই শুবলৈ গৈছিল আৰু এনে ধৰণে তেখেতে দৈনন্দিন কামবোৰ কৰি গৈছিল।

ককা আমাৰ চাৰিটা ভাই-ভনীৰ লগৰীয়া আছিল। সকতে ককাই আমাৰ লগত বেড্‌মিণ্টন, কেৰ'ম, লুডু, লুকাভাকু আদি খেলিছিল আৰু টোপনি ধৰিলে

বিভিন্ন ধৰণৰ সাধুকথা, মহৎলোকৰ বাণী, ভগৱানৰ কথা আদি কৈছিল। আমি আটায়ে সদায় ককাৰ লগতে ভাত-পানী খাই শুবলৈ গৈছিলোঁ। আমাৰ ঘৰত কেতিয়াবা বহুত আলহী আহিলে মই সদায় ককাৰ লগতে শুইছিলোঁ।

মোৰ স্কুলীয়া জীৱনত কেইবাখনো মিটিঙত ককাৰ স্পষ্টবাদী ভাষণ শুনাৰ সৌভাগ্য ঘটিছিল। ভাষণ দিয়াৰ সময়ত 'ছাৰ', বাইদেউ, অতিথিবৃন্দ আৰু লগতে সকলো ছাত্ৰীয়ে অতি আগ্ৰহেৰে তেখেতে কোৱা কথাবোৰ শুনিছিল। বহু কেইবাৰ স্কুল সপ্তাহৰ মিটিঙত ককাৰ হাতেৰে পুৰস্কাৰ গ্ৰহণ কৰিব পাৰি নিজকে ধন্য মানিছিলোঁ। লগৰ সমনীয়াবোৰে তেখেতৰ গুণগান কৰা শুনিলে মোৰ মনটো আনন্দত নাচি উঠিছিল।

ককা ডাঃ হৰেকৃষ্ণ গোস্বামী এজন সহজ-সৰল, দয়ালু, পৰোপকাৰী, অতি মৰমিয়াল ব্যক্তি আছিল। তেখেতে কোনো মানুহকে হীন চকুৰে চোৱা নাছিল। ধন-ধান, চাকৰ-নাকৰ আদিৰে পৰিপুষ্ট সম্ভ্ৰান্ত জমিদাৰৰ ঘৰত জন্ম লোৱা ককাৰ জীৱনৰ শেষ অৱস্থাত অৰ্থাভাৱ হৈছিল। কিন্তু তাৰ বাবে কোনোদিনে দুখ কৰা নাছিল। এতিয়াও মোৰ মনত পৰে, সিদিনা ১৯৯: চনৰ জুন মাহৰ ২৭ তাৰিখ। মোৰ হাইস্কুল সীক্ষান্ত পৰীক্ষাৰ ফলাফল ঘোষণা কৰিব। মোৰ দেউতা শ্ৰীভুবন চন্দ্ৰ গোস্বামীদেৱ "ৰিজাল্ট্" আনিবলৈ ওলাই গৈছিল। সেয়া মোৰ জীৱনৰ প্ৰথম পৰীক্ষা আছিল। সেয়েহে মই বৰ ভয় খাইছিলোঁ। মোৰ মনত সৰুৰে পৰা এটা বিশ্বাস আছিল যে ককাই যি কথা কয় সেই কথা সদায় বাস্তৱত পৰিণত হয়। সেয়েহে মই দৌৰ মাৰি ককাৰ ওচৰলৈ গৈ সুধিছিলো "ককা, মোৰ কেনেকুৱা "ৰিজাল্ট্" হ'ব?" তেতিয়া তেখেতে কৈছিল যে খুব ভাল হ'ব আৰু যদি তেখেতে ভবামতে কৰিব পাৰো তেন্তে সিদিনা ৰাতি ভোজ ভাত দিব। ককাৰ কথা শুনি মোৰ মনৰ ভয় ভাবটো আঁতৰি গৈছিল। সঁচাকৈ মোৰ খুব ভাল ফলাফল হৈছিল আৰু ককাই ঘৰৰ সকলোবোৰক ভোজ ভাত খুৱাইছিল। তাৰ পাছত মোৰ উচ্চতৰ শাখাত বিজ্ঞান পঢ়িবৰ ইচ্ছা আছিল। সেইমতে ককাই নিজে কষ্ট কৰি সেই সময়ত পোৱা ৫০০ টকাৰ পেঞ্চনৰ ৪০০ টকাকৈ মোক দি বজালী কলেজত পঢ়ুৱাইছিল। ককাই মোক প্ৰায়ে কৈছিল "মোৰ পাঁচজনী ছোৱালীৰ কোনোজনীৰো কলেজত পঢ়া নহ'ল। গতিকে তই কলেজ, ইউনিভাৰ্চিটিত পঢ়ি মোৰ আশা পূৰণ কৰিব লাগিব।" কিন্তু বিধিৰ বিধান কোনেও খণ্ডাব নোৱাৰে। মই হায়াৰ চেকেণ্ডাৰীৰ পৰীক্ষা দিয়াৰ আগতে ককাই আমাৰ মাজৰ পৰা চিৰবিদায় ল'লে।

ককাৰ গুণ, আদৰ্শ, পৰামৰ্শ, মহৎবাণী আদি মনত ৰাখি মই হায়াৰ

চেকেণ্ডাৰী পৰীক্ষাত ভাল "ৰিজাল্ট্" কৰিছিলোঁ। ককা ডাঃ হৰেকৃষ্ণ গোস্বামী নলবাৰীৰ বিভিন্ন শিক্ষা অনুষ্ঠানত সক্ৰিয়ভাৱে জৰিত আছিল। তাৰ ভিতৰত নলবাৰী কলেজ প্ৰতিষ্ঠা কৰাত তেখেত অন্যতম ব্যক্তি আছিল। সেই হেতুকে ককাই গঢ় দিয়া কলেজত পঢ়িবলৈ মোৰ অত্যন্ত হেঁপাহ আছিল। ভবামতে মই তাৰ পৰা বি.এচ.চি. আৰু গুৱাহাটী ইউনিভাৰ্চিটিৰ পৰা এম.এচ.চি. 'পাছ' কৰিছিলোঁ। ককাৰ আশীৰ্বাদত মোৰ প্ৰত্যেক পৰীক্ষাতে খুব ভাল ফলাফল পাইছিলোঁ।

এইজনা মোৰ পূজনীয় ককা, যিজনাই আজিও আমাৰ মাজত অদৃশ্য হৈ জীয়াই আছে আৰু সকলো কাম, চিন্তা-চৰ্চাত আগবাঢ়ি যাবলৈ উৎসাহ, অনুপ্ৰেৰণা যোগাই আহি আছে। তেখেতৰ অকৃত্ৰিম মৰম, ভাল পোৱা মই জীৱনত কেতিয়াও পাহৰিব নোৱাৰিম। ❑

---

শ্ৰীগোস্বামী শৰ্মা এগৰাকী বিদুষী আৰু বিদ্যুৎসাহী সুগৃহিণী আৰু সাহিত্যানুৰাগী ব্যক্তি। প্ৰয়াত গোস্বামীৰ নাতিনী। বৰ্তমান গুৱাহাটীত এখন কনিষ্ঠ মহাবিদ্যালয়ত গণিতৰ প্ৰবক্তা হিচাপে কাম কৰি আছে।

# আমাৰ ককা ডাঃ হৰেকৃষ্ণ গোস্বামী

**অখিল গোস্বামী**

জন্ম আৰু মৃত্যু জীৱ-জগতখনৰ বাবে দুটা চিৰন্তন সত্য। শেষৰ সত্যটোৰ বাবে আমি হেৰুৱাইছিলোঁ আমাৰ অশেষ শ্ৰদ্ধা আৰু মৰমৰ ককাক। আমাৰ বাবে ককা আছিল মৰম আৰু চেনেহৰ সমুদ্ৰ। সৰুৰে পৰাই তেখেতৰ পৰা যি কথা-বতৰা শিকিছিলোঁ, সেই সকলোবোৰ আছিল সমাজ এখনত নিজকে থিয় কৰাবলৈ প্ৰয়োজন হোৱা সমল।

ককাই সাধু কথাৰ আকাৰে আমাক তেখেতে পঢ়ি থকা সময়ত কলিকতাত কেনেকৈ স্বাধীনতাৰ সংগ্ৰামত ভাগ লৈছিল, সেই সময়ত অসমৰ বিখ্যাত মুক্তিযোদ্ধাসকলৰ সংস্পৰ্শলৈ কেনেকৈ আহিছিল, কলিকতাৰপৰা প্ৰকাশিত অসমীয়া পত্ৰিকা 'আৱাহন'ত কেনেকৈ লিখিছিল সকলো বৰ্ণাইছিল।

স্বাধীন ভাৰতত জন্ম হোৱা হেতুকে সেই কালৰ বৃটিছ সম্ৰাজ্যবাদৰ কথাবোৰ আমাৰ বাবে পাঠ্যপুথিৰ কথা আছিল। সেই সময়ত গান্ধীজীৰ নেতৃত্বত গঢ়ি উঠা অহিংস আন্দোলন আছিল আমাৰ দেশৰ স্বাধীনতাৰ মূলমন্ত্ৰ। কিন্তু এই স্বাধীনতাৰ আন্দোলনৰ কথা ককাৰ মুখত শুনি বৰকৈ ৰোমাঞ্চিত হৈছিলো আৰু এই কথাবোৰে ভাৰতৰ স্বাধীনতা সম্পৰ্কে আমাক যথেষ্ট জ্ঞান দিছিল।

ককাই ডাক্তৰী পাছ কৰি আহি নলবাৰীতে স্বাধীনচিতীয়াভাৱে চিকিৎসাৰ লগত জড়িত হৈ পৰিছিল। আচৰিত কথা যে তেখেতৰ মৃত্যুৰ পাছতো তেখেতক বিচাৰি ৰোগী আহিছিল আৰু মই লক্ষ্য কৰিছিলোঁ যে তেখেতৰ সৰহভাগ ৰোগী আছিল দুখীয়া লোক। সৰুতে এদিন দেখা এটা কথা উল্লেখ নকৰাকৈ থাকিব নোৱাৰিলোঁ....................। এজনী বুঢ়ী ১০/১২ বছৰীয়া নাতি এজনক অসুখৰ বাবে ককাক দেখুৱাবলৈ আহিছিল। কাকাই ল'ৰাজনক পৰীক্ষা-নিৰীক্ষা কৰি এটা বেজী দিছিল আৰু তাৰ পাছত মোক মাতি আনি গৰমপানী এগিলাচ আনিব কৈছিল। মই পানী গিলাচ নি দিয়াৰ পাছত ল'ৰাজনক পানীখিনিৰে ঔষধ এটা খাব দিলে আৰু কিছু ঔষধ কাগজত বান্ধি দি বিদায় দিলে। তেতিয়া মই ককাক সুধিছিলোঁ যে ডাক্তৰে ৰোগীক ঔষধ পাতি দি পইচা নলয় নেকি? ককাই হাঁহিছিল আৰু উত্তৰত কৈছিল "টকা-পইচাই সকলো নহয়, মানৱতাহে প্ৰধান।" কিন্তু

বৰ্তমান সমাজত এনেকুৱা নিদৰ্শনৰ বাৰুকৈ অভাৱ ঘটিছে বুলি আজি মই উপলব্ধি কৰোঁ। তেনেকুৱা ডাক্তৰ বিৰলহে দেখা যায়।

ককাই, সৰুতে আমাক পঢ়া-শুনা কৰাৰ ওপৰত গুৰুত্ব দি বিশিষ্ট পণ্ডিত সকলৰ আত্মকথাবোৰ শুনাইছিল আৰু সেইবোৰে আমাক সৎ, কৰ্মনিষ্ঠতাৰ আদৰ্শ দেখুৱাইছিল। ককাই আমাক সদায় সঁচা কথা ক'বলৈ কৈছিল আৰু সেইটো আমিও প্ৰয়াস কৰিছিলোঁ। ককা মানুহজন সদায় ৰাজহুৱা সভা-সমিতিৰ লগত জড়িত হৈ থকা দেখি আহিছিলো আৰু সেয়েহে তেখেতৰ প্ৰভাৱত অসমৰ তথা নলবাৰীৰ বিশিষ্ট ব্যক্তিসকলৰ ওচৰলৈ গৈ তেখেতসকলৰ সান্নিধ্য পাইছিলোঁ। লক্ষ্য কৰিছিলো যে ককাই সামাজিক জীৱনক ঘৰুৱা জীৱনতকৈ অধিক গুৰুত্ব দিছিল।

ককাই তেখেতৰ দৈনিক ব্যস্ততাৰ কথা ডায়েৰিত দৈনিক লিখিছিল। আজিও ককাৰ সেই ডায়েৰিবোৰ আমাৰ ঘৰত সংৰক্ষিত হৈ আছে। ককাৰ এই ডায়েৰিৰ পৰা, তেখেত জড়িত হৈ থকা অনুষ্ঠান-প্ৰতিষ্ঠান আদিৰ কথা থাউকতে তলত প্ৰকাশ কৰিলোঁ।

**ভাৰতীয় কংগ্ৰেছৰ অধিৱেশন ঃ**

১৯৪৮ চনত ৰাজস্থানৰ জয়পুৰ নগৰত অনুষ্ঠিত ভাৰতীয় কংগ্ৰেছৰ অধিৱেশনত (ডাঃ পট্টভি সীতাৰামায়াৰ সভাপতিত্বত) নলবাৰীৰ পৰা গৌৰীকান্ত তালুকদাৰ, হলধৰ চক্ৰৱৰ্তী, হৰিচৰণ পাঠক, কনক বৰ্মা আৰু ককাই (ডাঃ গোস্বামী) প্ৰতিনিধিত্ব কৰিছিল। সভাত মহাত্মা গান্ধী, প্ৰধানমন্ত্ৰী জৱহাৰলাল নেহৰু, গৃহমন্ত্ৰী বল্লভভাই পেটেল প্ৰমুখ্যে নেতৃবৰ্গই যোগদান কৰি ভাষণ দিছিল।

১৯৫৪ চনত কলিকতাৰ কল্যাণীত অনুষ্ঠিত নিখিল ভাৰত জাতীয় কংগ্ৰেছ কমিটিৰ সভাপতি আছিল জৱহাৰলাল নেহৰু। উক্ত কংগ্ৰেছ মহাসভাতো নলবাৰীৰ পৰা প্ৰভাত গোস্বামী, ডাঃ গিৰীশ চৌধুৰী, ডাঃ গঙ্গাধৰ ভট্টাচাৰ্য আৰু ককাই (ডাঃ গোস্বামী) প্ৰতিনিধিত্ব কৰিছিল।

**নলবাৰী নগৰ সমিতি ঃ**

নলবাৰী নগৰ সমিতি গঠন হয় ইং ১৯৩৮ চনৰ ৩ এপ্ৰিলত। ইং ৬/১১/১৯৪৯ চনৰ পৰা ৬/১১/১৯৫৪ ইং চনলৈ নলবাৰী নগৰ সমিতিৰ চেয়াৰমেন।

**নলবাৰী পৌৰসভা ঃ**

নলবাৰী পৌৰসভাৰ প্ৰথম নিৰ্বাচিত পৌৰপতি। ইং ৭/১১/১৯৫৪ চনৰপৰা ২৭/০৩/১৯৫৫ ইং চনলৈ পৌৰপতিৰ পদ অলংকৃত কৰিছিল।

**কাৰ্য্যকালৰ চমু আভাষ ঃ**

১। দৈনিক বজাৰখন বৰ্তমান স্থানলৈ স্থানান্তৰিত,

২। নলবাৰী বজাৰৰ পুখুৰীত মাছ জীওৱা, পুখুৰীৰ পাৰত নাৰিকল গছ ৰোপণ।

৩। নলবাৰীতে বিজুলী উৎপাদন কৰি চহৰত বিজুলী যোগান ধৰা।

৪। নলবাৰীৰ ''দোমপাৰা'ক 'সোণপুৰ' নামকৰণ কৰা ইত্যাদি।

**নলবাৰী কলেজ ঃ**

১৯৪৫ ইং চনত প্ৰতিষ্ঠিত নলবাৰী কলেজৰ অন্যতম প্ৰতিষ্ঠাপক। কলেজ প্ৰতিষ্ঠা দিনাৰপৰা কলেজ পৰিচালনা সমিতি সদস্য আৰু ১৯৭৬-১৯৭৯ ইং চনলৈ পৰিচালনা সমিতিৰ সভাপতি আছিল।

**সংস্কৃত কলেজ ঃ**

১৯৩৮ ইং চনৰপৰা পৰিচালনা সমিতিৰ সদস্য।

১৯৫৪ ইং চনৰ পৰা ১৯৬৭ ইং চনলৈ একেৰাহে সম্পাদক।

১৯৮১ ইং চনৰ পৰা ১৯৮৬ চনলৈ সভাপতি।

**ছোৱালী হাইস্কুল ঃ**

১৯৪৩ ইং চনৰ পৰা সদস্য।

১৯৫৭ ইং চনৰ পৰা ১৯৬৬ ইং চনলৈ সম্পাদক।

১৯৬৬ ইং চনৰ পৰা ১৯৭১ ইং চনলৈ সভাপতি।

**দেৱীৰাম পাঠশালা হাইস্কুল ঃ**

১৯৫৯ ইং চনৰ পৰা ১৯৮৭ চনলৈ কমিটিৰ সদস্য।

**নাট্যমন্দিৰ ঃ**

বহু বছৰ ধৰি একেৰাহে সম্পাদক আৰু সভাপতি আছিল।

**নলবাৰী মহকুমা গঠন ঃ**

১৯৩৮ ইং চনত গঠিত নলবাৰী মহকুমা দাবী কমিটিৰ সম্পাদক।

**নলবাৰী চিকিৎসা সন্থা ঃ**

১৯৬৯ ইং চনৰ পৰা ১৯৭৫ ইং চনলৈ নলবাৰী চিকিৎসা সন্থাৰ সভাপতি।

**অসম সাহিত্য সভা ঃ**

নলবাৰীত অনুষ্ঠিত ১৯৬৫ ইং চনৰ অসম সাহিত্য সভাৰ নলবাৰী অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সম্পাদক।

**চিকিৎসালয়, পথ নিৰ্মাণ ঃ**

১৯৪৯ ইং চনত খুদীয়াৰ নমাটি গাঁওত অসামৰিক চিকিৎসালয়খনৰ প্ৰতিষ্ঠাপক সভাপতি, খুদীয়া-ৰাঙাফালি পথ নিৰ্মাণ সমিতিৰ সভাপতি ইত্যাদি।

**নলবাৰী জিলা তথা টাউন কংগ্ৰেছ ঃ**

নলবাৰী জিলা কংগ্ৰেছৰ উপসভাপতি আৰু নলবাৰী টাউন কংগ্ৰেছৰ সভাপতি।

**নলবাৰী মুক্তিযুঁজাৰু সমিতি ঃ**

১৯৭২ ইং চনত নলবাৰী মহকুমা মুক্তিযুঁজাৰু উপদেষ্টা পৰিষদৰ সদস্য, নলবাৰী জিলা মুক্তিযুঁজাৰু সন্মিলনীৰ সভাপতি।

**বিভিন্ন সামাজিক দায়িত্বত ঃ**

১৯৩৭-১৯৪০ ইং চনলৈ বাতহগিলা ৰায়ত সভাৰ প্ৰতিষ্ঠাপক সভাপতি।

১৯৩৮ ইং চনত বতাহগিলা আৰু নতুন দেহৰ মৌজাৰ প্ৰতিষ্ঠাপক কংগ্ৰেছ- সভাপতি।

১৯৫৪ চনত বৰভাগৰ ''দামোদৰ ধাম সত্ৰ''ৰ সম্পাদক।

ইয়াৰ উপৰিও গৰ্ডন স্কুল, নলবাৰী হাই মাদ্ৰাছা স্কুল, কামৰূপ সংস্কৃত সঞ্জীৱনী সভা, নলবাৰী জিলা সাহিত্য সভা, নলবাৰী কমাৰ্চ কলেজ, আইন মহাবিদ্যালয়, নলবাৰী গীতশ্ৰী বিদ্যালয়, বিষ্ণুৰাম মেধি হাইস্কুল, কটৰা হাইস্কুল, কেন্দুকুছি এম.ই. স্কুল, উত্তৰ নলবাৰী বিদ্যাপীঠ, নাহেৰবাৰী এম.ই. স্কুল, নলবাৰী পূৰ্বভাৰতী সাংস্কৃতিক সংগ্ৰহালয়, নলবাৰী সাহিত্য সমাজ আদিৰ লগত ওতঃপ্ৰোতভাৱে জড়িত আছিল। ❑

---

শ্ৰীগোস্বামী প্ৰয়াত গোস্বামীদেৱৰ এগৰাকী নাতিয়েক। সুপ্ৰতিষ্ঠিত কৰ্মক্ষম যুৱক। বৰ্ত্তমান গণিত বিষয়ত গৱেষণা কৰি আছে।

# শৈশৱৰ অনুভৱৰে ককাৰ স্মৃতি

**তপন গোস্বামী**

মোৰ জন্ম হৈছিল ১৯৮১ চনত। আমাৰ ককাই আমাৰ সকলোৰে পৰা বিদায় লৈছিল ১৯৯২ চনত। সেয়ে ককাক মাথো মই ১১ বছৰ পাইছিলো। জন্মৰ মোৰ প্ৰথম চাৰি বছৰৰ কথা বিশেষ মনত নাই। পিছৰ ৭ বছৰৰ কালছোৱাৰ ককাৰ স্মৃতিবোৰে মোৰ মনত আজিও কেনে ধৰণে ৰেখাপাত কৰি আছে তাকে ক'বলৈ বিচাৰিছো।

ককা যিখিনি সময় ঘৰত থাকে সেই সময়ছোৱাত আমি (মোৰ লগতে দাদা, বাইদেউহঁতেও) ককাক অনুসৰণ কৰিছিলো। ককাক বিচাৰি অহা মানুহৰ সমাগম আমাৰ ঘৰলৈ ৰাতিপুৱাৰ পৰা গধূলিলৈ আছিল আৰু এই বিচাৰি অহা মানুহবোৰৰ বিভিন্নজনে বিভিন্ন ধৰণে ককাক সম্বোধন কৰি ককা ঘৰত আছে নে নাই আমাৰ পৰা জানিব বিচাৰিছিল। কোনোবাই 'প্ৰভু', কোনোবাই 'ডাক্তৰ', কোনোবাই 'গোসাঁই' আৰু কোনোবাই সুধিছিল 'চাৰ' ঘৰত আছেনে? ককাৰ ওচৰলৈ অহা মানুহবোৰৰ প্ৰত্যেকেই বেলেগ বেলেগ সমস্যা লৈ ককাৰ লগত আলাপ-আলোচনা কৰিবলৈ আহিছিল। কেতবোৰ আহিছিল ঘৰুৱা সমস্যা লৈ, কেতবোৰ আহিছিল সামাজিক কথা লৈ আৰু কেতবোৰ আহিছিল চিকিৎসাৰ বাবে। ককাই সকলোৰে সমস্যাক নিজৰ সমস্যা হিচাপে লৈ তাক দূৰ কৰাৰ বাবে আপ্ৰাণ চেষ্টা আৰু দিহা-পৰামৰ্শ দিছিল। যেতিয়া সেই সমস্যাবোৰ সমাধান হোৱাৰ খবৰ পাইছিল তেতিয়া ককাই পৰম আনন্দিত হৈছিল আৰু তেওঁলোকক উৎসাহিত কৰিছিল।

মই এটা কথা মন কৰিছিলো—আমাৰ ঘৰত সদায় সন্ধিয়া দেউতা (শ্ৰীভুবন চন্দ্ৰ গোস্বামী) আৰু ককাৰ মাজত আলোচনা হৈছিল। দেউতাই দিনতোত কি কৰিলে আৰু ককাই দিনতোত কি কৰিলে, ঘৰলৈ কোন আহিছিল, কোনে কি ক'লে বা কাক লগ পালে ইত্যাদি ইত্যাদিবোৰ।

ইংৰাজীৰ ১৯৯০ চন মানৰ কথা। মোৰ দাদাৰ জ্বৰ হৈ নকমাত মা-দেউতাই নলবাৰীৰ ডাঃ চন্দ্ৰকান্ত তালুকদাৰৰ নাৰ্ছিংহোমলৈ লৈ গৈছিল। কথাটো ককাক জনোৱা নাছিল, কিয়নো সেই সময়ত ককা শাৰীৰিকভাৱে অক্ষম আছিল। পিছত

যেতিয়া ককাই এই কথাৰ উম পালে তৎক্ষণাত এখন ৰিক্সাত মোক লৈ নাৰ্ছিংহোমত উপস্থিত হৈছিল আৰু কৈছিল 'মোৰ নাতি নাৰ্ছিংহোম গৈ পালে মই নজনাকৈয়ে।' ডাক্তৰক সুধিছিল, 'চন্দ্ৰ, কি হৈছে।' তেতিয়া ডাঃ চন্দ্ৰকান্ত তালুকদাৰে হাঁহি মাৰি কৈছিল, 'নাতি ঠিকে আছে, মইহে ডাক্তৰ, আপুনিতো ডাক্তৰ নহয়, আপুনি ককাকহে।'

আমাক ককাই সদায় ৰাতি-সাধু শুনাইছিল। কিন্তু সেই সাধুবোৰ কোনো সাধুৰ কিতাপত পোৱা নাযায়। প্ৰকৃততে ককাই সাধুবোৰ ককাৰ বাস্তৱ জীৱনৰ ঘটনাবোৰক সাধুত ৰূপ দি আমাক শুনাইছিল। সেই সাধুবোৰে আমাক গ্ৰহণ কৰিবলৈ বাধ্য কৰাইছিল এক সুস্থ চিন্তাধাৰা।

আমাৰ ঘৰত বছৰত দুটা বৰ ডাঙৰ উৎসৱ হৈছিল---১৫ আগষ্ট আৰু ২৬ জানুৱাৰী। উক্ত দিন দুটাত ককাই ঘৰৰ সকলোকে দোক্‌মোকালিতে মাতি ৰাষ্ট্ৰীয় সংগীত একেলগে গোৱাইছিল। ঘৰৰ পদূলিত ৰাষ্ট্ৰীয় পতাকা উৰাই আমাক ৰাজহুৱা সভালৈ লৈ গৈছিল। আমি কিবা বুজি নাপালে তাক সুন্দৰকৈ সাধু কথাৰ ৰূপ দি বুজাই দিছিল। আমি যেতিয়া ককাৰ লগত ক'ৰবালৈ গৈছিলো তেতিয়া মানুহে আমাক কৈছিল, 'ডাক্তৰ গোসাঁইৰ নাতি, ভাল ঘৰৰ ভাল হ'ব লাগিব।' এনে ধৰণৰ কথাবোৰে আমাৰ মনত কেতবোৰ সাঁচ বহুৱাই দিছিল, আমি ভাল হ'ব লাগিব, ভাল কাম কৰিব লাগিব, তেতিয়াহে আমাকো সকলোৱে ভাল বুলি ক'ব। আমি যেতিয়াৰ পৰা সমাজৰ স্পৰ্শলৈ আহিলো তেতিয়াৰ পৰাই বিভিন্নজনৰ পৰা ককাৰ কৰ্মৰাজিৰ বিষয়ে শুনিবলৈ পালো আৰু সেই কথাবোৰে আমাক সৎ পথেৰে, সৎ চিন্তাৰে কৰ্মপথত আগবাঢ়ি যাবলৈ উৎসাহ দিয়ে।

ককাক আমি কম সময়ৰ বাবে পালেও ককাৰ আদৰ্শ আৰু শিক্ষা আমাৰ বাবে চিৰযুগমীয়া হৈ ৰ'ব।

---

শ্ৰীগোস্বামী প্ৰয়াত ডাঃ গোস্বামীৰ নাতি ল'ৰা। AIMA, New Delhiৰপৰা M.B.A. কৰি বৰ্তমান শৰাইঘাট ফটো টাইপছ্‌ত সাধাৰণ পৰিচালকৰূপে কাম কৰি আছে।

# আতালৈ যেতিয়া মনত পৰে

**অৰূপ গোস্বামী**

আগদিনাৰ কথা। সেইদিনা মই মা-দেউতাৰ লগত গুৱাহাটীৰ পৰা এখন বিয়া খাই আহিছিলোঁ। আহোতে আমাৰ অলপ ৰাতি হৈছিল। সেইদিনা মই গুৱাহাটীৰ পৰা আহিবলৈ ইচ্ছা কৰা নাছিলোঁ। সেয়ে তাৰ পৰা আহি ৰাতি মই খুব কান্দিছিলোঁ। মোৰ কান্দোন শুনি আতাই মা-দেউতাক মোৰ কি হৈছে বুলি সুধিছিল। "আৰু নাকান্দিবি বাপু ঔ" বুলি সান্ত্বনা দিছিল। আমাৰ দুঃখ-কষ্ট আতাই কেতিয়াও সহিব নোৱাৰিছিল। সেইদিনা ৰাতি মই ভাত খাই শুই থাকিলোঁ। কিন্তু পিছদিনা শুই উঠি মই দেখিলোঁ আতাই যিখন চকীত সদায় বহি থাকে সেইখন চকীত সেইদিনা নাই। হঠাৎ বাহিৰত এক কান্দোনৰ পৰিবেশ শুনি মই দৌৰি গলোঁ আৰু দেখিলোঁ আমাৰ ঘৰৰ বাহিৰৰ চোতালখনত চৌদিশে জনসমাবেশ। সকলোৰে মুখবোৰ শোকৰ সাগৰত বুৰ যোৱা। মই বুজিলোঁ আতা হয়তো আৰু জীয়াই থকা নাই। আতাক হেৰুৱাই মই বৰ বেদনাৰ্ত হ'লোঁ। সেইজন পূজনীয় মোৰ আতাই আমাক নিঠৰুৱা কৰি এই পৃথিৱীৰ পৰা আন এখন পৃথিৱীলৈ যাত্ৰা কৰিলে।

আতা আছিল সহজ-সৰল আৰু মৰমিয়াল লোক। এতিয়াও মোৰ মনত পৰে যে, তেখেতে আমাক নিদিয়াকৈ একো বস্তুৱে অকলে খোৱা নাছিল। মই "চ্যবনপ্ৰাস" খাবলৈ খুব ভাল পাইছিলোঁ। সেয়েহে আতাই যেতিয়া "চ্যবনপ্ৰাস্" খায়, তেতিয়া মই তেখেতৰ ওচৰতে বহি আছিলোঁ। কেতিয়াবা হঠাতে পাহৰি গ'লেও মই আতাক খুজিছিলোঁ, আৰু আতাই মৰমেৰে "বোপা খা" বুলি দিছিল। আতাৰ আমাৰ প্ৰতি থকা অসীম স্নেহ মই শেষ পৰ্যন্ত পাহৰিব নোৱাৰিম। শেষত তেখেতৰ দৰে মানুহজনক জন্ম-জন্মান্তৰে মোৰ আতা হিচাপে পাবলৈ ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালোঁ। ❑

---

শ্ৰীগোস্বামী প্ৰয়াত গোস্বামীৰ নাতিয়েক। বৰ্তমান স্নাতক মহলাত অধ্যয়ন-ৰত।

# ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ শতবাৰ্ষিকীৰ প্ৰশস্তি গীত

**প্ৰহাস কুমাৰ ভট্টাচাৰ্য**

**সুৰ ঃ গোলক বৰ্মন**

কেনেকে' পাহৰিম তোমাৰ দান
হে মহান খনিকৰ,
নৱ জনপদ গঢ়ি গ'লা তুমি
খুদীয়াৰ প্ৰভাকৰ।

উপৰি পুৰুষ মিশ্ৰ দেৱ গোপালে,
উজলাই ভূমি "ঘোষা ৰত্ন" লিখিলে।
সেই বংশৰ ভকতি ধৰমে
তোমাকো দিলে সেৱা মনোভাৱে।
তাৰে দীপিতিৰে প্ৰকাশিলা তুমি
উজলাই চৰাচৰ।।

হৰি কৃষ্ণ নাম অতি অনুপম
কৰিলা তুমি সাৰ্থক,
গোঁসাইৰ প্ৰসাদ বিলাই সৱাকে
সাহ দিলা পীড়িতক।
তাকেই সুঁৱৰি গাওঁ আজি গীত
সাঁচতীয়া-হেঁপাহৰ,
জ্বলাই বন্তি ত্যাগৰ সেৱাৰ
হিত সাধোঁ সমাজৰ।। ❑

---

শ্ৰীভট্টাচাৰ্য বৃত্তিত এগৰাকী বিষয় শিক্ষক। গীতিকাৰ, কবি, মঞ্চ আৰু আকাশবাণী-দূৰদৰ্শনৰ নাটক ৰচোতাঁ।

# জন দৰদী ডাক্তৰ হৰেকৃষ্ণ গোস্বামীৰ সোঁৱৰণত

চন্দ্ৰকান্ত ডেকা

সুগন্ধি পাহি পত্ৰ পুষ্প বিকশিত
সপোন প্ৰজ্ঞা হ'ল সাধিত
সমাজ জীৱন কৰণীয় সোণালী কীৰ্ত্তি
হৃদয় জ্যোতিৰে আপুনি জ্যোতিস্মান,
চিকিৎসা বিজ্ঞান হ'ল মানৱ বন্দনা
কৰ্ম-সংস্কৃতি হ'ল আপোনাৰ জীৱন সাধনা।

দুপৰীয়াৰ ৰ'দজাক কৰ্ষিত চিন্তা নায়ক
পূৰ্ব পুৰুষৰ তেজৰ বন্যাত
জোনাক ভৰা গাওঁ খুদিয়াত জন্ম
হে মহান! ডাঃ হৰেকৃষ্ণ গোস্বামী!

১৯৫৪ চনৰ ৯ ফেব্ৰুৱাৰী দিনটো নলবাৰীৰ গৌৰৱ
টাউন কমিটি হ'ল উন্নীত ৰূপান্তৰ,
প্ৰথম পৌৰসভা নলবাৰী চহৰ প্ৰান্তৰৰ
আপুনি যে পৌৰপতি সুদক্ষ মহান।

আপোনাৰ অমল কীৰ্ত্তিৰে প্ৰতিটো যাত্ৰা
বিজ্ঞতাৰ পৰিচয় সুযোগ্য সন্তান নলবাৰী
চহৰ নিৰ্মাতাৰূপে হ'ল খ্যাত
জননায়ক ডাঃ হৰেকৃষ্ণ গোস্বামী।

সুগন্ধি পাহি মেল খোৱা প্ৰান্তে প্ৰান্তে
চিনাকি শব্দৰ মিঠা হাঁহিৰে ত্যাগৰ শিখা
উজ্বলিত হ'ল "কৰ্মই ধৰ্ম" মূল মন্ত্ৰ
উজ্বল ভৱিষ্যত আপোনাৰ মহানুভৱতা।

জনহিতকৰ কৰ্মস্পৃহা বন্দিত জ্যোতি
নলবাৰীৰ উচ্চ শিখৰ গঢ়া খনিকৰ
নলবাৰী কলেজ নিৰ্মাতা অন্য এক ব্যক্তি
জীৱনৰ প্ৰতিটো কৰ্মৰ সঠিক চিন্তা-নায়ক।

আপোনাৰ মানস পটত নলবাৰী হ'ল ধন্য
আপুনি হ'ল মাটিৰ ঘামত সুবিমল হৰেকৃষ্ণ।

হে বৰেণ্য সুজন! নলবাৰী পৌৰপতি ৰূপে হ'ল সুখ্যাত
ডাঃ হৰেকৃষ্ণ গোস্বামী হ'ল যুগজয়ী প্ৰহৰে প্ৰহৰে প্ৰখ্যাত।। ❑

---

শ্ৰীডেকা এগৰাকী কৱি। সাহিত্য-সংস্কৃতিত জড়িত সৰবৰহী ব্যক্তি।

# প্ৰয়াত হৰেকৃষ্ণ গোস্বামীদেৱৰ স্মৃতিত

প্ৰমথ নাথ

শতবৰ্ষপূৰ্বে তুমি আহিছিলা।
তুমি বুজিছিলা
বছৰবোৰ নহয় কেৱল জীয়াই থকাৰ বাবে
অথবা নহয় দিনবোৰ।
দূৰদৃষ্টিৰে তোমাৰ
পৰাধীনতাৰ অন্ধকাৰ আঁতৰাই
সতীৰ্থ সেনানী স'তে
তুমি সততা আৰু ন্যায়ৰ প্ৰতীক হৈ
জনসেৱক মৃদু কণ্ঠৰ
কৰিলা অমৰ আদৰ্শৰ আভাৰে
মানুহক মহান।
আলোকিত হ'ব বাট চিৰদিন
সংগ্ৰামলিপ্ত মুক্তিকামীৰ;
জনালোঁ প্ৰণাম তোমাক
জন্ম-শতবাৰ্ষিকীৰ।

---

শ্ৰীনাথ অবসৰপ্ৰাপ্ত জীৱন-বীমা কৰ্মচাৰী। একাধিক পুথি ৰচনা কৰি কবি হিচাপে পৰিচিতি লাভ কৰিছে।

# বিশিষ্ট ব্যক্তিসকলে ডাক্তৰ হৰেকৃষ্ণ দেৱলৈ প্ৰেৰণ কৰা চিঠিৰ টোপোলা

## প্ৰয়াত প্ৰাক্তন প্ৰধান মন্ত্ৰী পণ্ডিত জৱহৰলাল নেহেৰুৰ চিঠি—



**New Delhi,**
**February 15, 1952;**

Jawaharlal Nehru is grateful for the message of congratulations on his success in the elections which you have been good enough to send to him.

প্ৰাক্তন মুখ্যমন্ত্ৰী ৺গোপীনাথ বৰদলৈদেৱৰ চিঠি—




Shillong:
The 26th. Septr. 1938

My dear Goswami,

I am deeply grateful to you for your kind felicitations and the good wishes and blessings that you are showering on me and my colleagues for the success of the new Coalition Ministry.

With such hearty good will of you all and the Benign Providence guiding us we hope we shall be able to stand up for the principles and policy of administration which have been enunciated by the Indian National Congress and which are so dear to us.

Thanking you again,
Yours Sincerely,

G. Bardoloi

## প্ৰাক্তন মুখ্যমন্ত্ৰী ৺বিষ্ণুৰাম মেধিৰ চিঠি—




Shillong
Dated 15th May '51

Dear Sri Goswami,

I am extremely glad to learn that you have recovered from the attack of Typhoid fever which laid down you for such a long time and kept you away from public activities. I hope you will completely regain your former strength and vigour soon to enable you to serve the country and the people.

I am fairly well.

Yours sincerely.

( Bisnuram Medhi )

## প্ৰাক্তন মুখ্যমন্ত্ৰী ৺বিষ্ণুৰাম মেধিৰ চিঠি—

Shillong
Dated 1/2/1952

The Hon'ble Sri. B. R. Medhi,
chief Minister, Assam.

Dear Sri Goswami,

I offer my heartfelt thanks for the congratulatory message you have so kindly sent for my success in election. May god help me to discharge to the full satisfaction of general public the duties and responsibilities with which I have been entrusted by the electorate. I am quite sure you will Continue to help me and render full Co-operation and advice in discharging my onerous duties.

Yours Sincerely,

B Medhi

( Bisnuram Medhi )

## প্ৰাক্তন মন্ত্ৰী ফকৰুদ্দিন আলি আহমেদৰ চিঠি—



MINISTER FOR IRRIGATION
& POWER, India.
New Delhi, Sept. 1, 1966

My dear Goswami,

Please refer to your letter of the 23rd August, 1966. I have noted that you intend to contest election from Nalbari East constituency.

Yours Sincerely,

(F.A. Ahmed)

**মৰহুম আব্দুল মতলিব মজুমদাৰৰ চিঠি—**




Shillong
12 th, November, 1951

My dear Goswami,

Your letter, dated the 8th November. 1951, was duly received.

Some money has been earmarked for the road mentioned in your letter.

With kind regards,

Yours Sincerely,

(Abdul Matlib Mazumdar)

৺ৰামনাথ দাসৰ চিঠি—




Shilloug.
The 17th August, 1953

My dear Goswami,

I am extremely sorry that you have taken much trouble unnecessarily for me. I had to come back a day earlier, therefore, I could not halt at Nalbari.

Thanks for the Some.

Sincerely yours,

( R. N; Das )

## ৺লক্ষীধৰ বৰাৰ চিঠি—

গুৱাহাটী জিলা কংগ্ৰেছ কমিটী
জিলা কংগ্ৰেছ কাৰ্য্যালয়
৪ জানুৱাৰী ৫৮

শ্ৰী ডা: হৰেকৃষ্ণ গোস্বামী—

প্ৰিয় বন্ধু

কংগ্ৰেছ অধিবেশনৰ সময়ত প্ৰতিনিধি আৰু দৰ্শক সকলক থকা মেলাৰ বন্দবস্ত আৰু আন আন ভাবে সহায় কৰিবলৈ আপোনাৰ উপস্থিতি বিশেষ ভাবে কামনা কৰি এই চিঠি লিখিলোঁ। আশা কৰোঁ ১০/১/৫৮ তাৰিখৰ ভিতৰত আহি আপুনি আমাৰ এই কামত সহায় কৰিব

শ্ৰী লক্ষীধৰ বৰা—
তোমাৰ বন্ধু
অভ্যৰ্থনা সভা
—[illegible] কমিটী
গুৱাহাটী

**৺কামাখ্যা প্ৰসাদ ত্ৰিপাঠীৰ চিঠি—**

My Dear Goswami

Many thanks for the congratulations so kindly sent by you and the public of N. [illegible] through you.

I shall look forward to your kind cooperation in my activities in future.

Yours Sincerely
Kamakhya Tripathi

Jorhat
18/2/52

প্ৰতি,

.....................................................................................

মহোদয় / মহোদয়া,

আপোনাক / আপোনালোকক জনাবলৈ পাই সুখী হৈছো যে, নলবাৰীৰ বিশিষ্ট সমাজসেৱী, সুচিকিৎসক, আধুনিক নলবাৰী নিৰ্মাণৰ অন্যতম পুৰোধা ব্যক্তি প্ৰয়াত ডাঃ হৰেকৃষ্ণ গোস্বামীদেৱৰ জন্ম শতবাৰ্ষিকী অহা ২০০৭ ইং চনৰ ১ এপ্ৰিল তাৰিখ ৰবিবাৰে অনুষ্ঠিত কৰিবলৈ মনস্থ কৰা হৈছে।

উক্ত সভাৰ সমূহ কাৰ্যসূচীত উপস্থিত থাকি নলবাৰীৰ মহান সন্তানগৰাকীৰ স্মৃতিচাৰণত সহযোগ আগবঢ়োৱাৰ আশা ৰাখি এই নিমন্ত্ৰণী শৰাই আগবঢ়ালোঁ। ইতি—

বিনীত

শ্ৰীৰমণী বৰ্মন
সভাপতি

শ্ৰীৰবীন পাটগিৰী
সম্পাদক

**প্ৰয়াত ডাঃ হৰেকৃষ্ণ গোস্বামী জন্ম শতবাৰ্ষিকী**
**উদ্‌যাপন সমিতি, নলবাৰী**

# কাৰ্য্যসূচী

**১ এপ্ৰিল, '০৭, ৰবিবাৰ**

**দিনৰ ২ বজাত** : বন্তি প্ৰজ্বলন

**প্ৰজ্বালিকা** : প্ৰয়াত গোস্বামীদেৱৰ সহধৰ্মিনী মাননীয়া শ্ৰীযুতা বাসন্তী গোস্বামী।

**প্ৰতিকৃতিত মাল্যাৰ্পন** : শ্ৰীভুবন চন্দ্ৰ গোস্বামী, জ্যেষ্ঠ পুত্ৰ

**মুকলি সভা, গ্ৰন্থ উন্মোচন** :

**সভাপতি** : শ্ৰীৰমণী বৰ্মন,
*সভাপতি, উদ্‌যাপন সমিতি*

**উদ্বোধক** : শ্ৰীকনকসেন ডেকা,
*সভাপতি, অসম সাহিত্য সভা।*

**মুখ্য অতিথি** : ডাঃ ভূমিধৰ বৰ্মন,
*ৰাজহ মন্ত্ৰী, অসম।*

**গ্ৰন্থ উন্মোচক** : শ্ৰীশশী শৰ্মা,
*বিশিষ্ট সাহিত্যিক, সমালোচক।*

**বিশিষ্ট অতিথিবৃন্দ** :

শ্ৰীজগন্নাথ চক্ৰৱৰ্তী,
*প্ৰাক্তন অধ্যক্ষ, নলবাৰী মহাবিদ্যালয়।*

শ্ৰীহাইদৰ হুচেইন,
*সম্পাদক, প্ৰতিদিন।*

ড° বসন্ত কুমাৰ ভট্টাচাৰ্য
*বিশিষ্ট সাহিত্যিক।*

# প্রয়াত ডাঃ হৰেকৃষ্ণ গোস্বামী জন্ম শতবাৰ্ষিকী উদ্‌যাপন সমিতি

মুখ্য উপদেষ্টা : ডাঃ ভূমিধৰ বৰ্মন, *ৰাজহ মন্ত্ৰী, অসম*

উপদেষ্টা : শ্ৰীকনকসেন ডেকা, *সভাপতি, অসম সাহিত্য সভা*
: ড° দীনেশ চন্দ্ৰ গোস্বামী, *সঞ্চালক, আঞ্চলিক গৱেষণা কেন্দ্ৰ,* অসম
: শ্ৰীজগন্নাথ চক্ৰৱৰ্তী, *প্ৰাক্তন অধ্যক্ষ, নলবাৰী কলেজ*
: শ্ৰীকমলেশ্বৰ শৰ্মা, *প্ৰাক্তন শিক্ষা সঞ্চালক, অসম*
: শ্ৰীযোগেশ শৰ্মা, *স্বত্বাধিকাৰ, শৰাইঘাট ফটো টাইপছ*
: শ্ৰীনগেন শৰ্মা, *প্ৰাক্তন শিক্ষা সঞ্চালক, অসম*
: হাইদৰ হুচেইন, *সম্পাদক, প্ৰতিদিন*
: ড° জয়কান্ত শৰ্মা, *প্ৰাক্তন সহঃ সম্পাদক, দৈনিক অসম*

সভাপতি : শ্ৰীৰমণী বৰ্মন

সম্পাদক : শ্ৰীৰবীন পাটগিৰী

সদস্য : মকিবৰ হুচেইন, শ্ৰীভুবন চন্দ্ৰ গোস্বামী, শ্ৰীত্ৰিকেন দাস, শ্ৰীঅনিল গোস্বামী, শ্ৰীঅখিল গোস্বামী, খচনুৰ আহমেদ, শ্ৰীকমল শৰ্মা, শ্ৰীযোগেন গোস্বামী, শ্ৰীতপন গোস্বামী

স্মৃতিগ্ৰন্থ সম্পাদনা সমিতি

সভাপতি : ড° হৰিনাথ শৰ্মাদলৈ

সম্পাদক : শ্ৰীঅশ্বিনী কুমাৰ শৰ্মা

সদস্য : ড° লীনা ডেকা, শ্ৰীতপন গোস্বামী, শ্ৰীপ্ৰহাস ভট্টাচাৰ্য, শ্ৰীকমল শৰ্মা

দূৰভাষ : ০৩৬১-২২১২৯৫
৯৮৬৪১-০৮৭৪০
৯৮৬৪০-৭২৮০১



অসম সাহিত্য-সভাৰ দ্বাবিংশতম নলবাৰী অধিবেশনৰ মুখ্য অতিথি ড° হৰেকৃষ্ণ মহতাব (উৰিষ্যাৰ প্ৰাক্তন মুখ্যমন্ত্ৰী) অভ্যৰ্থনা সমিতিৰ কৰ্মকৰ্তাসকলৰ সৈতে ডাঃ হৰেকৃষ্ণ গোস্বামী।



অসম সাহিত্য সভাৰ দ্বাবিংশতম নলবাৰী অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ কৰ্মকৰ্তাসকলৰ সৈতে অন্যতম সাধাৰণ সম্পাদক ডাঃ হৰেকৃষ্ণ গোস্বামী।



নলবাৰী ক্লাবৰ প্ৰতিষ্ঠাপক বিষয়ববীয়া সকলৰ সৈতে ডাঃ গোস্বামী।




এক দৃশ্যত ডাঃ হৰেকৃষ্ণ গোস্বামী অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ত্ৰৈলোক্য নাথ গোস্বামী আৰু প্ৰাক্তন সাংসদ শ্ৰীমান প্ৰফুল্ল গোস্বামীৰ সৈতে এখন্তেক।



পতাকা উত্তোলনৰ এটি মুহূৰ্তত ডাঃ গোস্বামী।



ডাঃ গোস্বামী ভাষণ দি থকা এক মুহূৰ্ত।



ডাঃ গঙ্গাধৰ ভট্টাচাৰ্যৰ সৈতে ডাঃ হৰেকৃষ্ণ গোস্বামী।



হৰিচৰণ পাঠকৰ সৈতে ডাঃ হৰেকৃষ্ণ গোস্বামী।



ডাঃ গিৰিশ চৌধুৰী আৰু ডাঃ নৃপেন্দ্ৰ মল্ল বুজৰবৰুৱাৰ
সৈতে ডাঃ গোস্বামী এক অন্ত-ৰংগ মূহুৰ্ত্তত।



লিখা পঢ়া কৰি থকা অৱস্থাত ডাঃ গোস্বামী।



নলবাৰী সাহিত্য সমাজৰ দ্বাৰা প্ৰকাশিত " ডাঃ হৰেকৃষ্ণ গোস্বামী ঃ জীৱন, চিন্তা-কৰ্ম" গ্ৰন্থ উন্মোচনৰ এটি মুহূৰ্ত।




ডাঃ গোস্বামীৰ স্মৃতিত নলবাৰী মহকুমা ৰঙালী বিহুৰ এটি মুহূৰ্ত।



সমন্বয় গোষ্ঠীৰ উদ্যোগত অনুষ্ঠিত গ্ৰন্থ মেলাত ডাঃ গোস্বামীৰ সোঁৱৰণী সভাৰ এটি দৃশ্য ।



ডাঃ গোস্বামীৰ স্মৃতিত নলবাৰী কলেজৰ বিজ্ঞান শাখাত স্নাতক পৰীক্ষাতসৰ্বোচ্চ নম্বৰ লাভ কৰা বিদ্যাৰ্থীক পুৰস্কৃত কৰা এটি মূহূৰ্তত ডাঃ গোস্বামীৰ সহধৰ্মিণী ।



প্ৰয়াত ডাঃ গোস্বামী দেৱৰ
বাৰ্ষিক শ্ৰাদ্ধৰ কেতবোৰ মূহুৰ্ত

# ঃ খুদিয়া সত্ৰৰ বংশাৱলী ঃ

([illegible])

গুৰু- শ্ৰীশ্ৰীদামোদৰদেৱ

গোত্ৰ- সান্দিল্য (অসিত, কৈবালা)

ঘোষাৰত্ন আৰম্ভ-

"জয় জয় কৃষ্ণ দামোদৰ, তুমি কল্পতৰু ভকতৰ
শৰণ পশিলো তজুপাদপদ্মে আমি।
হৃদয় কমলে পদ ধৰা, মোক দাস বুলি লিখি
লৰা
সত্যে সত্যে তজু দাস ভৈলোঁ আমি স্বামী।"১

*   *   *   *   *   *

ঘোষাৰত্ন সামৰণি-

"দামোদৰং প্ৰপদ্যেঽহং কৰুণানন্দ সাগৰম্।
নিৰ্মিতা কবিৰত্নেন ঘোষাৰত্ন প্ৰবৰ্ত্তিকা।"

আদিগুৰু

কবিৰত্ন গোপালমিশ্ৰ জন্ম ঃ ১৪৬৭ শক, ১৫৪৫ খৃঃ
মৃত্যু ঃ ১৫৪৯ শক, ১৬২৭ খৃঃ
খুদিয়া সত্ৰ স্থাপন- ১৪৮৭ শক, ১৫৬৫ খৃঃ

অমন্ত মিশ্ৰ (উলুবাৰী সত্ৰ)

শক্তিনাৰায়ণ দেৱ

বিদ্যানন্দ দেৱ

পুৰুষোত্তম দেৱ

চন্দ্ৰপতি দেৱ

ৰামপতি দেৱ মিশ্ৰ    লক্ষ্মীপতি দেৱ মিশ্ৰ    কৃষ্ণপতি দেৱ মিশ্ৰ

বলদেৱ মিশ্ৰ    নিমুমাই

ব্ৰহ্মাচাৰী দেৱ    পূৰ্ণানন্দ মিশ্ৰ    ৰাম মিশ্ৰ

ৰামানন্দ দেৱ    ৰূপনাৰায়ণ দেৱ    কন্দলিদেৱ

সন্তদেৱ    দেৱমায়া (কন্যা)    ধৰ্মপাল    মহিনাৰায়ণদেৱ    (কন্যা)

ভগবানদেৱ    হৰিদেৱ    মাধৱদেৱ    ধৰ্মৰাজ

নাৰায়ণদেৱ    ভৱনাথ দেৱ    হৰনাথ দেৱ    ধৰ্মদেৱ (পত্নী জগতপ্ৰিয়া)    চন্দ্ৰকান্ত দেৱ

যজ্ঞেশ্বৰ গোস্বামী (ভাদ্ৰ মাহৰ পূৰ্ণিমা তিথি)
পত্নী- নৰেশ্বৰী গোস্বামী

জয়কৃষ্ণ গোস্বামী (পত্নী-বৰপেটাৰ উত্তমপ্ৰিয়া দেৱী)
(ভাদ্ৰ মাহৰ পূৰ্ণিমা তিথি)

সিদ্ধেশ্বৰ গোস্বামী
পত্নী-মাণিক প্ৰিয়া

নৰেশ্বৰ গোস্বামী
পত্নী- দুৰ্গাপ্ৰিয়া দেৱী (খানা নমাটি)

এটি কন্যা (কৈহাটীত বিয়া দিয়ে)

লক্ষ্মীনাথ গোস্বামী (১৯১৩ খৃঃ আহাৰ মাহৰ শুক্লা দ্বাদশী তিথি
১ম পত্নী মহামায়া (নামকোনা)
২য় পত্নী স্বৰস্বতী গোস্বামী (জয়ন্তীপুৰ, ৰঙিয়া
ৰূপেশ্বৰ বুজৰ বৰুৱাৰ কন্যা)
(শাওন মাহৰ কৃষ্ণা সপ্তমী তিথি)

ৰত্নেশ্বৰ গোস্বামী (পুহ মাহৰ কৃষ্ণা সপ্তমী তিথি)
১ম পত্নী- দুৰ্গাপ্ৰিয়া (কুলবিল, চামতা) আহাৰ কৃষ্ণা দ্বিতীয়া তিথি
২য় পত্নী-ব্ৰজবালা (ৰামপুৰ, মুকালমুৱা) আহাৰ কৃষ্ণা চতুৰ্দ্দশী তিথি

শ্ৰীপ্ৰফুল্ল কুমাৰ গোস্বামী
পত্নী-শ্ৰীকমলা দেৱী (বুঢ়ী)
তেজপুৰৰ কলিবাৰীৰ
কালিচৰণ ভট্টাচাৰ্যৰ কন্যা

শ্ৰীপ্ৰসন্ন কুমাৰ গোস্বামী
পত্নী- দ্বডলী গোস্বামী

নিলিমা (বুলী)
পাটা সত্ৰ

শ্ৰীকৰুণাকান্ত গোস্বামী
পত্নী- শ্ৰীকল্যাণী গোস্বামী

জগৎ কৃষ্ণ গোস্বামী
পত্নী- কমলাদেৱী, কৈহাটী
(হৰিনাৰায়ণ গোস্বামীৰ কন্যা)

হৰেকৃষ্ণ গোস্বামী
পত্নী- শ্ৰীবাসন্তী গোস্বামী
(পল্লা সত্ৰ, তেজপুৰ)
কাশ্যপ গোত্ৰ, কবিৰাজ
মহেশ্বৰ দেৱ গোস্বামীৰ কন্যা

(জন্ম-১৩১২ ভাস্কৰাব্দ
(১৯০৫ ইং ২ ফাগুন
মৃত্যু ১৯৯২, ৭ মাৰ্চ
ফাগুন, শুক্লা চতুৰ্থী ১৩৯৯ ভাঃ)

হৈমৱতী গোস্বামী
(পকোৱা)

শান্তনু    সিদ্ধাৰ্থ

শৰৎ    উমেশ    সুৰেশ

গোবিন্দকৃষ্ণ গোস্বামী
১মা পত্নী-দুৰ্লভী গোস্বামী
(ধুবকুছি)
২য় পত্নী-শ্ৰীঅম্বিকা গোস্বামী
(হালধিবাৰী)

মানস    উৎপল    শ্যামল    নিৰ্মল    ৰাজীৱ

মণিদ্বীপ    জ্যোতিৰ্ময়    মনীশ    বেদান্ত

মনোজ    ৰঞ্জিত    সন্তোষ    সত্যেন    গৌতম

প্ৰদীপ
পঙ্কজ

ৰমেশ    সতীশ    সুভাষ    নৱহাস    পৰমেশ

ধৃতিমান    মৃদুপৱন

ৰাতুল    বিদুল    মানৱ    মৃনাল

হেমেন    নয়ন    অপূৰ্ব

শ্ৰীভুবন চন্দ্ৰ গোস্বামী
পত্নী-ইন্দিৰা গোস্বামী
(হাটীৰ পিঠি, চামতা
ভৰদ্বাজ গোত্ৰ-
কবিৰাজ অধ্যাপক
দেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য,
সাংখ্যতীৰ্থৰ কন্যা)

শ্ৰীৰেণু দেৱী
(কাকৈজানা,
অভয়াপুৰী)

শ্ৰীউষা দেৱী
(সানেকুছি,
গুৱাহাটি)

শ্ৰীসৰলা গোস্বামী
(নপ্তিপাৰা)

শ্ৰীমিনতি গোস্বামী
(বিহামপুৰ, তেজপুৰ)

শ্ৰীনন্দিতা দেৱী
(পল্লী চ'ক, পলাশবাৰী
দুৰ্গা সৰোবৰ)

শ্ৰীপ্ৰণৱ গোস্বামী
পত্নী-শ্ৰীঅনিতা গোস্বামী
(পিতা-শ্ৰীপ্ৰমোদ চক্ৰবৰ্তী,
বইটামাৰী পৰাশৰ গোত্ৰ)

শ্ৰীঅনিল গোস্বামী
পত্নী- শ্ৰীবেবী গোস্বামী
(পিতা-প্ৰভাত গোস্বামী
ভুমকুমা কাশ্যপ গোত্ৰ)

শ্ৰীঅৰূপ গোস্বামী    শ্ৰীঅৰ্পিতা গোস্বামী

শ্ৰীৰঞ্জিতা গোস্বামী (কমা)
পাঠশালা (হৰিপুৰ)
শ্ৰীযোগেন গোস্বামী
(কৌশিক গোত্ৰ)

শ্ৰীচন্দনা গোস্বামী
বৰপেটা (শিলা)
শ্ৰীকমল শৰ্মা
(কাপিঞ্জল গোত্ৰ)

শ্ৰীঅখিল গোস্বামী (বুবুল)

শ্ৰীতপন গোস্বামী (কবুল)

লিখক-

**শ্ৰীভুবন চন্দ্ৰ গোস্বামী**

১৮-০২-২০০১ ইং

১৪০৭ ভাস্কৰাব্দ, ৬ ফাগুন, ৰবিবাৰ

নলবাৰী

১। ঈশ্বৰ দামোদৰ গুৰুৰ কীৰ্ত্তন ঃ বহাগ মাহৰ শুক্লা প্ৰতিপদ।
২। ঈশ্বৰ ৰামমিশ্ৰ গুৰুৰ তিথি ঃ পৌষ মাহৰ শুক্লা চতুৰ্দশী।
৩। ঈশ্বৰ লক্ষ্মীপতি গুৰুৰ তিথি ঃ ফাগুন মাহৰ কৃষ্ণ পঞ্চমী।
৪। ঈশ্বৰ ভগবানদেৱ গুৰুৰ তিথি ঃ আহাৰ মাহৰ কৃষ্ণ নৱমী।
৫। ঈশ্বৰ ভৱনাথ দেৱ গুৰুৰ তিথি ঃ কাতি মাহৰ কৃষ্ণদ্বাদশী।
৬। ঈশ্বৰ জয়কৃষ্ণ দেৱ গুৰুৰ তিথি ঃ ভাদ মাহৰ পূৰ্ণিমা তিথি।
৭। ঈশ্বৰ লক্ষ্মীনাথ দেৱ গুৰুৰ তিথি ঃ আহাৰ মাহৰ শুক্লা দ্বাদশী তিথি।
৮। ঈশ্বৰ হৰেকৃষ্ণ দেৱ গুৰুৰ তিথি ঃ ফাগুন মাহৰ শুক্লা চতুৰ্থী।